## বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য ঃ ঔপন্যাসিক

জ্ঞানপীঠ বঁটা-বিজয়ী ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ ঔপন্যাসিক হিচাপে এই গ্ৰন্থই এটি মূল্যায়ন আগবঢ়াইছে। তদুপৰি বীৰেন ভট্টাচাৰ্য মানুহজনৰ বিষয়েও এটি অতি সুখপাঠ্য ইম্প্ৰেশ্যনিষ্টিক্ টোকা ইয়াত সন্নিবিষ্ট হৈছে। এনে পূৰ্ণদৈৰ্ঘ্যৰ গ্ৰন্থৰ আকাৰৰ মূল্যায়নভিত্তিক সমালোচনা এই দুৰ্লভ যশস্যাৰ অধিকাৰী ঔপন্যাসিক গৰাকীৰ বেলিকা এয়েই প্ৰথম; আৰু অসমীয়া সাহিত্যতো এনে গ্ৰন্থ বিৰল। এই গ্ৰন্থই বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যক প্ৰধানকৈ ৰাজনৈতিক ঔপন্যাসিক হিচাপে চিহ্নিত কৰিছে। লগতে ৰাজনৈতিক উপন্যাসৰ সংজ্ঞা, প্ৰকৃতি, ঐতিহাসিক উপন্যাসৰ লগত ইয়াৰ পাৰ্থক্য আদিৰ বিষয়ে এই গ্ৰন্থই অসমীয়াত আলোচনাৰ সূত্ৰপাত কৰিছে।

গ্ৰন্থৰ পাতনিত গ্ৰন্থকাৰে এই মত প্ৰকাশ কৰিছে যে, ষাঠিৰ দশকৰ সামৰণিৰ লগে লগে অসমীয়া সাহিত্যৰ কেন্দ্ৰীয় স্থানৰপৰা কবিতা চ্যুত হৈছে; আৰু সেই স্থানত সম্প্ৰতি অধিষ্ঠিত হৈছে উপন্যাস।

# বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য ঃ ঔপন্যাসিক

গোবিন্দ প্ৰসাদ শৰ্মা






বনলতা এজেন্সি ঃ গুৱাহাটী
১৯৮৩

Bīrendrakumār Bhaṭṭācārya : Oupanyāsik

( Birendrakumar Bhattacharyya : Novelist ), a work of criticism in Assamese on the Jnanpith Award Winning Novelist by Gobinda Prasad Sarma, and published by Badan Chandra Barua on behalf of Barua Agency, Gauhati 781 001, Assam, India. 1983

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ঔপন্যাসিক ( সমালোচনা গ্ৰন্থ )

১ম সংস্কৰণ, ১৯৮৩

প্ৰকাশক : বদন চন্দ্ৰ বৰুৱা

বৰুৱা এজেন্সি, গুৱাহাটী - ৭৮১ ০০১

ছপা : প্ৰেষক, দীঘলী পুখুৰীপাৰ, গুৱাহাটী—৭৮১ ০০১

মূল্য : বিলাস সংস্কৰণ- ১৫.০০ টকা

সুলভ সংস্কৰণ- ১২.০০টকা

অসমীয়া ৰাজনৈতিক উপন্যাসৰ ক্ষেত্ৰ বিস্তাৰিত কৰি তাৰ ভেটি সুদৃঢ় কৰা ঔপন্যাসিক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ বিষয়ে ৰচিত এই গ্ৰন্থখনি

---

ৰাজনীতি বিজ্ঞানৰ অধ্যাপক বন্ধু
ড. কামিনীমোহন ডেকা আৰু তেওঁৰ সহধৰ্মিণী
শ্ৰীমতী উৎসা ডেকাৰ নামত
অৰ্পিত।

## সূচীপত্ৰ

# পাতনি

অসমীয়া সাহিত্যৰ আগশাৰীৰ ঔপন্যাসিকসকলৰ অন্যতম ড. বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ উপন্যাসসমূহৰ বিশ্লেষণাত্মক সমালোচনাৰ এই গ্ৰন্থখনৰ তৃতীয় অধ্যায়ৰ বহুলাংশই 'বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাস' নামৰ এটি প্ৰবন্ধ হিচাপে দুবছৰ আগতে প্ৰকাশিত হৈছিল। ছোৱা ছোৱাকৈ পোন্ধৰটা খণ্ডত ( ১২ মাৰ্চ ১৯৮১ ৰ পৰা ২৫ জুন ১৯৮১ লৈ ) শ্ৰীহোমেন বৰগোহাঞি সম্পাদিত 'নাগৰিক'ত এই প্ৰবন্ধ প্ৰকাশিত হোৱাৰ তিনি মাহ পূৰ্বৰেপৰা অসমৰ সাহিত্যিক বায়ু মণ্ডলত এটি আমোদজনক ঘটনা ঘটিছিল। প্ৰবন্ধটো প্ৰকাশ হোৱাৰ আগৰ এই তিনি মাহত আমাৰ সাহিত্যমোদী সমাজত এই মুখৰোচক বাতৰি মানুহৰ মুখে মুখে বাগৰি ফুৰিছিল যে, জ্ঞানপীঠ বঁটা-বিজেতা বীৰেন ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়' উপন্যাসখন হেমিংওৱেৰ 'ফৰ্ হুম্ দা বেল্ ট'ল্‌ছ্' উপন্যাসৰ নকল ; আৰু মই এই গোটেই কথাটো এটি প্ৰবন্ধত উদঙাই দিছোঁ। ৰাম জন্মাৰ আগতেই হেনো 'ৰামায়ণ' ৰচনা কৰা হৈছিল। এইটো সম্ভৱ বাবেই, মোৰ প্ৰবন্ধটো প্ৰকাশিত নহওঁতেই মানুহে এনেদৰে মই এই কামটো কৰা বুলি জানিব পাৰিলেনেকি ?

'নাগৰিক' কাকতত প্ৰবন্ধটি ওলোৱাৰ তিনি মাহ পূৰ্বেই অসমৰ এখন উচ্চ মানবিশিষ্ট মাহেকীয়া সাহিত্য আলোচনীলৈ মই প্ৰবন্ধটি প্ৰকাশৰ বাবে পঠিয়াই দিছিলোঁ। তিনি মাহৰ মূৰতো প্ৰবন্ধটি প্ৰকাশ নোহোৱাত মই এই আলোচনীৰ সম্পাদকৰ ওচৰ পালোঁগৈ। তেখেত নিজেই এজন সাহিত্যিক আৰু সাহিত্যৰ ছমজদাৰ। তেখেতে ক'লে, প্ৰবন্ধটো ভাল হৈছে ; কিন্তু অনিৰ্দিষ্ট কাল পিছতহে তাক প্ৰকাশ কৰিব পৰা যাব। তাৰ কাৰণ দেখুৱাই তেখেতে কৈছিল যে, জ্ঞানপীঠ পুৰস্কাৰ লাভ কৰি শ্ৰীবীৰেন ভট্টাচাৰ্য তেতিয়া যশস্যাৰ শৃংগত আছে। এনে এজন লেখকৰ পুৰস্কাৰপ্ৰাপ্ত উপন্যাসখনেই হেমিংওৱেৰ উপন্যাসৰ অনুকৃতি বুলি দেখুৱালে তেওঁৰ সন্মান হানি হ'ব ; সেই

কাম কৰাৰ সময় তেতিয়া নহয়। তেওঁৰ যশস্যাৰ এই প্ৰবল ঢৌ যেতিয়া মাৰ যাব, তেওঁৰ নামৰ ওপৰত যেতিয়া ধূলি-মাকতি তৰপে তৰপে পৰিব, তেতিয়াহে এই প্ৰবন্ধটোৰ প্ৰকাশৰ সময় হ'ব।

কথাষাৰ এনে এক সাহিত্যিক আৰু সাহিত্য-ৰসজ্ঞ সম্পাদকৰ মুখত শুনি আচৰিত হৈছিলোঁ। মোৰ প্ৰবন্ধত বীৰেন ভট্টাচাৰ্যৰ 'প্ৰতিপদ' আৰু 'মৃত্যুঞ্জয়' উপন্যাসত হেমিংওৱেৰ 'ফৰ্ হুম্ দা বেল্ ট'ল্‌ছ'ৰ কোনোটো দিশত অনুকৰণ ধৰা পৰা, কোনোটো দিশত সাদৃশ্য থকা বুলি দেখুৱাইছোঁ, সঁচা। কিন্তু মোৰ প্ৰবন্ধত, হেমিংওৱেৰ সুখকৰ প্ৰভাৱৰ ফলত বীৰেন ভট্টাচাৰ্যই এই দুই উপন্যাসত আমাৰ সমাজ, আমাৰ পৰম্পৰা, আমাৰ সমস্যা আৰু দৃষ্টিভংগী কেনে সুন্দৰকৈ ফুটাই তুলিবলৈ সক্ষম হৈছে, তাকো দেখুৱাইছোঁ। সাহিত্যৰ ভাল অধ্যয়ন নথকা, সমালোচনা সাহিত্যৰ সৈতে যথোচিত পৰিচয় নথকা এজন সাধাৰণ পাঠকে সেই প্ৰবন্ধ পঢ়ি মই তাত বীৰেন ভট্টাচাৰ্যৰ নকল ধৰিছোঁ বুলি ক'লে, মোৰ আচৰিত হ'বলগীয়া একো নাথাকিলহেঁতেন। কিন্তু এনে এগৰাকী লোকেও তেনে ভুল কৰাত, মই স্তম্ভিত হৈছিলোঁ আৰু বিমোৰত পৰিছিলোঁ।

বিমোৰত পৰাৰ কাৰণ আছিল। ইপিনে প্ৰবন্ধটি প্ৰকাশ নহ'ল ; আৰু আনপিনে প্ৰায়বোৰ সাহিত্যৰ খবৰ ৰখা লোকৰে মুখে মুখে এই কথা শুনিবলৈ পোৱা গ'ল যে, বীৰেন ভট্টৰ 'মৃত্যুঞ্জয়' গোটেইখন নকল ; আৰু মই তাক উদঙাই দি প্ৰবন্ধ লিখিছোঁ। একাধিক দিশত হেমিংওৱেৰপৰা লোৱা ঋণেৰে, হেমিংওৱেৰপৰা শিকা কথাৰে আমাৰ এই লেখক গৰাকীয়ে আমাৰ সাহিত্যত কেনেকৈ আৰু কিমানখিনি সুফল ফলাইছে, তাৰ এক বস্তুনিষ্ঠ আলোচনাহে মই মোৰ প্ৰবন্ধত দৰাচলতে কৰিছোঁ। এনে স্থলত মই সেই প্ৰবন্ধত বা এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত আমাৰ এই যশস্বী সাহিত্যিক গৰাকীৰ নকল ধৰা হ'ল কেনেকৈ? অন্য লেখকৰপৰা ঋণ লোৱা বাবেই, অন্য লেখকৰ প্ৰভাৱ পৰা বাবেই, ড. বীৰেন ভট্টাচাৰ্যক যদি নকল কৰা বুলি নাক কোচাওঁ, তেন্তে সাধাৰণ লেখকৰ কথা বাদেই দিলোঁ, স্বয়ং শ্বেক্‌ছ্‌পীয়েৰ্ আৰু কালিদাসৰ অৱস্থাইনো কি হ'ব ? শ্বেক্‌ছ্‌পীয়েৰৰ নাটকৰো প্ৰায়বোৰ কাহিনীয়েই, প্ৰায়বোৰ প্ৰধান চৰিত্ৰই আৰু বহুবোৰ পংক্তিও আন কি, হয় পূৰ্বৰ অন্য লেখকৰ পৰা লোৱা, নহয় পূৰ্বৰ কোনো লেখকৰ সৃষ্টিৰ অনুৰণন নহয়নে ? শ্বেক্‌ছ্‌পীয়েৰৰ পিছৰ বিভিন্ন সমালোচকে সেইবোৰ এতিয়ালৈকে

উলিয়ায়েই আছে বৈজ্ঞানিক আৰু বিশ্লেষণাত্মক দৃষ্টিভংগীৰে। কিন্তু এই বস্তুনিষ্ঠ সমালোচকসকলে জানো এনে মন্তব্য কৰিছে যে, শ্চেক্‌ছ্‌পীয়েৰ এজন গভাইত নকলদাৰ আছিল? 'ময়ূৰৰ পাখি পিন্ধি ময়ূৰ হবলৈ ওলোৱা এটি কাউৰী' বুলি ঈৰ্ষাদগ্ধ হৈ শ্চেক্‌ছ্‌পীয়েৰক উপলুণ্ঠা কৰা তেওঁৰ সমসাময়িক লেখকসকলৰ কথা এনে সমালোচনাৰ উদাহৰণৰ মাজলৈ নিশ্চয় নাহে। মোৰ প্ৰবন্ধটিও এই শ্ৰেণীৰ নাছিল। এনে স্থলত মোৰ সেই প্ৰবন্ধটি অপ্ৰকাশিত অৱস্থাত সম্পাদকৰ টেবুলত পৰি থাকোঁতেই সি মানুহৰ মুখ ৰোচক, ফুচফাচ আলোচনাৰ বিষয় হয় কেনেকৈ? নাইবা সেই আলোচনীত তৎকালেই প্ৰকাশৰ অযোগ্য বিবেচিতই বা হয় কেনেকৈ? সৰ্বভাৰতীয় সন্মান এটি আমাৰ এই লেখকজনে পোৱা সেই সময়তেই দৰাচলতে নিৰপেক্ষ, নিৰাবেগ বিচাৰৰ এটি প্ৰবন্ধ প্ৰকাশিত হোৱাৰ নিতান্ত প্ৰয়োজন আছিল। এই ভাবেৰেই মই প্ৰবন্ধটি লিখিছিলোঁ—যাতে বীৰেন ভট্টাচাৰ্যৰ ঔপন্যাসিক প্ৰতিভাৰ প্ৰকৃত পৰিচয় এই সময়তেই আমাৰ পাঠকে পাব পাৰে।

সুখৰ বিষয়, এই প্ৰবন্ধ উক্ত আলোচনীত প্ৰকাশ নহ'ল যদিও, আৰু তাৰ সলনি বৰং ড. ভট্টাচাৰ্যৰ বিষয়ে এটি বদনামহে মোৰ নামটোৰে সৈতে জড়িত হৈ প্ৰচাৰিত হ'ল যেতিয়া, তেতিয়া যশস্বী সাহিত্যিক আৰু সাংবাদিক শ্ৰীহোমেন বৰগোহাঞিয়ে এই প্ৰবন্ধটি আগ্ৰহেৰে তেখেতৰ সম্পাদিত উক্ত সাপ্তাহিকত প্ৰকাশ কৰিলে।

তাৰ পিছতেই যে ওপৰোক্ত সেই মন্ত্ৰচালিত প্ৰচাৰত ভোল যোৱা লোক সকলে মোৰ প্ৰবন্ধটো পঢ়ি মই বীৰেন ভট্টাচাৰ্য সম্পৰ্কে দৰাচলতে কি কৈছোঁ, তাক বুজি ললে, সি নহয়। বহুতো শীৰ্ষ স্থানীয় পণ্ডিত-সাহিত্যিক, বুদ্ধিজীৱী সাংবাদিকেও আঁন কি মোৰ 'নাগৰিক'ত প্ৰকাশিত সেই প্ৰবন্ধটো পঢ়িছিলেনে সোধাত, হয় মিচিকি হাঁহি মাৰি, নহয় চকুৰ ভ্ৰূ কুঞ্চিত কৰি, এই উত্তৰহে দিছিল যে প্ৰবন্ধটো তেখেতসকলে পঢ়া নাই; কিন্তু সেইটোৰ বিষয়ে তেখেতসকলে জানে। আৰু কি জানে, সি সহজে অনুমেয়। বহুতে আকৌ এই প্ৰবন্ধটো ওলোৱাৰ আগত বা সময়ত মই সেই প্ৰবন্ধটোত বীৰেন ভট্টৰ নকল ধৰিছোঁ বুলি মোৰ অনুপস্থিতিত মোক গৰিহণা দিছিল যদিও, সেই প্ৰবন্ধৰ মোৰ বক্তব্যখিনিৰেই সাৰখিনি যেতিয়া মই চমুকৈ প্ৰকাশ কৰিলোঁ, আৰু ৰেডিঅ'ৰ যোগেও সি মোৰ বক্তব্য হিচাপে প্ৰচাৰিত হ'ল, তেতিয়া তেখেতসকলে উপযাচি আহি মোক উচিত কথা কোৱা বুলি, আৰু মোৰ

বস্তুনিষ্ঠতাৰ বাবে প্ৰশংসা কৰিলে।

এনে কাৰণতেই এই প্ৰবন্ধটি কিতাপৰ আকাৰত প্ৰকাশ কৰাৰ প্ৰয়োজন বোধ কৰিলোঁ। অৱশ্যে কিতাপৰ আকাৰত প্ৰবন্ধটি প্ৰকাশ কৰোঁতে অকল ৰাজনৈতিক উপন্যাসক সামৰা সেই প্ৰবন্ধটি ওপৰঞ্চি আৰু দুখন উপন্যাসৰ আলোচনাৰ সংযোজনেৰে পূৰ্ণাংগ কৰি তোলাৰ উপৰিও, ভট্টাচাৰ্যৰ অন্য সকলোবোৰ উপন্যাসকেই আলোচনাৰ অন্তৰ্গত কৰি ঔপন্যাসিক হিচাপে তেখেতৰ এটি সামগ্ৰিক মূল্যায়ন কৰিবলৈ যত্ন কৰিছোঁ। ইয়াৰ প্ৰয়োজন আছে। অকল ৰাজনৈতিক উপন্যাসতেই এই লেখকৰ ঔপন্যাসিক প্ৰতিভা ফুটি নুঠে। কেৱল ৰাজনৈতিক উপন্যাসৰ আলোচনাতেই তেখেতৰ মূল্যায়ন সীমাবদ্ধ কৰি থলে, ঔপন্যাসিক হিচাপে তেখেতৰ অন্য এটা উজ্জ্বল দিশ আওকাণ কৰা হয়।

০০০ ০০০ ০০০

কিতাপখনৰ প্ৰকাশৰ অন্য এটি বৌদ্ধিক কাৰণো আছে। অসমীয়া সৃজনাত্মক সাহিত্যত চল্লিছৰ দশকৰপৰা আজি কেই বছৰমান আগলৈকে, আৰু অসমীয়া সমালোচনা সাহিত্যত পঞ্চাছৰ দশকৰপৰা আজি কেই বছৰ-মান আগলৈকে কবিতাই আটাইতকৈ বেছি মনোযোগ আকৰ্ষণ কৰিছিল। কবিতাই আছিল অসমীয়া সাহিত্যৰ এই কালছোৱাৰ আৰ্হি-সাহিত্য (typical form)। কবিতাবো আকৌ এক নিৰ্দিষ্ট আৰ্হিৰ কবিতাহে তেতিয়া কবিতা বুলি পৰিগণিত হৈছিল। সেই সময়ৰ ধাৰণামতে, এটি বিশেষ মানসিক চেতনাৰ, এটি ঘনীভূত ভাবৰ শাব্দিক কলাৰূপেই কবিতা। পাশ্চাত্যতো এই শতাব্দীৰ আৰম্ভণীৰ তিনিটা দশকত ইয়েট্‌ছ্‌, পাউণ্ড্‌, এলিয়ট্‌ আদি কবি-সকলক কেন্দ্ৰ কৰি গঢ়ি উঠা সাহিত্যৰ, অৰ্থাৎ সেইসময়ৰ সাহিত্যৰ প্ৰতিনিধি আৰ্হি (representative type) কবিতাৰ, এয়েই আছিল স্বৰূপ। পিছলৈ পাশ্চাত্যত তৃতীয় দশকৰপৰা পঞ্চম দশকৰ ভিতৰত এই কাৱতাৰ আন্দোলন 'নতুন কবিতা'ৰ আন্দোলনলৈ পৰ্যবসিত হোৱা সময়ত, কবিতাৰ ধাৰণা ইয়াতকৈয়ো ঠেক আৰু শৃঙ্খলিত হ'ল। সৰল ৰূপত ক'বলৈ গ'লে, কবিতা এই আন্দোলনৰ ধাৰণামতে অন্য একো নহয়, ই কেৱল এটি শব্দ-সৌধ—এটি শাব্দিক নিৰ্মাণ (verbal construct)। কবিতাৰ ক্ষেত্ৰত, ইয়াৰ গাঠনি (structure) বা গঠন (form) টোহে, অন্য কথাত, ইয়াৰ অৱয়ৱটোহে (body) প্ৰধান কথা। পাশ্চাত্য সাহিত্যৰ বিংশ শতাব্দীৰ প্ৰথমাৰ্ধৰ

কবিতাকেন্দ্ৰিক সাহিত্যৰ এই ঢৌ বাগৰি আহিছিল ওপৰত উল্লিখিত চল্লিছৰ দশকত আৰম্ভ হৈ আজি কেইবছৰমান আগলৈকে চলা আমাৰ প্ৰথম অৱস্থাৰ 'আধুনিক সাহিত্য' আৰু পিছৰ অৱস্থাৰ নতুন কবিতা'ৰ আন্দোলনলৈকেও।

মেল্‌কম্‌ ব্ৰেড্‌বেৰিয়ে দেখুৱাইছে[৩৭], কেনেকৈ প্ৰতিটো সাহিত্যিক যুগৰে, আমি ওপৰত কৈ অহা দৰে, একো একোটা সাহিত্যিক আৰ্হি থাকে; কেনেকৈ এই শতাব্দীৰ প্ৰথমাৰ্ধত পাশ্চাত্য সাহিত্যৰ কেন্দ্ৰীয় আৰ্হি আছিল কবিতা; আৰু এতিয়া তাৰ ঠাইত সাম্প্ৰতিক পাশ্চাত্য সাহিত্যৰ কেন্দ্ৰীয় আৰ্হি হ'ল উপন্যাস। এই শতাব্দীৰ প্ৰথমাৰ্ধত কবিতাই পাশ্চাত্যত সাহিত্যৰ প্ৰতিনিধি আৰ্হি আছিল বাবে, সমালোচনা সাহিত্যতো তেতিয়া কবিতাৰ সমালোচনাই প্ৰাধান্য লাভ কৰিছিল। উপন্যাসৰ বা সাহিত্যৰ অন্য দিশৰ সমালোচনা তেতিয়া আছিল তাকৰ। আমাৰ দেশকো এই ঢৌৱে আহি স্পৰ্শ কৰা সময়ত, অৰ্থাৎ চল্লিছ, পঞ্চাছ আৰু ষাঠীৰ দশকত, আমাৰ সাহিত্যতো স্বাভাৱিকতে সাহিত্য সমালোচনা বুলিলে বুজা গৈছিল কবিতাৰ সমালোচনা। উপন্যাসৰ সমালোচনা তেতিয়া আছিল কম। উপন্যাসৰ সমালোচনা এই যুগত যি হৈছিল সেই সমালোচনাও তেতিয়া আছিল সেই যুগৰ কবিতা সমালোচনাৰ প্ৰকৃতিৰহে। অৰ্থাৎ কবিতাক যেতিয়া চোৱা হৈছিল এটি মানসিক চেতনাৰ বা এটি ঘনীভূত ভাবৰ শাব্দিক কলাৰূপ হিচাপে, তেতিয়া উপন্যাসকো চোৱা হৈছিল একে প্ৰকৃতিৰেই এটি কলাকৰ্ম ( artifact ) হিচাপেই। কবিতাক যেতিয়া চোৱা হৈছিল এটি শাব্দিক নিৰ্মাণ হিচাপে মাথোন, উপন্যাসকো তেতিযা চোৱা হৈছিল, এটি শাব্দিক নিৰ্মাণ হিচাপে মাথোন। অৰ্থাৎ এই কবিতাকেন্দ্ৰিক যুগটোৱে উপন্যাসৰ অস্তিত্ব এটি কবিতা হিচাপেহে মাথোন স্বীকাৰ কৰিব পাৰিছিল; উপন্যাস হিচাপে এই যুগত উপন্যাসৰ কোনো অস্তিত্ব স্বীকাৰ কৰা নহৈছিল। নিজে লিখা কবিতাৰ আৰ্হিৰ কবিতাবোৰকেই আদৰ্শ কবিতা বুলি সেই আৰ্হিৰ কবিতাৰ প্ৰসাৰৰ বাবে সমালোচনাত ব্ৰতী হোৱা টি, এছ্‌. এলিয়টৰ দৰে কবি সমালোচকৰ কথা বাদেই, সাহিত্য সৃষ্টিৰ পৰা আঁতৰি থকা লীৱিছৰ দৰে সাহিত্যকৰ্মৰ গঠন বা গাঠনিৰ কলাৰ লগতে তাত নিহিত থকা নৈতিক চেতনাৰো বিচাৰ কৰা সমালোচকজনেও আন কি, এই যুগৰ তেওঁৰ উপন্যাসৰ সমালোচনা লানিক আখ্যা দিছিল 'নভেল্‌ এজ্‌ ড্ৰেমেটিক্‌ পোৱেম্‌' বুলি—'নাটকীয় কবিতাহিচাপে উপন্যাস' বুলি। আৰু লীৱিছে উপন্যাস সম্পৰ্কে এনে ধাৰণাৰ

'মহৎ পৰম্পৰা'ত স্থান দিছিল এই আৰ্হিৰ সমালোচনাৰ মানদণ্ডত উচ্চ মূল্যৰ বুলি প্ৰমাণিত হোৱা উপন্যাসবোৰকহে অকল। এলিয়ট্ আৰু লীভিছৰ পৰৱৰ্তী, 'নতুন কৱিতা'ৰ আন্দোলনৰ সময়ৰ 'নতুন সমালোচক'বিশেষে ইয়াতকৈয়ো আৰু কিছু দূৰলৈ গৈ উপন্যাস একোখনৰ কেইটামান পৃষ্ঠাৰ মাথোন সমালোচনা আগবঢ়ায়েই সমগ্ৰ উপন্যাসখনৰ সমালোচনাৰ কাম সমাপ্ত কৰা বুলি গণ্য কৰিব পাৰিছিল।

এই চক্ৰৰ বেহুত সোমাই ঔপন্যাসিকসকলেও আনকি এই যুগৰ উপন্যাসৰ প্ৰকৃতিকেই সলনি কৰি দি নতুন আৰ্হিৰ চেতনা-প্ৰধান, গঠন বা গাঠনিৰ কলা প্ৰধান উপন্যাসৰ সৃষ্টি কৰিছিল। উনবিংশ শতাব্দীৰ শেষৰ পিনে হেন্‌ৰি জেইম্‌ছে তেওঁৰ উপন্যাসবোৰৰ দ্বাৰা এই প্ৰকৃতিৰ উপন্যাস ৰচনাত আগভাগ লৈছিল। তেওঁৰ উপন্যাসত সংযোজিত কৰা নিজে লিখা পাতনিবোৰৰ দ্বাৰা এই আৰ্হিৰ উপন্যাসৰ উপযোগী উপন্যাস-সমালোচনাৰ পদ্ধতিও তেৱেঁই প্ৰথমে প্ৰৱৰ্তিত কৰে। হেন্‌ৰি জেইম্‌ছৰ উত্তৰসাধক জোছেফ্ কন্‌ৰাড্, জেইম্‌ছ্ জয়ছ্, ভাৰ্জিনিয়া উল্‌ফ্ আদি এই যুগৰ ঔপন্যাসিকসকলৰ উপন্যাসসমূহো সেইবাবে কাহিনীপ্ৰধান নহৈ, হৈছিল কলাপ্ৰধান আৰু চেতনা প্ৰধান।

অৱশ্যে শতাব্দীৰ মাজভাগৰপৰা পাশ্চাত্যত এই সাহিত্য-আন্দোলন পৰি আহে। আৰু কৈয়েই আহিছোঁ, সম্প্ৰতি তাত সাহিত্যৰ কেন্দ্ৰীয় আৰ্হি হৈ উঠিছে উপন্যাস। স্বাভাৱিকতে সমালোচনাৰ কেন্দ্ৰীয় বিষয়ো তাত হৈ উঠিছে এতিয়া উপন্যাস। উপন্যাস বুলিলে এতিয়া আৰু তাত 'নতুন কৱিতা'ৰ ধাৰণাৰ শাব্দিক নিৰ্মাণস্বৰূপ উপন্যাসক নুবুজায়। উপন্যাস এতিয়া আৰু হেন্‌ৰি জেইম্‌ছৰ ধাৰণাৰ চেতনাৰ কলাৰূপ মাথোন নহয়। উপন্যাসৰ আৰ্হি হৈছে গৈ তাত এতিয়া পুনৰ বৃত্তান্তমূলক ( narrative ), বিষয়বস্তু প্ৰধান ( with emphasis on content ) উনবিংশ শতাব্দীৰ বাস্তৱধৰ্মী ( realist ) উপন্যাসবোৰ। উপন্যাসৰ সমালোচনাই সেয়েহে এতিয়া তাৰ বৃত্তান্তৰ ( narrative ) বিশ্লেষণলৈ যায়, তাৰ বিষয়বস্তুৰ ( content ) বিচাৰলৈ যায়, আৰু যায় উপন্যাসৰ অন্য দিশবোৰৰ পুংখানুপুংখ বিশ্লেষণৰ দ্বাৰা এইবোৰৰ বাস্তৱৰ লগত সম্পৰ্কৰ বিচাৰলৈ।

চল্লিছ আৰু পঞ্চাছৰ দশকত আমাৰ প্ৰফুল্লদত্ত গোস্বামীৰ উপন্যাসত ( 'শেষ ক'ত, ১৯৪৮ ; 'কেঁচা পাতৰ কঁপনি', ১৯৫২ ) পাশ্চাত্যৰ এই শতাব্দীৰ

প্ৰথমাৰ্ধৰ আধুনিক উপন্যাসৰ প্ৰভাৱ পৰিছিল। পঞ্চাছৰ দশকত প্ৰকাশ হোৱা বীৰেন ভট্টাচাৰ্যৰ প্ৰথম উপন্যাসখনতো ( 'ৰাজপথে ৰিঙিয়ায়', ১৯৫৫ ) এই যুগৰ পাশ্চাত্য সাহিত্যৰ আংগিকৰ প্ৰভাৱ আছিল। তথাপি পাশ্চাত্যৰ প্ৰথমাৰ্ধৰ 'আধুনিক' আৰু 'নতুন' সাহিত্যৰ ঢৌৱে গৰকা আমাৰ চল্লিছ, পঞ্চাছ আৰু ষাঠিৰ দশকৰ উপন্যাসসাহিত্য সামগ্ৰিকভাৱে হৈ ৰৈছিল কাহিনীপ্ৰধান, বিষয়বস্তুপ্ৰধান। শেষত সত্তৰৰ দশকৰ পৰা আমাৰ সাহিত্যও পাশ্চাত্যৰ সমসাময়িক সাহিত্যৰ দৰে উপন্যাসকেন্দ্ৰিক হৈ উঠিল—বৃত্তান্ত-মূলক, বিষয়বস্তুপ্ৰধান উপন্যাসকেন্দ্ৰিক।

সেয়েহে আমি দেখোঁ যে, সত্তৰৰ দশকত আত্মপ্ৰকাশ কৰা আমাৰ প্ৰতিভাশালী লেখক-লেখিকা কেইগৰাকীৰ ভিতৰত ঔপন্যাসিক কেইগৰাকী-য়েহে অকল তেওঁলোকৰ অস্তিত্ব আমাৰ সাহিত্য-সমাজত বেছিকৈ অনুভূত কৰাব পাৰিছে। দেৱেন্দ্ৰনাথ আচাৰ্য, মামনি ৰয়ছম গোস্বামী আৰু শীলভদ্ৰই সত্তৰৰ দশকত ঔপন্যাসিকৰ ভূমিকাত অৱতীৰ্ণ হৈ আজি আমাৰ সাহিত্যত যি স্থান অধিকাৰ কৰিছে, তালৈ চালেই এই কথা বুজিব পাৰি। সত্তৰৰ দশকত আত্মপ্ৰকাশ কৰা প্ৰতিভাশালী কবি কেইগৰাকীয়ে আনহাতে এনে প্ৰাধান্য লাভ কৰিব পৰা নাই। অৱশ্যে প্ৰগতিবাদী কবি কেইগৰাকীৰ কথা সুকীয়া। প্ৰগতিবাদী কবিতাত বিষয়বস্তুহে প্ৰধান কথা। সাম্প্ৰতিক যুগৰ মনোযোগ আকৰ্ষণ কৰা উপন্যাসতো বিষয়বস্তুৱেই মূলকথা বাবে প্ৰগতিবাদী কবিতাৰ মূল্য এই যুগতো অটুট আছে। ফলত সত্তৰৰ দশকত আত্মপ্ৰকাশ কৰা প্ৰগতিবাদী কবিসকলৰ দশা নতুন কবিসকলৰ দৰে হোৱা নাই।

সত্তৰৰ দশকত আৰু এটি মন কৰিবলগীয়া কথা এই যে, এই দশকৰ পূৰ্বৰ অৰ্থাৎ আমি দেখুওৱা সেই 'আধুনিক' আৰু 'নতুন কবিতা'ৰ যুগৰ কেবাজনো কৃতী কবিয়েও কবিতাৰ ক্ষেত্ৰ ত্যাগ কৰি বা সেইপিনে পিঠি দি, এই দশকত উপন্যাসলৈ মূল্যৱান বৰঙণি আগবঢ়ায়। পঞ্চাছৰ দশকৰ কবি বীৰেন ভট্টাচাৰ্য্য, নৱকান্ত বৰুৱা আৰু হোমেন বৰগোহাঞিলৈ এই কথাত আমি আঙুলিয়াব পাৰোঁ। বীৰেন ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়' ( ১৯৭০) আৰু 'প্ৰতিপদ' ( ১৯৭০ ), নৱকান্ত বৰুৱাৰ 'ককাদেউতাৰ হাড়' ( ১৯৭৩ ) আৰু হোমেন বৰগোহাঞিৰ 'পিতাপুত্ৰ' ( ১৯৭৫ ) এই দশকৰ সৃষ্টি; আৰু এই কেইখন উপন্যাসেই এই কবি কেইগৰাকীৰ ঔপন্যাসিক হিচাপে এতিয়ালৈকে শ্ৰেষ্ঠ কীৰ্তি। এই দশকৰপৰাই যে নীলমণি ফুকনৰ কবিতাও তেওঁৰ পূৰ্বৰ কবিতা-

বোৰৰ তুলনাত বিষয়বস্তুত চহকী হবলৈ ধৰিছে, সিও মন কৰিবলগীয়া।

এনে স্থলত আমাৰ সমালোচনায়ো ইয়াৰ মনোযোগৰ কেন্দ্ৰ কৱিতাৰপৰা আঁতৰাই আনি উপন্যাসত স্থাপন কৰিবৰ হ'ল। এই সমালোচনাই অৱশ্যে উপন্যাসক পূৰ্বৰ সমালোচকসকলৰ দৰে এটি চেতনাৰ মাথোন প্ৰকাশ, বা এটি কলাকৃতি ( artifact ) বা শব্দসৌধ ( verbal construct ) মাথোন বুলি নধৰি, উপন্যাসৰ বিষয়বস্তুৰ, বৃত্তান্তৰ আৰু অন্যান্য দিশবোৰৰ বাস্তৱতাৰ তাৎপৰ্যলৈ যাব।

ড হেমেন গোহাঁই আৰু শ্ৰীভবেন বৰুৱাই ষাঠীৰ দশকৰ প্ৰথমাৰ্ধত বৰ্তমান শতাব্দীৰ প্ৰথমাৰ্ধৰ পাশ্চাত্যৰ কৱিতাকেন্দ্ৰিক সাহিত্যৰ সাৱধান, পদ্ধতিমূলক আৰু সুচিন্তিত অধ্যয়ন কৰি আৰু তাৰ লগতে সেই যুগৰ সাহিত্য-সমালোচনাৰ নিষ্ঠাৱান অনুধাবন কৰি একে আহিঁৰ আমাৰ চল্লিছ, পঞ্চাছ আৰু ষাঠীৰ দশকৰ সাহিত্যৰ পদ্ধতিমূলক, প্ৰতিভাসমুজ্জ্বল সমালোচনা আগবঢ়াইছিল। ইয়াৰ পূৰ্বৰ অসমীয়া ৰোমাণ্টিক যুগৰ কৱিসকলৰ কৱিতাৰো মূল্য নিৰ্ধাৰক সফল সমালোচনা এই দুই সমালোচকে কৰিছিল। মন কৰিবলগীয়া কথা যে, ৰোমাণ্টিক যুগো অসমীয়া সাহিত্যতেই হওক বা ইংৰাজী সাহিত্যতেই হওক, কৱিতাপ্ৰধানেই। আদি স্তৰত যদিও ড গোহাঁই আৰু শ্ৰীবৰুৱা—দুয়োৰেই লীৱিছৰ সমালোচনাৰ আদৰ্শৰ দ্বাৰা উদ্বুদ্ধ হৈ সাহিত্যত নৈতিক চেতনাৰ সাৰ্থক কলাৰূপৰ অনুসন্ধান কৰিছিল, পিছলৈ দুয়োৰে সমালোচনাৰ আদৰ্শ ভিন্ন হবলৈ ধৰিলে। অৱশ্যে এই স্তৰতো, অৰ্থাৎ ষাঠীৰ দশকৰ প্ৰথমাৰ্ধত, ড গোহাঁইৰ সমালোনাত লীৱিছৰ নৈতিক চেতনাৰ প্ৰভাৱ যিমান গাঢ় ৰূপত ধৰা পৰে, শ্ৰীবৰুৱাৰ ওপৰত সিমান নহয়। বৰুৱাৰ আদিৰেপৰা আকৰ্ষণ 'নতুন কৱিতা' আৰু 'নতুন সমালোচনা'ৰ তত্ত্ব আৰু ৰীতিয়ে দিনেহে। পিছলৈ ভবেন বৰুৱাই 'নতুন কৱিতা আৰু 'নতুন সমালোচনা'ৰ স্কুলত সম্পূৰ্ণৰূপে সোমাই পৰিল। সেয়েহে, এনে স্থলত প্ৰধানকৈ কৱিতাৰ সমালোচক ভবেন বৰুৱাই পূৰ্ণাঙ্গ সমালোচনা-প্ৰবন্ধৰ বাবে মাত্ৰ দুখনহে অসমীয়া উপন্যাস বাচি উলিয়াব পাৰিছিল ( হোমেন বৰগোহাঞিৰ 'সুবালা' আৰু বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত')। সেয়েহে শ্ৰীবৰুৱাই স্বাধীন ভাৰতৰ প্ৰথম পঁচিছটা বছৰৰ শ্ৰেষ্ঠ দহখন কিতাপ বাচি উলিয়াবলৈ গৈ, সেই দহখনৰ ভিতৰত স্থান দিছিল মাত্ৰ দুখন উপন্যাসকহে ( বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'সেউজী পাতৰ

কাহিনী' আৰু বীৰেন ভট্টাচাৰ্যৰ 'প্ৰতিপদ')। এই স্কুলৰ সমালোচক বুলিয়েই স্বাধীন ভাৰতৰ প্ৰথম পঁচিছ বছৰৰ শ্ৰেষ্ঠ দুখন উপন্যাসৰ ভিতৰত শ্ৰীবৰুৱাই বীৰেন ভট্টাচাৰ্যৰ 'প্ৰতিপদ'কহে স্থান দি'ছিল ; আৰু বৃত্তান্তপ্ৰধান 'মৃত্যুঞ্জয়' তেওঁৰ বাচনিত উঠিব নোৱাৰিছিল।

ড গোহাঁয়ে লীৱিছৰ সমালোচনাৰ দ্বাৰা অনুপ্ৰাণিত হৈ সাহিত্য সমালোচনাত ব্ৰতী হোৱা কালছোৱাত শ্ৰীভবেন বৰুৱাৰ দৰে তেখেতৰো মনোযোগৰ কেন্দ্ৰ আছিল কৱিতা। তথাপি লীৱিচৰ নৈতিক চেতনাৰ কলা-ৰূপৰ বিচাৰৰ আদৰ্শৰেই হ'লেও, তেখেতে সেই স্তৰতে বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'সেউজী পাতৰ কাহিনী'ৰ এটা অতি সাৰ্থক সমালোচনা আগবঢ়াইছিল। দৰাচলতে ড গোহাঁইৰ সমগ্ৰ সমালোচনাৰ ভিতৰত 'নিঃস্পন্দ নৰজাতকঃ "সেউজী পাতৰ কাহিনী'ৰ এটি আলোচনা' নামৰ এই প্ৰবন্ধটিয়েই তেখেতৰ এতিয়ালৈকে সমালোচক হিচাপে শ্ৰেষ্ঠ কীৰ্তি। মন কৰিবলগীয়া কথা যে এই স্তৰত এখেতেও এটা পূৰ্ণাংগ সমালোচনা-প্ৰবন্ধৰ বাবে এখন উপন্যাসহে বিচাৰি পাইছিল। যি নহওক, সোনকালেই ড. গোহাঁই তেওঁৰ পূৰ্বৰ আৰ্হিৰ সমালোচনা এৰি সমাজতাত্ত্বিক সমালোচনাৰ ক্ষেত্ৰত অৱতীৰ্ণ হ'ল। সমাজতাত্ত্বিক সমালোচাৰ কেন্দ্ৰীয় দৰ্শন অবশ্যে সাধাৰণতে মাৰ্ক্স'বাদী বা বৈজ্ঞানিক সমাজবাদী। তথাপি এই ধাৰাৰ সমালোচনায়ো সাহিত্যকৰ্মৰ বিষয়বস্তুৰ বাস্তৱতাৰ আলোচনাকেই মূলকথা বুলি গণ্য কৰে। পাশ্চাত্যৰ সাম্প্ৰতিক কালৰ উপন্যাসকেন্দ্ৰিক সাহিত্য আৰু সমালোচনাতো বিষয়বস্তুৰ বা বৃত্তান্তৰ বাস্তৱতাৰ বিচাৰেই মূল কথা—যদিও বাস্তৱতাৰ এই আলোচনা মাৰ্ক্স'বাদ নিৰ্ধাৰিত নহবও পাৰে। দৰ্শনৰ কথা বাদ দিলে, বিষয়বস্তুকেন্দ্ৰিক সাধাৰণ সমালোচনা আৰু সমাজতাত্ত্বিক বা মাৰ্ক্স'বাদী সমালোচনাৰ পদ্ধতি আৰু বিচাৰ, কেন্দ্ৰৰ পিনৰপৰা একেই। বিষয়বস্তুত প্ৰাধান্য আৰোপ কৰা বাবেই, এই দুয়ো শ্ৰেণীৰ সমালোচনাই উপন্যাসত, অৰ্থাৎ বৃত্তান্তমূলক বাস্তৱধৰ্মী উপন্যাসত, গুৰুত্ব আৰোপ কৰে। এই একে কাৰণতেই প্ৰগতিবাদী কৱিতা এই দুয়ো ৰীতিৰ সমালোচনাৰ বাবেই উপ-যোগী, আৰু গতিকে সমাদৰৰ। সাম্প্ৰতিক অসমীয়া উপন্যাসকেন্দ্ৰিক সাহি-ত্যত সেয়েহে ড. গোহাঁইৰ পৰৱৰ্তী স্তৰৰ সমালোচনা মূল্যৱান বুলি স্বীকৃত হ'ব অমাৰ্ক্স'বাদীসকলৰ মাজতো। তাৎপৰ্যপূৰ্ণ কথা যে ড গোহাঁয়ে ইতিমধ্যে বিৰিঞ্চিকুমাৰ বৰুৱাৰ প্ৰথম উপন্যাসখন বিষয়বস্তুৰ বাস্তৱতাৰ বিচাৰ

প্ৰধান সমাজতাত্ত্বিক সমালোচনাৰ পদ্ধতিৰে সমালোচনা কৰিছে—"ঐতিহ্য আৰু 'জীৱনৰ বাটত' " নামেৰে। ই নিশ্চয় অমাৰ্ক্সবাদী পাঠকসকলৰ মাজতো সমানে সমাদৃত হ'ব। এইখিনিতে উল্লেখযোগ্য যে পাশ্চাত্যৰ মাৰ্ক্সবাদী সমাজত সম্প্ৰতি গিয়ৰ্গ্ লুকাচ্ সমালোচক হিচাপে যিদৰে বৰেণ্য, আমেৰিকাৰ দৰে পুঁজিবাদী দেশতো সাহিত্যৰ সমালোচক হিচাপে তেওঁৰ সমান স্থান। সমাজতাত্ত্বিক এই গৰাকী সমালোচকেও প্ৰধানকৈ বিষয়বস্তুৰ বাস্তৱতাৰেই বিচাৰ কৰে আৰু এওঁৰো আলোচ্য বিষয় প্ৰধানকৈ উপন্যাস।

অসমৰ এই উপন্যাসকেন্দ্ৰিক সাহিত্যৰ যুগত, উপন্যাসৰ বিষয়বস্তু আদিৰ বাস্তৱতাৰ আলোচনামূলক অমাৰ্ক্সবাদী সমালোচনাও ইতিমধ্যে আৰম্ভ হৈছে। এটা ঐতিহাসিক সমীক্ষা মাথোন বাবে ড. সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া উপন্যাসৰ গতিধাৰা' (১৯৭৬) খনৰ কথা আমি বাৰু ইয়াতে নানেঁ। কিন্তু এই বিষয়ত ড. প্ৰফুল্ল কটকীৰ উপন্যাস-সমালোচনাৰ গ্ৰন্থ 'স্বৰাজোত্তৰ অসমীয়া উপন্যাস সমীক্ষা'ৰ (১৯৭৯) উল্লেখ কৰিব পাৰেঁ। আমি ওপৰত দেখুওৱা সাম্প্ৰতিক সাহিত্যত উপন্যাসৰ কেন্দ্ৰীয় স্থান, সমালোচনাৰ কেন্দ্ৰীয় বিষয় উপন্যাস, সমালোচনাৰ বা উপন্যাস-সমালোচনাৰ নতুন পদ্ধতি আদিৰ বিষয়ে ড. কটকীৰ এই গ্ৰন্থতো অৱশ্যে কোনো সচেতনতা প্ৰকাশ পোৱা নাই। তথাপি অজ্ঞাতসাৰে হ'লেও, তেখেতেও যে এই ভাবতেই সেই গ্ৰন্থত উপন্যাস-সমালোচনা কৰিছিল, সেই কথা ঠিক। সেয়েহে পূৰ্বৰ কবিতা-কেন্দ্ৰিক যুগৰ অন্যতম দিগ্‌দৰ্শী সমালোচক শ্ৰীভবেন বৰুৱাই চেতনা আৰু ফৰ্মৰ অতি সুখকৰ প্ৰকাশ বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত' খনক অসমীয়া উপন্যাস সাহিত্যৰ শীৰ্ষস্থানত তোলাৰ পিছত, ড. কটকীয়ে তেখেতৰ উক্ত গ্ৰন্থত এনে মত প্ৰকাশ কৰিছে যে, বীৰেন ভট্টৰ 'মৃত্যুঞ্জয়ে' বিৰিঞ্চি বৰুৱাৰ সেই উপন্যাসৰ গাদী লৰালে। এইখিনিতে মন কৰিবলগীয়া কথা এই যে 'মৃত্যুঞ্জয়' এখন বৃত্তান্তমূলক, বিষয়বস্তুপ্ৰধান উপন্যাস।

মোৰ এই গ্ৰন্থৰ তৃতীয় অধ্যায়টি প্ৰবন্ধ ৰূপত যেতিয়া প্ৰকাশিত হৈছিল (১৯৮১), আৰু তাত কাহিনীৰ, বিষয়বস্তুৰ, চৰিত্ৰ আদিৰ বাস্তৱতাৰ বিচাৰ পুংখানুপুংখ বিশ্লেষণৰ সহায়ত আগবঢ়াইছিলোঁ, তেতিয়া সাম্প্ৰতিক সাহিত্যত বৃত্তান্তপ্ৰধান উপন্যাসৰ স্থান আৰু উপন্যাস-সমালোচনাৰ নতুন বিশ্লেষণাত্মক পদ্ধতিৰ কথা মনত আছিল। সেই প্ৰবন্ধত যৎসামান্য হাত ফুৰাই আৰু দুটি ওপৰঞ্চি অংশ সংযোজন কৰি, পুনৰ অন্যান্য অধ্যায় কেইটামানৰ

ৰচনাৰে এই গ্ৰন্থ প্ৰণয়ন কৰা সময়তো মোৰ এই চেতনা সক্ৰিয় আছিল।

এই গ্ৰন্থৰ প্ৰকাশে যাতে সাহিত্যত সম্প্ৰতি উপন্যাসৰ এই কেন্দ্ৰীয় স্থান সম্পৰ্কে, আৰু সমালোচনাৰ মনোযোগৰ কেন্দ্ৰ সম্প্ৰতি উপন্যাস বুলি আমাৰ সাহিত্য সমাজত এটি চেতনা জাগ্ৰত কৰিব পাৰে, সেই বাবেও এই গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা। আমাৰ পাঠকসমাজৰ সকলো শ্ৰেণীয়েই এই গ্ৰন্থক—বিশেষকৈ মোৰ এই পাতনিক, নিৰ্বিৱাদে সমাদৰ দেখুৱাব, তাক মই কেতিয়াও আশা কৰা নাই। সাম্প্ৰতিক সাহিত্য সম্পৰ্কে মোৰ এই পৰ্য-বেক্ষণক লৈ যদি এটি তথ্যভিত্তিক, বস্তুনিষ্ঠ, ন্যায্য বিৱাদৰ সৃষ্টি হয়, তেন্তে মই তাত সানন্দে যোগদান কৰিবলৈ প্ৰস্তুত আছোঁ।

গ্ৰন্থখনৰ ভিতৰত পালন কৰা এটি নিয়ম সম্পৰ্কে এইখিনিতে এষাৰ কথা কৈ থওঁ। আমাৰ প্ৰায়বোৰ ভাৰতীয় ভাষাৰে মান্যাৰ্থ, তুচ্ছাৰ্থ আদিত ব্যৱহৃত হোৱা দ্বিতীয় আৰু তৃতীয় পুৰুষৰ সৰ্বনাম তই, তুমি, আপুনি, সি, তেওঁ, তেখেত আদি ৰূপৰ ব্যৱহাৰৰ ভিন্নতাই আমাক আমাৰ দৈনন্দিন আচৰণত প্ৰায় অসুবিধাত পেলায় বা লজ্জিত কৰে। ইংৰাজী ভাষা আৰু মই জনাত, আমি পিছপৰা বুলি ভবা আমাৰ বড়ো ভাষাৰ দৰে ভাষা, এনে অসুবিধাজনক ব্যৱহাৰ বিধিৰপৰা আনন্দদায়কভাৱে মুক্ত। যদিও ব্যক্তিগত ভাবে ড. বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য মোৰ নিতান্ত মান্যাৰ্হ, তথাপি তেখেতক এই গ্ৰন্থৰ ভিতৰত সদায় তেওঁ বোলাটো পাঠকসকলে লক্ষ্য কৰিব। তেখেত এই গ্ৰন্থৰ বিষয়হে; গতিকে গ্ৰন্থকাৰৰ চকুৰ আগত তেখেত এজন ব্যক্তি হিচাপে আৰু থিয় দিয়া নাই। সেয়েহে তেখেত এখেত আদি মান্যাৰ্থক সৰ্বনামৰ সলনি তেখেতৰ ক্ষেত্ৰত গ্ৰন্থখনত ব্যৱহাৰ কৰিছোঁ তেওঁ, এওঁ আদি সৰ্বনাম। তেখেতৰ নামৰ আগত সন্মানসূচক শব্দ শ্ৰী, ডক্টৰ আদিও একো ব্যৱহাৰ কৰা নাই। অন্য ব্যক্তিসকলৰ ক্ষেত্ৰতো, যেতিয়া তেখেতসকলৈ ব্যক্তি হিচাপে আঙুলিয়াইছোঁ, তেতিয়াহে ব্যৱহাৰ কৰিছো এখেত, তেখেত আদি সৰ্বনাম আৰু শ্ৰী, ডক্টৰ আদি সন্মানসূচক শব্দ। কিন্তু যেতিয়াই তেখেতসকল মোৰ বাবে হৈ পৰিছে নৈৰ্ব্যক্তিক আলোচ্য বিষয়, তেতিয়াই পুনৰ তেখেতসকলৰ ক্ষেত্ৰতো এওঁ, তেওঁ সৰ্বনাম ব্যৱহাৰ কৰিছো; আৰু নামৰ আগতো সন্মানসূচক শব্দ ব্যৱহাৰৰপৰা আঁতৰি আছোঁ।

এই গ্ৰন্থ ৰচনাৰ বিভিন্ন স্তৰত বিভিন্ন ধৰণে যিসকল ব্যক্তিৰপৰা জ্ঞান, পৰামৰ্শ, উৎসাহ-উদ্দীপনা, সহায়-সহযোগিতা পাইছিলোঁ, সেইসকলৰ ওচৰত

মই অতিশয় কৃতজ্ঞ। এইসকল ব্যক্তিৰ ভিতৰত আছে শ্ৰীহোমেন বৰগোহাঞি, শ্ৰীবজিৎ দেৱ গোস্বামী, শ্ৰীমতী আৰাধনা গোস্বামী, প্ৰাধ্যাপক ড. গোলোক চন্দ্ৰ গোস্বামী, শ্ৰীশিৱনাথ বৰ্মণ, শ্ৰীহীৰেন্দ্ৰনাথ দত্ত, শ্ৰীমতী অণিমা দত্ত আৰু মোৰ সহধৰ্মিণী শ্ৰীমতী অঞ্জলি শৰ্মা।

মই অতিশয় কৃতজ্ঞ বৰুৱা এজেন্সিৰ অধীক্ষক শ্ৰীবদন চন্দ্ৰ বৰুৱাৰ ওচৰতো। এই গ্ৰন্থৰ পৰিকল্পনা মোৰ মনত এটি সৰৱ চিন্তাৰ আকাৰত থকা অৱস্থাতেই, শ্ৰীবৰুৱে ই গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ আগ্ৰহ নেদেখুওৱা হ'লে, মোৰ মনৰ এই সৰৱ চিন্তা কিজানি লাহে লাহে নীৰৱ হৈ পৰি অনন্ত কাললৈ নীৰৱ অৱস্থাতেই ৰৈ গ'লহেঁতেন। গ্ৰন্থখনিৰ অংগসজ্জা আৰু বেটুপাতৰ পৰিকল্পনাও তেখেতৰেই। উপন্যাসসমূহত ধৰা পৰা ড. বীৰেন ভট্টাচাৰ্যৰ সমাজবাদী ভাবধাৰাৰ উত্থান আৰু পতনৰ যি গুণগত লেখ (graph) এই গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে, সেই লেখটিও পৰিসংখ্যা বিজ্ঞান আৰু গণিত শাস্ত্ৰৰ ছাত্ৰ আৰু অধ্যাপক শ্ৰীবদন বৰুৱা আৰু মোৰ যুটীয়া কৰ্মহে।

গোবিন্দ প্ৰসাদ শৰ্মা
গুৱাহাটী বিশ্ববিদ্যালয়
১৪ এপ্ৰিল ১৯৮৩

# বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য ঃ
## এটি ইম্প্ৰেশ্যন

সেয়া আছিল পঞ্চাছৰ দশক। দ্বিতীয় মহাযুদ্ধৰ পৰৱৰ্তী আৰু দেশখনৰ স্বাধীনতাৰ আৰম্ভণীৰ কালছোৱাৰ কথা। ভাৰতৰ স্বাধীনতা যুদ্ধৰ, বিশ্বৰ দ্বিতীয় যুদ্ধৰ বহুতো অসাধাৰণ, স্বপ্নভংগকাৰী, তিক্ত অভিজ্ঞতা তেতিয়াও ভাৰতৰ জনমানসত জীৱন্ত। প্ৰাচ্যলৈ প্ৰবল স্ৰোতত বৈ অহা পাশ্চাত্যৰ বস্তুবাদী ঔদ্যোগিক সভ্যতাৰ সতেজ গতিয়ে বিগত দিনৰ তিক্ত অভিজ্ঞতাবোৰ মচি দিয়াৰ আশ্বাস দিয়া দূৰৈৰ কথা, সমলেখীয়া নতুন সংকট, নতুন সমস্যাৰ উদ্ৰেক কৰাৰ দুঃস্বপ্নহে তেতিয়া ঘনীভূত হৈছে ভাৰতীয় তথা অসমীয়া মানসত। অথচ পাশ্চাত্যৰ এই জড়বাদী, ঔদ্যোগিক সভ্যতাৰ স্ৰোতক আমি স্বাগতম জনাবই লাগিব। আমাৰ ইচ্ছাৰ বিৰুদ্ধে হলেও, আমাৰ ইচ্ছাতকৈও বহুতো বেছি শক্তি-শালী এই স্ৰোতৰ গতিত আমি নিজকে এৰি দিবই লাগিব।

এনে এক পৰিস্থিতিত, এনে এক উপলব্ধিৰ মাজেদিয়েই সুদৃঢ় হৈ উঠিছিল আধুনিক অসমীয়া সাহিত্য এইটো দশকত। আৰু এই সাহিত্যৰ দিগ্‌গজ, দিগ্‌দৰ্শী স্ৰষ্টাসকলৰ ভিতৰত আছিল হেম বৰুৱা, নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা আৰু হোমেন বৰগোহাঞি। এইসকলৰ ভিতৰতে আছিল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যও। কিন্তু বীৰেন ভট্টাচাৰ্যৰ ইয়াতকৈও আৰু অন্য এটি পৰিচয়ো আছিল। এই সাহিত্যৰ অন্যতম দিগ্‌দৰ্শী স্ৰষ্টা হোৱাৰ উপৰি তেওঁ আছিল এই সাহিত্যৰ পালকো।

ওপৰত উল্লিখিত যুগসংকটৰ স্বাক্ষৰ বহন কৰা নতুন প্ৰকৃতিৰ, নতুন স্বাদৰ যি লেখা, তাক সৰবৰাহ কৰা তেতিয়াৰ সকলোৰে আদৰৰ, সকলোৰে শ্ৰদ্ধাৰ যিখন আলোচনী, সেইখন হ'ল 'ৰামধেনু'। পূৰ্বতে 'জোনাকী' আৰু 'আৱাহনে' অসমীয়া সাহিত্যত একো একোটা নতুন যুগ সৃষ্টি কৰাৰ দৰে 'ৰামধেনু'ৱেও সৃষ্টি কৰিছিল, পালন কৰিছিল অসমীয়া সাহিত্যৰ এই যুদ্ধোত্তৰ যুগটো—যিটোক অসমীয়া সাহিত্যৰ আধুনিক যুগ বুলি কেবাটাও কাৰণত চিহ্নিত কৰিব পাৰি। এই 'ৰামধেনু'ৰেই মহেশ্বৰ নেওগৰ পিছত এই কালছোৱাৰ সম্পাদক আছিল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য।

তেতিয়াৰ ডেকা সাংবাদিক, গল্পকাৰ, কবি আৰু ঔপন্যাসিক বীৰেন ভট্টাচাৰ্য তেতিয়াৰ ডেকা কবি নৱকান্ত বৰুৱা আৰু মহেন্দ্ৰ বৰাৰ বয়সৰেই প্ৰায়। তথাপি এই যুগৰ সাহিত্যৰ যিসকল হেম বৰুৱাৰ দৰে প্ৰবীণ পথিকৃৎ আৰু হোমেন বৰগোহাঞিৰ দৰে তৰুণ উদ্যোক্তা; সেইসকলৰো এওঁ সমানে আস্থাভাজন। যুগ সচেতন, সভ্যতাৰ গতি সচেতন অসমীয়া সাহিত্যৰ এই যুগটোৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য যেন কেন্দ্ৰবিন্দু।

এনে এখন আলোচনীৰ, এনে এগৰাকী সম্পাদকৰ প্ৰভাৱ পৰিছিল তেতিয়াৰ সুদূৰ নেফা বা উত্তৰ পূব সীমান্ত ভূভাগতে (বীৰেন ভট্টাচাৰ্যৰ আদৰৰ ৰাজনৈতিক নেতা ৰামমনোহৰ লোহিয়াৰ, আৰু বীৰেন ভট্টাচাৰ্যৰো মতে—উৰ্বসীয়ম) অবশ্যে নহয়, প্ৰভাৱ পৰিছিল টিংচু অঞ্চলৰ দৰে সাহিত্যত পিছপৰা অঞ্চলৰ তাতোকৈ পিছপৰা ভিতৰুৱা গাওঁ হেৰামজাৰ, ক্ষেত্ৰাপাৰা আদিতো। তেতিয়া হাই স্কুলৰ তলৰ খাপৰ ছাত্ৰ এই প্ৰবন্ধৰ লেখকেও মাহেকৰ মূৰত যেতিয়া 'ৰামধেনু' আহিবৰ সময় হয়, তেতিয়া তেওঁৰ অতিপাত পিছপৰা, তেনেই ভিতৰুৱা গাওঁখনৰ পৰা ধান আৰু তামোলৰ বেপাৰৰ গুঞ্জনময়, ব্যস্ত, ক্ষুদ্ৰ গ্ৰাম্য চহৰ টিংচুলৈ আহি তেওঁৰ লগৰীয়াসকলৰ লগত দলবান্ধি ৰেল ষ্টেছনত উদ্‌গ্ৰীৱ হৈ বৈ থাকে—আহিব ধৰা ৰেল গাড়ীখনত টিংচুৰ এজেণ্টলৈ 'ৰামধেনু'খন আছিল নে নাই চাবলৈ।

'ৰামধেনু'ৰ সম্পাদক বীৰেন ভট্টাচাৰ্য, কৱি আৰু পাশ্চাত্য সাহিত্য-সভ্যতাৰ বাৰ্তাবাহক হেম বৰুৱা, কৱি নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, কৱি-গল্পকাৰ হোমেন বৰগোহাঞি—এইসকলৰ নাম এই গ্ৰন্থৰ লেখকৰ দৰে সাহিত্যপ্ৰেমী কিশোৰ-কিশোৰীসকলৰ বাবে তেতিয়া একো একোটা নতুনৰ বাৰ্তাবাহক চুম্বক শক্তি।

পঞ্চাছৰ দশকৰ শেষৰ পিনে এই লেখকে স্কুল পাচ কৰি যেতিয়া তেওঁৰ টিছু এৰি কটন কলেজত নাম লেখিলেহি, তেতিয়া এই নামবোৰৰ আঁৰৰ মানুহবোৰৰ কাৰো কাৰো সৈতে মুখামুখি হোৱা, সীমিত অৰ্থৰ সংগ লাভ কৰা সম্ভৱ হ'ল। বীৰেন ভট্টাচাৰ্যৰ সৈতে এই লেখকৰ প্ৰথম সাক্ষাৎ হৈছিল 'ৰামধেনু'ৰেই চেনিকুঠীৰ কাৰ্যালয়ৰ সম্পাদকৰ টেবুলত। সৰু অবয়বৰ, বগা ধুনীয়া মুখখনেৰে স্বদেশী বগা ধুতি-পাঞ্জাৱী পৰিহিত এজন ডেকা। গম্ভীৰ প্ৰকৃতিৰ আৰু অল্পভাষী। তেওঁক দেখাৰ পূৰ্বতেই মহেন্দ্ৰ বৰাক দেখাটো সম্ভৱ হৈছিল। কোট-পেণ্ট-টাই পৰিহিত এজন চৰ্খীন পাশ্চাত্য ঢঙৰ ডেকা। তেওঁৰ পাশ্চাত্য আহিৰ কৱিতা, পাশ্চাত্য সাহিত্যৰ চিন্তা চৰ্চাৰ লগত মানুহজনৰ চাল-চলন, পৰিধান যেন খাপ খোৱা। বীৰেন ভট্টচাৰ্যক দেখাৰ পূৰ্বে নৱকান্ত বৰুৱাকো দেখা পাইছিলোঁ। হস্তশিল্প জাত কাপোৰৰ কোট-পেণ্ট-টাই পিন্ধা অন্য এজন ডেকা। তেওঁৰ স্বদেশী বয়নৰ পাশ্চাত্য পোচাকে মনত পেলাই দিছিল তেওঁৰ পাশ্চাত্য আংগিকৰ কৱিতাত ৰবীন্দ্ৰনাথ প্ৰভাৱলৈ। এই দুই কৱিৰ বিপৰীতে তেওঁলোকৰ সমসাময়িক একে গোষ্ঠীৰ কৱি-সাহিত্যিক বীৰেন ভট্টাচাৰ্যৰ পৰিধান-চালচলনৰ কেনে বৈসাদৃশ্য। এওঁৰ পৰিধানৰ সাদৃশ্য আছে বৰং এওঁৰো পূৰ্বতে দেখা পোৱা এওঁতকৈ বয়সত বহু জ্যেষ্ঠ হেম বৰুৱাৰ পৰিধানৰ লগত—বগা ধুতি-পাঞ্জাবী আৰু এড়ী চাদৰ। আৰু দুয়োৰে মিল আছিল অন্য এটি কথাত—তেওঁলোকৰ সমাজবাদী মনোভংগীত। কিন্তু বীৰেন ভট্টাচাৰ্যৰ পোচাকত তেতিয়া আৰু অন্য এটি বৈশিষ্ট্য চকুত পৰিছিল—পাঞ্জাবী চোলাৰ কান্ধৰ এঠাইত আৰু ধুতি-খনৰ তলৰ পিনে এঠাইত ফটাৰ পাছত হাতেৰে চিলাই মেৰামতি

কথা। ই এফালে যেনেকৈ তেওঁৰ বিলাসিতাহীনতাৰ নামান্তৰ—এক দুৰ্লভ সৰলতা আনফালে তেনেকৈ তেওঁৰ ই তেওঁৰ আৰ্থিক স্বচ্ছলতা-হীনতাৰ চিন।

বীৰেন ভট্টাচাৰ্যৰ সাজপাৰৰ সৰলতা তেওঁৰ তেতিয়াৰ বয়স আৰু সামাজিক অৱস্থানলৈ চাই যিদৰে বিসদৃশ যেন লাগিছিল, সেইদৰে তেওঁৰ গাম্ভীৰ্য আৰু অল্পভাষিতাও কিছু যেন আছিল তেওঁৰ বয়সৰ অনুপাতত অস্বাভাৱিক। কিন্তু তেওঁৰ পৰিধানৰ সৰলতাৰ গুৰিত যিদৰে মূলতে আছিল অসমীয়া লেখক-সাংবাদিকৰ আৰ্থিক অস্বচ্ছলতা, ঠিক তেনেদৰে তেওঁৰ গাম্ভীৰ্য আৰু অল্পভাষিতাৰ গুৰিত আছিল তেওঁৰ ব্যক্তিগত চিন্তাশীল প্ৰকৃতি। অসমত লেখাকেই অকল পেচা হিচাপে লোৱা লেখক-সাংবাদিকৰ আৰ্থিক অৱস্থা অচল হোৱাটো অৱশ্যম্ভাৱী বুলি জানিও বীৰেন ভট্টাচাৰ্যয়েই প্ৰথম সাংবাদিকৰ নিয়মীয়া চাকৰিও আনকি এৰি দি লেখাকেই পেচা হিচাপে গ্ৰহণ কৰিবলৈ সাহস কৰিছিল। ইয়াৰ ফলত 'ৰামধেনু'ৰ বা পাছত 'নৱযুগ'ৰ সম্পাদকৰ নিয়মীয়া চাকৰি কৰা কালতকৈয়ো তেওঁৰ আৰ্থিক অৱস্থা সময়ত আৰু বেছি বেয়া হৈছিল। কিন্তু আদৰ্শগত কাৰণত এনে অৱস্থাকো আকোৱালি লবলৈ তেওঁ দেখুৱাইছিল এক বিৰল দুঃসাহস।

স্বল্পভাষিতা আৰু গম্ভীৰ প্ৰকৃতিৰ গুৰিত তেওঁৰ চিন্তাশীলতা বুলি আগতেই উনুকিওৱা হৈছে। এই চিন্তাশীল প্ৰকৃতিৰ বাবেই প্ৰয়োজনীয় কথাখিনি তেওঁ কাৰ্পণ্যহীন ভাবেই পাতে। দৰাচলতে প্ৰয়োজনীয় বিষয়ত তেওঁ এজন ভাল কথোপকথনকাৰী (good conversationalist)। তেওঁৰ গাম্ভীৰ্য আৰু অল্পভাষিতাই সাক্ষাৎকাৰীক বিমোৰত নেপেলায় বা নিৰস্ত্ৰ নকৰে; বৰং আৰু বেছি প্ৰয়োজনীয় কথা পাতিবলৈ উৎসাহিত কৰে। তেওঁৰ নিতান্ত সৰল ৰূপত, অথচ দ'কৈ চিন্তা কৰি কোৱা কথাবোৰে শ্ৰোতাৰ মনত সাঁচ বহুৱায়।

নতুনকৈ কলেজত গৈ নাম লিখা ছাত্ৰ হিচাপে মই 'ৰামধেনু'ৰ কাৰ্যালয়ত তেওঁক গৈ এদিন কথাই কথাই সুধিছিলোঁ— ভাল

সাহিত্যিক ৰুচি গঢ়াৰ বাবে, আৰু পাৰিলে ভাল সাহিত্যিক হোৱাৰ বাবে কেনে কিতাপ পঢ়া উচিত। তেওঁ উপদেশ দিছিল, বিশ্বসাহিত্যৰ অমৰ লেখনিসমূহ ( classic writings ) সযত্নে পঢ়িবলৈ। ইয়াৰ লগতে সামাজিক আৰু ৰাজনৈতিক চিন্তা আৰু চেতনা প্ৰশিক্ষিত কৰিবলৈ তেওঁ কৈছিল হেৰল্ড লাস্কি আৰু জি. ডি. এইচচ্. কোলৰ দৰে সমাজবাদী চিন্তাবিদৰ লেখাবোৰ পঢ়িবলৈ।

বীৰেন ভট্টাচাৰ্যৰ তেতিয়া মোৰ লগত কিবা বিশেষ অন্তৰংগতা বা মোৰ বিষয়ে কিবা উচ্চ ধাৰণা নিশ্চয় নাছিল। তেওঁৰ লগত তেতিয়া মোৰ এই সাক্ষাৎবোৰৰ কথা তেওঁৰ এতিয়া মনতেই কিজানি নাই। তথাপি কোনো আত্মীয়তা বা উচ্চধাৰণা নোহোৱাকৈয়েই এনে অল্পভাষী মানুহজনেও তেওঁৰ ওচৰলৈ যোৱা বহুতো কলেজীয়া ছাত্ৰৰ মাজৰ এজনক এনে উপদেশ বিচৰা বাবেই যে দিছিল, তাৰ বাবে নিজৰ কামৰ বা সময়ৰ ক্ষতি হোৱাৰ ভাব নেদেখুৱাই— ই তেওঁৰ তাৎপৰ্যপূৰ্ণ বা প্ৰয়োজনীয় কথা পতাৰ কৰ্তব্যবোধ আৰু আগ্ৰহকে সূচায়। এই কথাবোৰো তেওঁ পাতিছিল আনন্দ সহকাৰেই ( বীৰেন ভট্টই অৱশ্যে সততে নাহাঁহে ) তৰুণসকলক নিজৰ সময় দি কথাৰে, বিচৰা উপদেশেৰে উদগাব পৰা ক্ষমতা আৰু গুণ বীৰেন ভট্টাচাৰ্যৰ আছিল বাবেই তেওঁৰ সম্পাদিত 'ৰামধেনু'ক কেন্দ্ৰ কৰি গঢ় লৈ উঠিব পাৰিছিল এক শক্তিশালী সাহিত্যিক আন্দোলন—এটি সচেতন লেখক গোষ্ঠী— এটি ৰাজ্যজোৰা বিশিষ্ট সাহিত্যিক বাতাবৰণ।

এবাৰ মই তেওঁৰ 'ৰামধেনু'ৰ সম্পাদকৰ টেবুলত তেওঁৰ বিপৰীতে বহি আছোঁ ; আৰু তেওঁ অলপ সময়ৰ বাবে কোনোবাই লিখি পঠিওৱা এটি গল্পত মনোনিৱেশ কৰিছে। হঠাৎ তেওঁ কৈ উঠিল, "আমাৰ লেখাবোৰত মাটিৰ গোন্ধ থাকিব লাগে। বহু দিনৰ মূৰত হঠাৎ এজাক বৰষুণ দিলে মাটিৰ পৰা এটি বিশেষ গোন্ধ ওলায়। বহু দিনৰ মূৰত এজাক বৰষুণ দিলে বুলি কোৱাটোৱেই যথেষ্ট নহয়। মাটিৰ পৰা সেই বিশেষ গোন্ধটোও ওলাল বুলি ক'লেহে বাস্তৱতাৰ ওচৰ চপা হয়।"

সম্পাদকৰ টেবুলত এই সাহিত্যিক-সাংবাদিক গৰাকীক মই এজন সাহিত্যৰ কৌতূহলী ছাত্ৰ আৰু পাঠক হিচাপে লগ পোৱাৰ উপৰিও এবাৰ মই তেওঁক কিছু অন্তৰংগভাবেও লগ পাইছিলোঁ। ভবলুমুখৰ তৰুণসকলৰ এটি সাংস্কৃতিক অনুষ্ঠানে সদৌ গুৱাহাটীৰ স্কুলীয়া ছাত্ৰ-ছাত্ৰীসকলৰ মাজত এখন তৰ্ক-প্ৰতিযোগিতা পাতিছিল। তেতিয়া ষাঠীৰ দশকৰ আৰম্ভণী। মই কলেজৰ দেওনা পাৰ হৈছোঁ। তৰ্ক-প্ৰতিযোগিতাটোলৈ তেওঁক মাতিছিল অধ্যক্ষ হিচাপে আৰু মোক মাটিছিল বিচাৰক হিচাপে। সময়ত দুয়ো দুপিনৰ পৰা আহি প্ৰতিযোগিতাৰ স্থান সোণাৰাম হাইস্কুলত উপস্থিত হলোঁ। আমি পোৱা নিমন্ত্ৰণমতে তেতিয়া যদিও সভা আৰম্ভ হোৱাৰ সময়, সভাথলীত কিন্তু তেতিয়া কোনো প্ৰাণীয়েই নাই— আনকি উদ্যোক্তাসকলো। বীৰেন ভট্টাচাৰ্য সেই পৰিস্থিতিতো অনুত্তেজিত আৰু স্থিৰ-গম্ভীৰ। নিতান্ত অবিচলিত ভাবেই তেখেতে মোক এটি প্ৰস্তাৱ দিলে—'আমি নদীৰ পাৰৰ পিনে যাওঁহক।' দুয়ো গলোঁ গৈ।

ফাগুনমহীয়া লুইতৰ পাৰৰ এটি ধুসৰ, নিৰ্জন দুপৰীয়া। শীৰ্ণ লুইতৰ বুকুৰ বগা বালিবোৰ উকৰাই তেতিয়া বৈ আছে এছাটি পছোৱা বতাহ। পাত সৰি যোৱা গছবোৰৰ কোনোবাটো নঙঠাডালত বহি এটি কপৌ চৰায়ে কুকলিয়াই আছে। বতাহৰ সেই মৃদু সোঁ সোঁ শব্দ আৰু কপৌৰ কুকলিটোত বাহিৰে সেই বিস্তৃত, ধুসৰ, নিৰ্জন পৰিবেশত আৰু কতো একো শব্দ নাই। সেই গোটেই সময়খিনিত বীৰেন ভট্টাচাৰ্যই এবাৰ মাথোন কথা ক'লে, "গোটেই পৰিবেশটো কেনে desolate"— কেনে বিষণ্ণ নিৰ্জন। মোৰ অনুভৱ হ'ল— এনে এক বিষণ্ণ নিঃসংগতা বীৰেন ভট্টাচাৰ্যৰ অন্তৰতো আছে। এওঁৰ উপন্যাসৰ ঔপন্যাসিকে সহৃদয়তাৰে সৃষ্টি কৰা বহুতো চৰিত্ৰৰ ক্ষেত্ৰত এই বিষণ্ণ নিঃসংগতা আমি দেখা পাম।

এয়েই হ'ল গৈ মই ব্যক্তিগতভাবে পোৱা বীৰেন ভট্টাচাৰ্য—লেখাক সততে গুৰু ভাবত লোৱা, লেখাৰ বাবে সৃজনীমূলক আৰু চিন্তামূলক গ্ৰন্থৰ সুচিন্তিত আৰু অনুশীলিত অধ্যয়নৰ প্ৰয়োজনীয়তা বোধ কৰা, আৰু

তথাপি সেই অধ্যয়নপুষ্ট লেখনিত মাটিৰ গোন্ধৰ সঞ্চাৰ কৰাৰ আৱশ্যকতা অনুভৱ কৰা এগৰাকী সাহিত্যিক। এক লেখক, যিয়ে লেখাৰ বাবে নিজে অকল উদ্বুদ্ধ হোৱাই নহয়, আনকো উদ্বুদ্ধ কৰিব পাৰে— উদ্বুদ্ধ কৰাৰ প্ৰয়োজন বোধ কৰে। এজন লেখক— যিয়ে লাস্কিৰ আৰু কোলৰ দৰে সমাজবাদী চিন্তাবিদৰ চিন্তাসমূহৰ বিপৰীতে লেখকসমূহে নিজৰ চিন্তা ধাৰ দি লোৱাৰ সাৰ্থকতা দেখা পায়: আৰু তথাপি যাৰ সমাজমুখী মনৰ গভীৰত ধৰা পৰে এক বিষণ্ণ নিঃসংগতা।

তেতিয়া পঞ্চাছৰ দশকৰ পৰা এয়া আশীৰ দশকলৈ এই প্ৰায় ত্ৰিছ বছৰৰ ভিতৰত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ উপন্যাসৰাজি পঢ়ি মই যি পাইছোঁ, তাক তেওঁৰ বিষয়ে হোৱা মোৰ এই ব্যক্তিগত ইম্প্ৰেশ্যন-ভিত্তিক চিত্ৰণটিয়েও দৃঢ় কৰিব।

# বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ উপন্যাস

পঞ্চাছৰ দশকত 'ৰামধেনু'ৰ সম্পাদনা কৰি বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য যুদ্ধোত্তৰ যুগৰ অসমীয়া সাহিত্যৰ কেন্দ্ৰীয় ব্যক্তিস্বৰূপ হৈ উঠিছিল যদিও, তেতিয়া এওঁৰ সাহিত্যিক পৰিচয় আছিল প্ৰধানতঃ চুটি গল্পকাৰ আৰু কৱি হিচাপে। পঞ্চাছৰ দশকত এওঁৰ উপন্যাস এখনেই প্ৰকাশিত হৈছিল - 'ৰাজপথে ৰিঙিয়ায়' (১৯৫৫)। তেতিয়াৰ পৰা এই পৰ্যন্ত তেখেতৰ কিতাপৰ আকাৰত চৈধ্যখন উপন্যাস প্ৰকাশিত হৈছে: আৰু ইতিমধ্যে সাহিত্যিক হিচাপে কৱি আৰু গল্পকাৰৰ এওঁৰ পৰিচয় তেনেই ক্ষীণ হৈ ঔপন্যাসিক স্বৰূপেহে এওঁ সুপৰিচিত হৈ উঠিছে।

ঔপন্যাসিক হিচাপে এওঁৰ এটা বিশেষ পৰিচয় এই যে এওঁ অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ ঔপন্যাসিক নহ'লেও, শ্ৰেষ্ঠ ৰাজনৈতিক ঔপন্যাসিক। অসমীয়াত যদিও অন্য ৰাজনৈতিক ঔপন্যাসিকো আছে, অসমীয়া ৰাজনৈতিক ঔপন্যাসিকৰ কথা মনলৈ আহিলে তথাপি বীৰেন ভট্টাচাৰ্যৰ নামটোৱেই মনলৈ আহে। অৱশ্যে গুণগত কাৰণতে ই নহয়; সংখ্যাগত কাৰণতো। এতিয়ালৈকে ভট্টাচাৰ্যৰ যিমানবোৰ উপন্যাস ওলাইছে, তাৰ ভিতৰত প্ৰায় আধাসংখ্যকেই ৰাজনৈতিক প্ৰকৃতিৰ। আৰু তেওঁৰ ভাল উপন্যাস কেইখনৰ বেছি ভাগেই যদিও ৰাজনৈতিক আৰু তেওঁৰ এই পৰ্যন্ত কিতাপৰ আকাৰত প্ৰকাশিত উপন্যাসবোৰৰ ভিতৰত শ্ৰেষ্ঠ তিনিওখন উপন্যাসেই ৰাজনৈতিক ('ইয়াৰুইংগম', ১৯৬০; 'প্ৰতিপদ', ১৯৭০; 'মৃত্যুঞ্জয়', ১৯৭০),

তথাপি অৰাজনৈতিক উপন্যাসবোৰৰ মাজতো মানৱীয় সমস্যাৰ দুখন ভাল উপন্যাস এওঁৰ এতিয়ালৈকে ওলাইছে ( 'নষ্ট চন্দ্ৰ', ১৯৬৮ ; 'চিনাকি স্মৃতি, ১৯৭১ )।

আমি আমাৰ আলোচনাৰ সুবিধাৰ বাবে তেখেতৰ উপন্যাসসমূহক ৰাজনৈতিক আৰু অৰাজনৈতিক এই দুটা প্ৰধান ভাগত ভগাই লৈ আলোচনা কৰিম।

# ৰাজনৈতিক উপন্যাস

## ॥ ৰাজনৈতিক উপন্যাসৰ সংজ্ঞা ॥

বীৰেন ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাসৰ আলোচনাত অৱতীৰ্ণ হোৱাৰ আগতে ৰাজনৈতিক উপন্যাসৰ তত্ত্বৰ বা ধাৰণাৰ এটি আভাস দিবলৈ চেষ্টা কৰা ভাল হ'ব। উপন্যাসত ৰাজনীতি কিমান পৰিমাণত আৰু কেনেকৈ থাকিলে সেই উপন্যাস ৰাজনৈতিক উপন্যাস হয়, সেই সম্পৰ্কে কোনো স্পষ্ট নীতি বা ফৰ্মুলা নাই। মোৰ এজন বন্ধুৱে কোৱাৰ দৰে, সাধাৰণ ভাত-মাছ খোৱা কথাতো ৰাজনীতি নিহিত আছে। তেনে স্থলত তেনে ভাত-মাছ খোৱা কাহিনীৰ উপন্যাসো ৰাজনৈতিক উপন্যাস বুলি চিহ্নিত হব অৱশ্যে পাৰে, যদিহে সেই কাহিনীত ৰাজনৈতিক তাৎপৰ্য স্পষ্ট হৈ ধৰা পৰে। আৰ্থাৰ কোৱেষ্ট্‌লাৰৰ 'ডাৰ্ক্‌নেচ এট্‌ নুন্' (১৯৪০) উপন্যাসখনত নায়ক বয়োজ্যেষ্ঠ ৰুবাছোভক পুলিচে গ্ৰেপ্তাৰ কৰি জেললৈ নিবলৈ তেওঁৰ কোঠাত সোমাইছে। পুলিচ কেইজনৰ এজন বয়সস্থ আৰু এজন ডেকা ল'ৰা। ৰুবাছোভক তৎক্ষণাৎ ওলাবলৈ আদেশ দিয়া হৈছে। বয়সস্থ এই ৰাজনৈতিক নেতাজন শেহ নিশা টোপনিৰ পৰা খপজপকৈ উঠি কানি-কাপোৰ পিন্ধোঁতে তেওঁক যিখিনি সময় লাগিছে তাত অতীষ্ঠ হৈ যুৱক পুলিচজনে তেওঁক ৰঙা চকু দেখুৱাই ধমক দিছে। ডেকা পুলিচজনৰ এনে আচৰণত বয়সস্থ ৰুবাছোভ মনে মনে ক্ষুব্ধ হৈছে। আন হাতে, ঠিক সেই সময়ত বয়সস্থ পুলিচজনে নিজে ৰুবাছোভক তেওঁৰ ওভাৰকোটটো আনি দি খৰ-

খেদাকৈ ওলোৱাত সহায় কৰিছে। এনে অৱস্থাত কৰাহোঁজৰ ডেকা-জনৰ প্ৰতি উঠা খংটো সমসাময়িক সমগ্ৰ ডেকা চামটোৰ প্ৰতি বিস্তাৰিত হৈছে। কাহিনীটোৰ ৰাজনৈতিক পটভূমিটোৰ প্ৰতি অৱগত নহ'লে এইখিনি কথা নিতান্ত অৰাজনৈতিক যেন লাগিব। ই যেন বৰং নৈতিকতাৰ প্ৰশ্ন। কিন্তু এই ঘটনাৰ পশ্চাৎভূমিত আছে বল্‌ছেভিক্ আন্দোলনৰ সময়ৰ পুৰণি বলছেভিকসকলৰ বিপক্ষে চলোৱা অভিযান। শাসনাষ্ঠিত কমিউনিষ্ট চৰকাৰে এই অভিযানত ডেকা-সকলক সোঁহাত স্বৰূপে লৈ তেওঁলোকৰ ওপৰত বিশেষ আস্থা আৰোপ কৰিছিল। অথচ এনেহেন ডেকা চামৰ নৈতিকতা হ'ল এনেকুৱা। উক্ত ঘটনাটোত এনে ৰাজনৈতিক তাৎপৰ্য দান কৰা হৈছে মাত্ৰ দুটা শাৰীৰে : 'A fine generation we have produced, thought Rubashov. He recalled the propaganda posters on which youth was always represented with a laughing face.'[১]

ৰাজনৈতিক উপন্যাস আৰু অন্য উপন্যাসৰ মাজত তেন্তে কোনো স্পষ্ট আৰু দৃঢ় সীমাৰেখা নাই নেকি? সি নহয়। ৰাজনৈতিক উপন্যাসৰ নিজস্ব প্ৰকৃতি আছে আৰু সেয়েহে ইয়াৰ সংজ্ঞা নিৰ্ণয় কৰাও অসম্ভৱ নহয়। এই বিষয়ত কাম কৰা পাশ্চাত্যৰ কেবা গৰাকীও সমালোচকে দৰাচলতে ৰাজনৈতিক উপন্যাসৰ সংজ্ঞা আৰু প্ৰকৃতি ইতিমধ্যেই নিৰ্ণয় কৰিছে। আৰ্ভিং হাউৰ মতে যি উপন্যাসত ৰাজনৈতিক ভাৱ-ধাৰণাই প্ৰাধান্য লাভ কৰে নাইবা যি উপন্যাসত ৰাজনৈতিক বাতাবৰণেই প্ৰধান পটভূমি, সেই উপন্যাসেই ৰাজনৈতিক উপন্যাস।[২] কিন্তু কেৱল এইখিনি কথাৰেই ৰাজনৈতিক উপন্যাসৰ প্ৰকৃতি বুজোৱা টান। ৰাজনৈতিক ভাৱ-ধাৰণাই এটি কাহিনীত কেনে ভূমিকা ললে প্ৰাধান্য লাভ কৰা বুলি কব পাৰি, ৰাজনৈতিক বাতাবৰণক কেতিয়া এটি কাহিনীৰ প্ৰধান পটভূমি বুলি কব পাৰি—এইবোৰ কথা এই সংজ্ঞাৰ পৰা সম্পূৰ্ণৰূপে বুজা নাযায়। হাউয়ে এইবোৰ কথাৰ ব্যাখ্যা কৰাৰ পিছতো প্ৰকৃতি অনুসৰি নিৰ্দিষ্ট কেতবোৰ উপন্যাসকে

কেৱল ৰাজনৈতিক উপন্যাস বুলি শ্ৰেণী বিভক্ত কৰি থোৱা সম্ভৱ নহয় বুলি কৈছে।

হাউৰ সংজ্ঞাতকৈ কিছু বেছি বহল আৰু সঠিক সংজ্ঞা হ'ল ম'ৰিচ্ এড্‌মাণ্ড্ স্পীয়াৰৰ সংজ্ঞা। তেওঁৰ মতে যি উপন্যাসৰ আবেগ-অনুভূতিতকৈ ভাব-ধাৰণাৰ প্ৰতি বেছি আনুগত্য, কোনো আইনৰ দোষ-গুণতকৈ আইন-প্ৰণয়নৰ যন্ত্ৰটো বা ৰাজহুৱা জীৱনৰ প্ৰকৃতি যি উপ-ন্যাসৰ বিষয়, যি উপন্যাসে দলীয় ৰাজনীতিৰ প্ৰচাৰক বা সমাজৰ ৰাজনৈ-তিক দিশৰ সংস্কাৰক বা চৰকাৰ চলোৱা বা নিয়ন্ত্ৰণ কৰা লোকসকলৰ জীৱনক বিষয় হিচাপে লয়, নাইবা যি উপন্যাসে চৰকাৰ গঠন কৰা শক্তিসমূহ চিত্ৰিত কৰে, সেই উপন্যাসেই ৰাজনৈতিক উপন্যাস।[৩] এই সংজ্ঞাকেই অৱশ্যে ৰাজনৈতিক উপন্যাসৰ যথোপযুক্ত সংজ্ঞা বুলি ধৰি লোৱা টান। দলীয় ৰাজনীতিৰ প্ৰচাৰ মূলক উপন্যাসত স্থায়ী সাহিত্যিক মূল্য ধৰা পৰিব লাগিব; নহ'লে তাক উপন্যাস বুলি (আৰু গতিকে ৰাজনৈতিক উপন্যাস বুলি) গণ্য কৰিব নোৱাৰি। আনহাতে দলীয় ৰাজনীতিৰ প্ৰচাৰ যিদৰে সাহিত্যিক মূল্যসম্পন্ন হ'লে ৰাজনৈতিক উপন্যাস হ'ব পাৰে, ঠিক তেনেকৈ কোনো নিৰ্দিষ্ট আইনৰ দোষ-গুণৰ বিচাৰো সাহিত্যিক মূল্যসাপেক্ষে ৰাজনৈতিক উপন্যাস হ'ব নোৱাৰাৰ কোনো কাৰণ নাই। এনে দৃষ্টিভংগীৰ পিনৰ পৰা আমি ৰাজনৈতিক উপন্যাসৰ এটি ব্যাপক সংজ্ঞা উলিয়াই লব পাৰোঁ। যি উপন্যাসৰ মূল আলোচ্য বিষয় কোনো ৰাজনৈতিক তত্ত্ব বা দৰ্শন, কোনো ৰাজনৈ-তিক দলৰ নীতি বা দৃষ্টিভংগী, কোনো চৰকাৰপ্ৰণীত • আইনৰ বা চৰকাৰী নীতিৰ বা কাৰ্যসূচীৰ সমালোচনা, চৰকাৰ বা ৰাজনৈতিক দলৰ গঠনৰ বা পৰিচালনাৰ পশ্চাৎভূমিৰ শক্তিসমূহৰ চিত্ৰণ নাইবা ৰাজনৈতিক নেতা তথা কৰ্মীসকলৰ ৰাজনৈতিক স্বৰূপ বুজিব পৰাকৈ কৰা তেওঁলোকৰ জীৱনৰ চিত্ৰণ, সেইবোৰ উপন্যাসেই ৰাজনৈতিক উপন্যাস।

ৰাজনৈতিক উপন্যাসৰ বিষয়বস্তু যদিও মূলতঃ ভাবপ্ৰধান বা আদৰ্শগত, তথাপি মানৱীয় আৱেগ-অনুভূতিৰ স্থান এনে উপন্যাসতো থাকে। দৰাচলতে আৱেগ-অনুভূতিৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ মাজেৰেই

অর্থাৎ মানৱীয় কাহিনীৰ আধাৰতেই ৰাজনৈতিক উপন্যাসত ৰাজনৈতিক বিষয়বস্তু তুলি ধৰা হয়; আৰু মানৱীয় আৱেগ-অনুভূতিৰ কাহিনী আৰু ভাবগত ৰাজনৈতিক বিষয়বস্তুৰ সমন্বয়ত লেখকৰ আলোচ্য বিষয় বা উদ্দেশ্য প্ৰকাশিত হয়। ৰাজনৈতিক উপন্যাসৰ পটভূমি সদায় ৰাজনৈতিক বা ৰাজহুৱা মঞ্চ হ'ব লাগিব, এনে কথাও নহয়। বহু সময়ত ড্ৰয়িং ৰুমৰ ব্যক্তিগত কথা-বতৰা বা পিকনিক্ পাৰ্টিৰ নাচ-গানেও ৰাজনৈতিক বিষয় উত্থাপিত কৰিব পাৰে। আনহাতে ৰাজনৈতিক মঞ্চত উত্থাপিত ৰাজনৈতিক ৰঙৰ বোল থকা দুই এক কাহিনীও শেষ বিচাৰত ৰাজনৈতিক বুলি প্ৰতিপন্ন নহ'ব পাৰে। ইয়াৰ উদাহৰণ হিচাপে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰেই 'শতঘ্নী' (১৯৬৫) আৰু 'কবৰ আৰু ফুল' (১৯৭২) উপন্যাস দুখনলৈ আঙুলিয়াব পাৰি। ক্ৰমে চীন-ভাৰত যুদ্ধ আৰু বাংলাদেশৰ মুক্তিযুদ্ধৰ আধাৰত ৰচিত এই উপন্যাস দুখনৰ ৰাজনৈতিক ৰঙৰ প্ৰাধান্যৰ স্বত্ত্বেও এই দুখন প্ৰকৃততে মানৱীয় বিষয়বস্তুৰহে উপন্যাস।

ৰাজনৈতিক আৰু ঐতিহাসিক উপন্যাসৰ পাৰ্থক্যৰ বিষয়েও প্ৰবন্ধটিৰ আৰম্ভণীত দুষাৰ কোৱা উচিত। কোনো ৰাজনৈতিক উপন্যাসে যদি তাৰ কাহিনীত বাস্তৱ ৰাজনৈতিক ঘটনা বা ঐতিহাসিকভাবে সত্য ঘটনা চিত্ৰিত কৰে, তেন্তে ই ঐতিহাসিক উপন্যাসৰ শাৰীত পৰিব নে ৰাজনৈতিক উপন্যাসৰ শাৰীত পৰিব? ইতিহাস বুলিলে আমাৰ সাধাৰণ ধাৰণামতে আমি অতীতৰ মানৱ-সমাজৰ কাহিনী বুলিয়েই বুজোঁ। অতীত মানে যদিও বিছ বা ত্ৰিছ বছৰ পূৰ্বৰ কালো হ'ব পাৰে, তথাপি ইতিহাসৰ ক্ষেত্ৰত অতীত মানে নিশ্চয় দূৰ অতীত। কিন্তু দূৰ অতীত মানেই বা কিমান দূৰৰ অতীত? বীৰেন ভট্টাচাৰ্যৰ 'প্ৰতিপদ' (১৯৭০) আৰু 'মৃত্যুঞ্জয়' (১৯৭০) প্ৰায় দুকুৰি বছৰ আগৰ অসমীয়া জীৱনৰ সত্য কাহিনী চিত্ৰিত কৰিছে। এই দুখনক তেন্তে ঐতিহাসিক উপন্যাস বুলি ধৰিমনে? ইতিহাস বোলোঁতে আমি যি অতীত বা দূৰ অতীতৰ কথা বুজোঁ, সি দৰাচলতে এটি বিগত যুগহে ( past epoch )—আমাৰ যুগৰ

সৈতে সেই যুগৰ সম্পৰ্ক আপাততঃ ছিন্ন হৈ গৈছে। এনে অৰ্থত 'মৃত্যুঞ্জয়' আৰু 'প্ৰতিপদ' ঐতিহাসিক উপন্যাস নহয়; কাৰণ সেই দুই উপন্যাসৰ কাল আমাৰ যুগৰ পৰা ছিন্ন হোৱা নাই। সেই যুগৰ চৰকাৰৰ ঠাইত অন্য এখন চৰকাৰ প্ৰতিষ্ঠিত হ'লেও, ৰাজনৈতিক আদৰ্শগত দৃষ্টিকোণ, অৰ্থনৈতিক দৃষ্টিকোণ, সামাজিক পদ্ধতি আদি প্ৰায় সকলো কথাতে একেটা যুগেই এতিয়াও চলি আছে। তদুপৰি এই দুই উপন্যাসৰ কাহিনী লেখকৰ জীৱনকালৰ কাহিনী। অৰ্থাৎ এই দুই উপন্যাসৰ কাহিনী সমসাময়িক জীৱনৰ কাহিনী বুলিয়েই কব পাৰি। ৰজনীকান্ত বৰদলৈৰ মানৰ আক্ৰমণৰ সময়ক লৈ ৰচিত উপন্যাসবোৰ আনহাতে ঐতিহাসিক; কাৰণ সেই যুগ আমাৰ যুগতকৈ ৰাজনৈতিক, অৰ্থনৈতিক আৰু বহু পৰিমাণে সামাজিকভাবেও ভিন্ন। লেখকৰ বাবেও আছিল সেই যুগ অতীত। অৱশ্যে সমসাময়িক উপন্যাসৰ যেনেকৈ সকলোবোৰেই ৰাজনৈতিক উপন্যাস নহয়, দূৰ অতীতৰ কাহিনীক লৈ ৰচিত সকলোবোৰ ঐতিহাসিক উপন্যাসেই ৰাজনৈতিক নহব পাৰে। ঐতিহাসিক উপন্যাসবো ৰাজনৈতিক, সামাজিক বা মানৱীয় অনুভূতিমূলক উপন্যাস থাকে। সি যি কি নহওক, বীৰেন ভট্টাচাৰ্যৰ 'প্ৰতিপদ' আৰু 'মৃত্যুঞ্জয়' সমসাময়িক কালৰ ৰাজনৈতিক উপন্যাস; আৰু এই হিচাপেই এই দুই উপন্যাস ইয়াত আলোচিত হ'ব।

## ॥ অসমীয়া ৰাজনৈতিক উপন্যাসলৈ বৰঙণি ॥

দণ্ডিনাথ কলিতাৰ 'সাধনা'কেই (১৯২৮) প্ৰথম অসমীয়া ৰাজনৈতিক উপন্যাস বুলি গণ্য কৰিব পাৰি। তেওঁৰ পিছত দৈৱচন্দ্ৰ তালুকদাৰে তেওঁৰ 'অপূৰ্ণ'ৰ (১৯৩১-৩১) লেখীয়া উপন্যাসৰ যোগে অসমীয়া সাহিত্যত ৰাজনৈতিক উপন্যাস এটি ধাৰা হিচাপে গঢ় দিয়াত সহায় কৰে। 'সাধনা' আৰু 'অপূৰ্ণ' দুয়োখন উপন্যাসত বিছ আৰু ত্ৰিছৰ দশকত গান্ধীৰ জাতীয় আদৰ্শগত শিক্ষা আৰু সমাজ-সংগঠনমূলক

কামৰ স্বৰূপ, প্ৰয়োজনীয়তা আদি প্ৰতিপন্ন কৰা হৈছে। গান্ধীৰ আদৰ্শত নিজকে সম্পূৰ্ণৰূপে উৎসৰ্গ কৰি সেই আদৰ্শৰ বাস্তৱ ৰূপায়ণৰ চেষ্টা কৰোঁতে বিদেশী চৰকাৰ আৰু চৰকাৰৰ দেশীয় বহতীয়া শ্ৰেণীটোৰ পৰা জাতীয় ভাৱাপন্ন লোক কেতবোৰে পোৱা বাধা এই উপন্যাস দুখনে চিত্ৰিত কৰিছে। অৱশ্যে সমসাময়িক স্বাধীনতা যুদ্ধৰ যি ৰাজনৈতিক সংঘাত তাক প্ৰত্যক্ষভাবে এই দুই উপন্যাসৰ পাতলৈ নানি তাৰ সামাজিক দিশটোহে অনা হৈছে। অৰ্থাৎ ইয়াত স্থান পাইছে বিছৰ আৰু ত্ৰিছৰ দশকৰ ভাৰতৰ স্বাধীনতা আন্দোলনৰ সামাজিক গঠনমূলক দিশটো। 'অপূৰ্ণ'ত ইয়াত বাহিৰেও অসমৰ আঞ্চলিকতা-বাদ প্ৰস্ফুটিত কৰা হৈছে। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ পূৰ্বে কোনো অসমীয়া ঔপন্যাসিকে কিন্তু সমসাময়িক ৰাজনীতিক প্ৰত্যক্ষভাবে উপন্যাসৰ বিষয়বস্তু কৰি লোৱা নাছিল।

ভট্টাচাৰ্যৰ পূৰ্বৰ ৰাজনৈতিক ঔপন্যাসিকসকলৰ উপন্যাসৰ অন্য এটা সাধাৰণ সীমাৱদ্ধতা আছিল এই যে সেই উপন্যাসবোৰৰ চৰিত্ৰ-সমূহৰ অন্তৰ্জগতৰ সন্তেদ পাঠকসকলে নাপাইছিল। 'সাধনা'ৰ দীনবন্ধু আৰু প্ৰভাৱতীয়ে আৰু 'অপূৰ্ণ'ৰ প্ৰেমধৰ আৰু কাৰ্তিকে গান্ধীৰ আদৰ্শ আৰু আঞ্চলিকতাবাদৰ আদৰ্শ অনুসৰি সমাজ-সংগঠনৰ কামত আগবঢ়াত সমাজৰ এটা অংশৰ পৰা প্ৰচণ্ড বাধা পাইছে; কিন্তু সেই বাধাই তেওঁলোকৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে, তাৰ ইংগিত সেই উপন্যাসত নাই। বাহিৰৰ পৰা লেখকে তাৰ খবৰ যেনেকৈ দিছে, মুখ ফুটাই আনৰ আগত চৰিত্ৰসমূহে যি কৈছে, তাৰপৰাইহে মাথোন আমি এই চৰিত্ৰসমূহক জানিব পাৰোঁ। অৰ্থাৎ এই উপন্যাসবোৰত চৰিত্ৰসমূহ অন্তৰ্দ্বন্দ্বহীন হোৱাৰ ফলত সেইবোৰ আমাৰ বাবে তেজ-মঙহৰ জীৱন্ত মানুহৰ দৰে নহৈ মানুহৰ একোটা আদৰ্শ বা ভাবৰ আহি চৰিত্ৰহে হৈছে। বীৰেন ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাসতেই প্ৰথম বাৰৰ বাবে আমি চৰিত্ৰৰ অন্তৰ্দ্বন্দ্ব সাৰ্থক ৰূপত দেখিবলৈ পাওঁ। স্বাভাৱিকতে এওঁৰ ৰাজনৈতিক

উপন্যাসতেই প্ৰথম আমি চৰিত্ৰসমূহ ভাব বা আদৰ্শৰ আহিৰূপে অকল নহয়, স্বকীয় ব্যক্তিত্বসম্পন্ন মানুহ হিচাপেও দেখা পাওঁ।

তদুপৰি বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই অসমীয়াত একমাত্ৰ ৰাজনৈতিক ঔপন্যাসিক, যি এই শ্ৰেণীৰ উপন্যাসত একাধাৰে লাগি থাকি অসমীয়া ৰাজনৈতিক উপন্যাসৰ ভেঁটি দৃঢ় কৰিছে। সেয়েই অকল নহয়, এই শ্ৰেণীৰ উপন্যাসৰ মাজেদি তেওঁৰ নিজস্ব ৰাজনৈতিক ভাবধাৰা ব্যক্ত কৰাৰ উপৰি তাৰ মাজেদিয়ে জীৱনৰ বিষয়েও এক ধাৰণা ফুটাই তুলিছে। এই ধাৰণা পূৰ্ণাংগ ৰূপত, এক স্পষ্ট দৰ্শন হিচাপে ফুটাই তোলা সম্পূৰ্ণ হৈছে বুলি নিশ্চয় কব নোৱাৰি; কিন্তু লেখকে জীৱনৰ শেষ সাৰ কি বুলি ভাবে, তাৰ ইংগিত অসম্পূৰ্ণ ৰূপত হ'লেও এই উপন্যাসবোৰে ব্যক্ত কৰে। মানুহৰ জৈৱিক ধৰ্ম পালনৰ প্ৰবৃত্তিয়েই যে অন্তত সকলো সূক্ষ্মতৰ অনুভূতি বা চিন্তাগত অনুধাবনক বা ৰাজনৈতিক আদৰ্শক তল পেলাই মানৱ জাতিৰ অস্তিত্বৰ প্ৰবাহ অব্যাহত ৰাখে, আৰু সেই বাবেই আপাততঃ সেই পশুপ্ৰবৃত্তি আমাৰ মান্য হৈ, ভট্টাচাৰ্যই প্ৰায়বোৰ প্ৰধান ৰাজনৈতিক উপন্যাসতে এনে এক জীৱন-ধাৰণাৰ ইংগিত দিয়ে। ইটমাচ হাৰ্ডিৰ 'ডা ডাইনেষ্টচ্' কাব্যৰ এনে ভাবধাৰালৈ মনত পেলায়:

Yonder a maid and her wight
come whispering by :
War's annals will cloud into night
Ere this story die.

( In Time of 'the Breaking of Nations' )

'প্ৰতিপদ' উপন্যাসত বনুৱা আন্দোলন অৱশেষত উদ্যোগপতিয়ে পুঁজিবাদী চৰকাৰৰ সহায়ত ছেদেলি-ভেদেলি কৰি দিছে। বনুৱাৰ মংগলৰ বাবে নিজৰ জীৱন উৎসৰ্গ কৰা গিয়াছুদ্দিনে তাৰ ব্যক্তিগত আৰু আদৰ্শগত জীৱনৰ সকলো সুখ মষিমূৰ হৈ যোৱা দেখিবলৈ পাইছে। তথাপি সেই মুহূৰ্ত্ততো নিজৰ বংশ ৰক্ষা কৰাৰ সহজ অনুভূতি তাৰ হেৰাই যোৱা নাই। সেয়েহে পৰিস্থিতিয়ে যেতিয়া

পাঠকক তাৰ গুচৰলৈ আনি দিছে, তাইক তেতিয়া সি গ্ৰহণ কৰিছে—প্ৰতিকূল পটভূমিৰ সেই বিৰাট ভগ্নস্তূপক আওকাণ কৰি। একেদৰে 'মৃত্যুঞ্জয়'ত ধনপুৰে স্বাধীনতাৰ বাবে নিজৰ জীৱন আহুতি দিওঁতে, শেষ নিশ্বাস কঢ়াৰ আগে আগে বিচাৰিছে তাৰ প্ৰেমিকা ডিমিৰ এটি চুমা।

ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাসবোৰ গাইগুটীয়া ভাবে আলোচনা কৰিবলৈ লোৱাৰ আগতে অৱশেষত এষাৰ কথা উন্মুকিয়াই থওঁ। লেখকৰ যিবোৰ উপন্যাস কিতাপৰ আকাৰত প্ৰকাশিত হৈছে আৰু যিবোৰ উপন্যাস প্ৰধানকৈ ৰাজনৈতিক, সেইবোৰৰহে ইয়াত বিশদ আলোচনা কৰা হ'ব।

অৰাজনৈতিক উপন্যাসবোৰৰ আলোচনা পিছলৈ থৈ বীৰেন ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাসৰ আলোচনাত প্ৰথমে কিয় প্ৰবৃত্ত হ'লোঁ, সেই বিষয়েও এইখিনিতে দুষাৰ কোৱা উচিত হ'ব। তেওঁৰ প্ৰথম উপন্যাস খন ৰাজনৈতিক বাবেই অকল তেওঁৰ ৰাজনৈতিক উপন্যাসৰ আলোচনা প্ৰথমতে কৰিবলৈ লোৱা নাই। তেওঁৰ বেছিভাগ ভাল উপন্যাসেই ৰাজনৈতিক প্ৰকৃতিৰ আৰু তেওঁৰ শ্ৰেষ্ঠ তিনিখন উপন্যাসেই যে ৰাজনৈতিক সেই কথা আগতেই উন্মুকিয়াই আহিছোঁ। বীৰেন ভট্টাচাৰ্যৰ উপন্যাসৰ আলোচনাত, তেওঁৰ ৰাজনৈতিক উপন্যাসৰ আলোচনা সেইবাবেহে প্ৰথমতে হোৱা উচিত। দৰাচলতে ঔপন্যাসিক হিচাপে ৰাজনীতিৰ পথাৰখনহে যে'ন এওঁৰ বেচি চিনাকি, বেচি আপোন পথাৰ। এওঁৰ সমগ্ৰ উপন্যাস পঢ়ি অঁতোৱাৰ পিছত ধাৰণা হয়, আমাৰ জীৱনৰ সকলো কথাই দৰাচলতে ৰাজনীতিৰ সৈতে জড়িত; ৰাজনীতিক বাদ দি জীৱনৰ কথা যেন চিন্তা কৰিব নোৱাৰি। সেয়েহে তেওঁৰ অৰাজনৈতিক উপন্যাসতো প্ৰায়ে ৰাজনৈতিক কাৰ্য্য বা সমস্যাই ভুমুকি মাৰে; নিতান্ত মানৱীয় কথা-কামবোৰো দূৰৰ ৰাজনীতিৰ ঢৌৱে হ'লেও কঁপাই দিয়েহি। বীৰেন ভট্টাচাৰ্যৰ উপন্যাস পঢ়িলে সেয়েহে উপলব্ধি কৰা যায় এৰিষ্টোটলৰ এই দাৰ্শনিক উক্তিৰ জীৱন্ত সত্যতা—man is a social animal—মানুহ

এবিধ সামাজিক জন্তু। বীৰেন ভট্টৰ উপন্যাস পঢ়ি আমাৰো যেন কবৰ মন যায়: man is a political animal— মানুহ এবিধ ৰাজনৈতিক জন্তু।

বীৰেন ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাসবোৰ আকৌ প্ৰধানতঃ দুটি ৰাজনৈতিক আদৰ্শৰ বুলি কব পাৰি। এটি হ'ল বৈজ্ঞানিক সমাজবাদ বা মাৰ্ক্সীয় সমাজবাদ। আনটিক মোটামুটি ভাবে গণতান্ত্ৰিক সমাজবাদ বুলিব পাৰি। 'ৰাজপথে ৰিঙিয়ায়', (১৯৫৫), 'প্ৰতিপদ' (১৯৭০), 'ৰঙা মেঘ' (১৯৭৬)—এইবোৰ মাৰ্ক্সীয় সমাজবাদী আদৰ্শক ভেঁটি কৰি ৰচনা কৰা ৰাজনৈতিক উপন্যাস। শ্ৰেণী সংগ্ৰাম এইবোৰ উপন্যাসৰ প্ৰধান উপজীব্য। 'ইয়াৰুইংগম' (১৯৬০), 'মৃত্যুঞ্জয়' (১৯৭০), 'মুনি চুনিৰ পোহৰ' (১৯৭৯), 'কালৰ হুমুনিয়া' (১৯৮২)—এইবোৰ আনহাতে গণতান্ত্ৰিক সমাজবাদৰ ভিত্তিত ৰচিত উপন্যাস। দেশপ্ৰেম স্বাধীনতা প্ৰেমৰ ৰাজনৈতিক আৱেগ, গণতান্ত্ৰিক সমাজবাদী ভাবধাৰা—এই দ্বিতীয় শ্ৰেণীৰ উপন্যাসৰ বিশেষ উপজীব্য। বীৰেন ভট্টাচাৰ্যৰ প্ৰথম উপন্যাসখন বামপন্থী মাৰ্ক্সীয় সমাজবাদৰ আদৰ্শৰ ভিত্তিত ৰচিত বাবে, আমি প্ৰথমতে এই বৈজ্ঞানিক সমাজবাদী ভাবধাৰাৰ উপন্যাসবোৰৰ আলোচনালৈকেই আহোঁহক।

## বৈজ্ঞানিক সমাজবাদী ভাবধাৰাৰ উপন্যাসসমূহ

### ॥ ৰাজপথে ৰিঙিয়ায় ॥

'ৰাজপথে ৰিঙিয়ায় ( ১৯৫৫ )[8] বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ প্ৰথম উপন্যাস; আৰু ই সম্পূৰ্ণৰূপে ৰাজনৈতিক। এই সক উপন্যাসখনত সুদীৰ্ঘ আন্দোলনৰ পিছত ভাৰতে যি স্বাধীনতা লাভ কৰিলে, সেই স্বাধীনতাত অনাস্থা প্ৰকাশ কৰা হৈছে। এই স্বাধীনতাই জনসাধাৰণৰ প্ৰকৃত স্বাধীনতা অনা নাই; ই স্বাধীন কৰিছে মাথোন ধনিক শ্ৰেণীটোক, পুঁজিপতিসকলক— মিল-মালিক, জমিদাৰ আৰু চোৰাং ব্যৱসায়ীক (পৃ. ১১)। কংগ্ৰেছৰ আদৰ্শৰ, গান্ধীৰ আদৰ্শৰ যি সমাজবাদ-

তাক স্বাধীন ভাৰতৰ কংগ্ৰেছী চৰকাৰে প্ৰতিষ্ঠা কৰিব নোৱাৰে। এই চৰকাৰে ঔপনিৱেশিক বৃটিছ চৰকাৰৰ শাসনকালৰ পুঁজিবাদৰ পৃষ্ঠপোষণ আৰু দুৰ্বল শ্ৰেণীৰ শোষণ নীতিকেই চলাই থাকিবলৈ বাধ্য। উপন্যাসৰ ডেকা নায়ক মোহনে সেইবাবে ১৯৪৭ চনৰ ১৫ আগষ্টৰ সেই ঐতিহাসিক দিনটোত দেশবাসীৰ সমূহীয়া আনন্দ-উৎসৱত যোগদান নকৰি সেই স্বাধীনতাৰ বিপক্ষে নিজৰ মত প্ৰকাশ কৰিছে। সেইদিনা পুৱাৰপৰা গধূলিলৈ তেওঁ সম্পূৰ্ণৰূপে ব্যস্ত আছে এই সত্য ৰাইজক বুজাই প্ৰকৃত স্বাধীনতাৰ অন্য এটি আন্দোলনলৈ ৰাইজক প্ৰস্তুত কৰাত।

পুৱা সাৰ পাই উঠাৰে পৰা বিয়লি স্বাধীনতা উৎসৱ পালনৰ বাবে পতা আৰু নতুন মুখ্যমন্ত্ৰীয়ে তাত ভাষণ দিবলগীয়া এখন সভাত বিপ্লৱাত্মক বক্তৃতা দি জেললৈ যোৱালৈকে এই সময়ছোৱাৰ কথা-বাৰ্তা, কামেই হ'ল উপন্যাসখনৰ বিষয়। ভাৰতে লাভ কৰা স্বাধীনতা আৰু প্ৰকৃত স্বাধীনতা সম্পৰ্কে মোহনৰ ভাব-চিন্তা, কথা-বাৰ্তা, ৰাইজৰ মাজত বিতৰণ কৰা প্ৰচাৰ পত্ৰিকাৰ আৱেদন আৰু সৰ্বশেষৰ তেওঁৰ অসমাপ্ত ৰাজহুৱা বক্তৃতাৰ মাজেদি লেখকে তেওঁৰ সমাজবাদী ভাবধাৰা আৰু প্ৰতিষ্ঠিত চৰকাৰৰ সেই সমাজবাদ প্ৰতিষ্ঠা কৰাৰ অক্ষমতাৰ কথা প্ৰকাশ কৰিছে। লেখকৰ এই সমাজবাদ পুঁজিবাদৰ সৈতে আপোচবিহীন প্ৰকৃত সমাজবাদ। ই বৈজ্ঞানিক সমাজবাদ বা মাৰ্ক্সীয় সমাজবাদ বুলি যদিও উপন্যাসৰ কতো স্পষ্টভাবে উল্লিখিত হোৱা নাই, তথাপি এই সমাজবাদ সেই বৈজ্ঞানিক বা মাৰ্ক্সীয় সমাজবাদেই বুলি বুজিব পাৰি।

ডেকা নায়কৰ গাভৰু ছোৱালী এজনীৰ সৈতে প্ৰেমৰ সম্পৰ্কৰ কথাও এই উপন্যাসত আছে, যদিও পৰিবাৰিক বা গাৰ্হস্থ্য কথাৰ স্থান এই উপন্যাসত নাই। কাহিনীৰ এই মানৱীয় দিশটোৱে ৰাজনৈতিক আদৰ্শগত দিশটোৰ সহগ হিচাপে কাম কৰিছে। মোহনৰ ভালপোৱাৰ পাত্ৰী এই ছোৱালীজনী বনুৱা শ্ৰেণীৰ প্ৰতি সহানুভূতিহীন এক পুঁজিপতিৰ জীয়ৰী। তথাপি তেওঁ মোহনক ভাল পাইছে আৰু

মোহনেও তেওঁক বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দিছে ; কাৰণ তেওঁলোকৰ প্ৰেম অকল দৈহিক আৰু আৱেগ অনুভূতিমূলক নহয়, আদৰ্শগতও। আদৰ্শ প্ৰধান এই উপন্যাসলৈ এটি প্ৰেমৰ কাহিনীও যে আহিছে আৰু মোহনে সেই ঐতিহাসিক দিনটোৰ তাৰ ৰাজনৈতিক কৰ্মব্যস্ততাৰ মাজত তাৰ প্ৰেমিকাক লগ ধৰি ভবিষ্যৎ মিলনৰ প্ৰতিশ্ৰুতিও দিছে, সি ভট্টাচাৰ্যৰ ওপৰত উজুকিয়াই অহা বৈৰিক ধৰ্মক প্ৰাধান্য দিয়া জীৱনবীক্ষাৰেই ইংগিত। তদুপৰি এই মানৱীয় সম্পৰ্কটোৰ এটি ৰাজনৈতিক তাৎপৰ্যও আছে। আদৰ্শগত কাৰণত আইকণৰ পুঁজিবাদী পিতৃ যদিও মাৰ্ক্সীয় সমাজবাদী মোহনৰ শ্ৰেণীশত্ৰু, তথাপি আইকণৰ দৰে সেই পৰিয়ালেও যদি পুঁজিবাদী আদৰ্শ ত্যাগ কৰি মাৰ্ক্সীয় সমাজবাদী আদৰ্শ গ্ৰহণ কৰে, তেন্তে তেনে পৰিয়াল আৰু শ্ৰেণীশত্ৰু বুলি পৰিগণিত নহয়। দুয়ো শ্ৰেণীৰ মাজত মানৱীয় সম্পৰ্ক তেতিয়া সম্ভৱ। মোহন-আইকণৰ সম্পৰ্কই ইয়াৰেই ইংগিত দিছে।

বীৰেন ভট্টাচাৰ্যৰ প্ৰথম আৰু তুলনামূলকভাবে সৰু এই উপন্যাসখনিৰ আংগিকৰ বিষয়ে একো নোকোৱাকৈ উপন্যাসখনৰ আলোচনা সামৰিব নোৱাৰি। এজন লোকৰ মাথোন এটা দিনৰ চিন্তা, কথা আৰু কাৰ্য-কলাপৰ মাজেদি জাতীয় ইতিহাসৰ এটি বিশিষ্ট বিকাশৰ সমালোচনা আগবঢ়োৱাটো নিশ্চয় এটি প্ৰত্যাহ্বান। এই প্ৰত্যাহ্বান গ্ৰহণ কৰি ভট্টাচাৰ্য সম্পূৰ্ণ বিফল হোৱা নাই। এটা অতি সীমিত পৰিসৰৰ ভিতৰত লেখকে তেওঁৰ বক্তব্য বেছ খৰতকীয়া, বলিষ্ঠ ৰূপত প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। দিনটোৰ সময়সীমাৰ মাজত এক বিপ্লৱী যুৱকৰ চেতনাত ধৰা দিয়া ভাব আৰু কথাৰ বাবে প্ৰকাশৰ এনে খৰতকীয়া বলিষ্ঠ গতি বেছ উপযোগী। উপন্যাসৰ বক্তব্য প্ৰকাশ কৰাত ধৰা পৰা লেখকৰ আন্তৰিকতাই এই প্ৰকাশভংগীক আৰু অধিক মনোগ্ৰাহী কৰিছে। কিন্তু ইমানৰ পিছতো কব লাগিব যে, 'ৰাজপথে ৰিঙিয়ায়'ৰ আংগিক ইয়াৰ বিষয়বস্তুৰ বাবে এক যথোপযুক্ত আংগিক নহয়। আংগিক আৰু বিষয়বস্তুৰ ইয়াত সমন্বয় সাধিত হোৱা নাই। এই কথা স্পষ্ট হ'ব তলৰ আলোচনাখিনিৰ পৰা।

এই উপন্যাসৰ আংগিকৰ চেতনা-স্ৰোত পদ্ধতিৰ আংগিকৰ দুটামান কথাৰ লগত মিল আছে, যদিও এই উপন্যাস চেতনা-স্ৰোত পদ্ধতিত ৰচিত নহয়। জেইম্‌চ্‌ জয়চৰ 'ইউলিচিজ্‌' ( Ulysses, 1922 ) আৰু ভাৰ্জিনিয়া উল্‌ফৰ 'মিচিজ্‌ ডেলৱে' ( Mrs. Dallow y, 1925 ) ৰ দৰে চেতনা-স্ৰোত পদ্ধতিত লিখিত উপন্যাসৰ কাহিনীও দিনটোৰ সীমাৰ মাজত আৱদ্ধ। চেতনা-স্ৰোত পদ্ধতিৰ লগত মিল থকা ভট্টাচাৰ্যৰ উপন্যাসখনৰ আনটো লক্ষণ হ'ল বহিঃকাৰ্যৰ সলনি ইয়াত প্ৰাধান্য লাভ কৰা ভাব-অনুভূতি আৰু চিন্তা-চেতনা অৰ্থাৎ ইয়াৰ অন্তৰীকৃত কাৰ্য ( internalised action )।

এই দুই মিলৰ স্বত্বেও 'ৰাজপথে ৰিঙিয়ায়' চেতনা-স্ৰোত পদ্ধতিৰ উপন্যাস বুলি গ্ৰহণ কৰিব নোৱাৰাৰ কাৰণ দুটা। প্ৰথমতঃ, এই উপন্যাসত ধৰা পৰা সময়ৰ ধাৰণা পৰম্পৰাগত দাৰ্শনিক ধাৰণাৰ বশৱৰ্ত্তী— ইটো ভাব আৰু সিটো ভাব, ইটো কাৰ্য আৰু সিটো কাৰ্যৰ মাজৰ ব্যৱধান ইয়াত পৰিষ্কাৰ— যেন সময় ইয়াত ইটো বিন্দুৰ পৰা সিটো বিন্দুলৈ জঁাপ মাৰি মাৰিহে গতি কৰিছে। চেতনা-স্ৰোত পদ্ধতিত সময় আনহাতে বেৰ্গ্‌চঁ আৰু ৱিলিয়ম্‌ জেইম্‌চৰ আধুনিক ধাৰণামতে নিৰন্তৰ প্ৰৱাহমান ; ফলত এই পদ্ধতিৰ উপন্যাসৰ ভাব আৰু কাৰ্য পৰস্পৰ-ব্যৱধানবিহীন। পৰম্পৰাগত পদ্ধতিৰ উপন্যাসত মানুহৰ চেতনাও পুৰণি মনস্তাত্বিক ধাৰণামতে একৰূপাত্মক (single)। চেতনা-স্ৰোত পদ্ধতিৰ উপন্যাসত আনহাতে মানুহৰ চেতনা ফ্ৰয়দ আৰু য়ুঙৰ আধুনিক মনস্তাত্বিক ধাৰণামতে বহুৰূপাত্মক ( multiple )। ইয়াৰ ফলত পৰম্পৰাগত আংগিকৰ উপন্যাসৰ চৰিত্ৰৰ মন যুক্তি-নিয়ন্ত্ৰিত, সুসংহত আৰু এককেন্দ্ৰিক। চেতনা-স্ৰোত পদ্ধতিৰ উপন্যাসৰ চৰিত্ৰৰ চিন্তা-চেতনা আনহাতে যুক্তি-অনিয়ন্ত্ৰিত, বিচ্ছুৰিত আৰু অতীত-বৰ্ত্তমান-ভৱিষ্যতৰ সীমাৰেখাৰ প্ৰতি উদাসীন। বীৰেন ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়ায়'ৰ নায়কৰ চেতনা পৰম্পৰাগত ধাৰণামতেই একৰূপাত্মক। এই দুই কাৰণতেই দুটি উপকৰা মিলৰ স্বত্বেও এই উপন্যাস দৰাচলতে চেতনা-স্ৰোত পদ্ধতিত ৰচিত নহয়।

চেতনা-স্রোত পদ্ধতিৰ পৰা ধাৰ কৰা দুটি কৌশলে 'ৰাজপথে ৰিঙিয়ায়'ত কোনো সন্তোষজনক ফল ধাৰণ কৰা নাই। চেতনা-স্রোত পদ্ধতিৰ আধুনিক উপন্যাসৰ নায়কসকল সাধাৰণতে পৰম্পৰাগত সমাজত আস্থা হেৰুৱাই বিচ্ছিন্নতাবোধত ভোগা এক শ্ৰেণীৰ নিঃসংগ মানৱ। ভট্টাচাৰ্য্যৰ এই উপন্যাসৰ নায়ক কিন্তু এনে নিঃসংগ মানৱ নহয়। পুঁজিবাদী ৰাজনৈতিক ব্যৱস্থাৰ ওপৰত অনাস্থাৰ বাবে যদিও মোহনে তেওঁৰ চৌদিশৰ সমাজৰ লগত একাত্মবোধ স্থাপন কৰিব পৰা নাই, তথাপি জনতাৰ ওপৰত তেওঁ আস্থাশীল। এই আস্থাৰ বাবেই জনতাৰ সহায়ত জনতাৰ বাবে তেওঁ এখন নতুন সমাজ প্ৰতিষ্ঠা কৰাৰ বাবে বিপ্লৱৰ কথা ভাবিব পাৰিছে। এনে এজন ভাবধাৰাৰ লোকক কেন্দ্ৰ কৰি ৰচিত উপন্যাস দৰাচলতে চেতনা-স্রোত পদ্ধতিত ৰচিত হ'ব নোৱাৰে। এই পদ্ধতিৰপৰা ধাৰ কৰা দুটি কৌশলে সেই বাবেই উপন্যাসখনক এক কলাকুশল সাহিত্যকৰ্মলৈ উন্নীত কৰিব নোৱাৰিলে। বৈজ্ঞানিক সমাজবাদৰ আশাজনক ধ্বনি তোলা অসমীয়া সাহিত্যৰ এই প্ৰথম উপন্যাসখন অসমীয়া সাহিত্যত এই বাবেই এক প্ৰধান সাহিত্যকৰ্ম নহৈ গৌণ সাহিত্যকৰ্মহে ( minor work ) হৈ ৰ'ল। ৰাজনৈতিক আৰু আৱেগিক আয়তন দুটিৰ বাহিৰে ইয়াৰ আৰু অন্য আয়তনো নাই। এই উপন্যাস গৌণ সাহিত্যকৰ্ম হৈ যোৱাৰ ইও এটা কাৰণ, যদিও ওপৰত উন্মুকিওৱা ইয়াৰ মূল্যবোধৰ বাবে, ই গৌণ হ'লেও, আৰ্নল্ডীয় ভাষাত, এক প্ৰধান গৌণকৰ্ম ( major minor work )।

## ॥ প্ৰতিপদ ॥

সমাজবাদী ভাবধাৰাৰ পৰৱৰ্তী উপন্যাস 'প্ৰতিপদ'[৫] 'ৰাজপথে ৰিঙিয়ায়'ৰ পোন্ধৰ বছৰ পিছত প্ৰকাশিত। আৰু দেখা যায়, 'ৰাজপথে ৰিঙিয়ায়'ৰ আপোচবিহীন বামপন্থী সমাজবাদৰ উদ্দাম গতিয়ে কিছু ধীৰতা লাভ কৰি এই উপন্যাসলৈকো বৈ আহিছে। এই উপন্যাসৰ শেষত কিন্তু সেই গতিয়ে এটি যেন প্ৰচণ্ড থকৰ খাই বিমূঢ় হৈছে।

দৰাচলতে এই পোন্ধৰ বছৰৰ বয়সপ্ৰাপ্তিয়ে ঔপন্যাসিকৰ আপোচবিহীন বৈজ্ঞানিক সমাজবাদী ভাবধাৰাৰ কিছু পৰিৱৰ্তন সাধন কৰিছে। ফলত পূৰ্বৰ মাৰ্ক্সীয় সমাজবাদী মনোভংগীৰ উপন্যাসত ধৰা পৰা যি উদ্দামতা, সি বহু পৰিমাণে নমনীয় হৈ উঠাই নহয়, উপন্যাসৰ সামৰণিত সি গণতান্ত্ৰিক সমাজবাদ ভিত্তিক ৰাষ্ট্ৰীয়তা, দেশপ্ৰেম আদিৰ পিনে আপোচমুখী গতি কৰাৰ ইংগিতো ধৰা পৰিছে। পিছৰ আলোচনাৰ পৰা এই কথা স্পষ্ট হ'ব।

'ৰাজপথে ৰিঙিয়ায়'ৰ আংগিকৰ দৰে এই উপন্যাসৰ আংগিকো অগতানুগতিক। সমাদৰ্শৰ কেতবোৰ লোকে ইয়াত একত্ৰিত হৈ এক নিৰ্দিষ্ট উদ্দেশ্যত আগুৱাই গৈছে ; প্ৰতিপক্ষৰ বাধাৰ সমুখীন হৈছে ; উদ্দেশ্য সম্পাদন কৰিছে ; আৰু তাৎকালিক পৰিণতিৰ সন্মুখীন হৈছে। এয়েই উপন্যাসখনৰ প্লট। এই প্লট ঔপন্যাসিকে বা উপন্যাসৰ কোনো চৰিত্ৰই বৰ্ণাই যোৱা এটা পৰম্পৰাগত কাহিনীৰ জুমুধিৰ নহয়। প্লটৰ তথা উপন্যাসৰ বিষয়বস্তুৰ বিকাশ চৰিত্ৰবোৰৰ সংলাপ, কাৰ্য আৰু চেতনাত ধৰা দিয়া ভাবৰ মাজেদি ঘটিছে। ঘটনা বা কাৰ্যও ইয়াত ভেনেই তাকৰীয়া ; চৰিত্ৰসমূহৰ সংলাপ আৰু চেতনাৰ প্ৰকাশেই উপন্যাসখন। এই চেতনা আৰু ভাবৰ প্ৰকাশ আৰু সংলাপৰ মাজেদি চৰিত্ৰবোৰ যেনেকৈ প্ৰস্ফুটিত হৈছে, তেনেকৈ উপন্যাসখনৰ প্লটো তাৰ মাজেদিয়েই বিকশিত হৈছে। আংগিকৰ এনে ৰূপ অসমীয়াত নতুন আৰু একক। কিন্তু এই আংগিক বীৰেন ভট্টাচাৰ্যৰ নিজৰ উদ্ভাৱন বা পৰীক্ষাৰ ফল নহয়। 'ৰাজপথে ৰিঙিয়ায়'ৰ আংগিক যেনেকৈ পাশ্চাত্যৰ পৰা ধাৰ কৰা, এই উপন্যাসৰ আংগিকো পাশ্চাত্যৰ পৰা ধাৰ কৰা। এই আংগিক মাৰ্কিন ঔপন্যাসিক আৰ্নেষ্ট্ হেমিংওৱেৰ 'ফৰ্ হুম্ দা বেল্ টল্চ'ৰ (১৯৪০) আংগিক। মন কৰিবলগীয়া কথা এই যে 'প্ৰতিপদ' আৰু 'মৃত্যুঞ্জয়' প্ৰকাশৰ (১৯৭০) দুবছৰ পূৰ্বে বীৰেন ভট্টাচাৰ্যই হেমিংওৱেৰ 'ফৰ্ হুম্ দা বেল্ ট'ল্চ্' উপন্যাসখন 'দেৱ দুন্দুভি বাজে কাৰ বাবে'[৩] নামত প্ৰকাশ কৰিছিল। 'মৃত্যুঞ্জয়' উপন্যাসতো এই উপন্যাসৰ প্ৰভাৱ আছে ; সেই কথালৈ আমি পিছত আহিম। তাৰ

আগতে এই উপন্যাসৰ সাহিত্যিক প্ৰকৃতি সম্পৰ্কে ইতিমধ্যে উত্থাপিত হোৱা এটি প্ৰশ্নৰ পুনৰ অৱতাৰণা কৰাৰ প্ৰয়োজন।

তৃতীয় সংখ্যা 'সংলাপ'ত (এপ্ৰিল, ১৯৭৩) সেই আলোচনীৰ সম্পাদক হিচাপে শ্ৰীভবেন বৰুৱাই 'প্ৰতিপদ' স্বাধীনোত্তৰ অসমীয়া সাহিত্যৰ দহখন শ্ৰেষ্ঠ গ্ৰন্থৰ এখন বুলি ঘোষণা কৰি এই উপন্যাসখনৰ বিষয়ে কেইটামান কথা উত্থাপন কৰিছিল।[৭] কিতাপখনিৰ বিষয়ে যিখিনি কথা তেখেতে লিখিছিল, তাত বাক্যাংশৰ পিছত বাক্যাংশ, ব্যাখ্যাহীন বৰ্ণনাত্মক শব্দ (terms) আদি এনেভাবে ব্যৱহাৰ কৰা হৈছিল, যে তাৰ মৰ্ম অকল দুৰ্বোধ্য হৈ পৰাই নহয়, সি হৈ পৰিছিল বিবুদ্ধিকৰো। উদাহৰণ স্বৰূপে কিতাপখনৰ বিষয়ে কবলৈ গৈ তেখেতে লিখিছিল, "যোৱা পঁচিশ বছৰৰ (১৯৪৭-৭২) অসমীয়া উপন্যাসবোৰৰ ভিতৰত আধুনিক যুগৰ চেতনাৰ পৰিপ্ৰেক্ষিতত আটাইতকৈ গুৰুত্বপূৰ্ণ উপন্যাস।" আকৌ, "আধুনিক আন্তৰ্জাতিক চেতনাৰ পৰিচয় বহন কৰা আৰু শ্ৰমিক আন্দোলনক ৰূপায়িত কৰা প্ৰথম অসমীয়া উপন্যাস।" চাৰিটা বাক্যৰ এই টোকাটোত তেখেতে আধুনিক শব্দটো তৃতীয় বাৰৰ বাবে ব্যৱহাৰ কৰি পুনৰ লিখিছে: "এক উদাৰ সামাজিক চেতনা আৰু ঔপন্যাসিকমূলক এক ব্যাপ্তিবোধ সাম্প্ৰতিক কালৰ আধুনিক অসমীয়া কথা সাহিত্যিকসকলৰ ভিতৰত এখেতৰ বেছি।" এনেবোৰ বাক্যত "আধুনিক অসমীয়া কথা সাহিত্যিক", "আধুনিক আন্তৰ্জাতিক চেতনা", "আধুনিক যুগৰ চেতনা" আদিৰে বৰুৱাই কি বুজাব খুজিছে, তাক বুজা টান।

"আধুনিক যুগৰ চেতনা" মানে যদি বৰ্তমান শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ 'আধুনিক চেতনা' (modern consciousness) বুজাইছে, তেন্তে "উদাৰ সামাজিক চেতনা" নিশ্চয় তাতকৈ কিছু ভিন্ন। ইয়াৰ দ্বাৰা বোধহয় 'উদাৰতাবাদ'ৰ (liberalism) কথাকেই কোৱা হৈছে। 'দা মৰ্ডাৰ্ন্ ট্ৰেডিশ্যন্' গ্ৰন্থৰ সুদীৰ্ঘ পাতনিত সাহিত্যত আধুনিকতাৰ (modernism) আভাস দিবলৈ গৈ সেই গ্ৰন্থৰ সম্পাদক ৰিচাৰ্ড্ এল্‌মেন্ আৰু চাৰ্লচ্ ফিডেল্‌চনে লায়নেল্ ট্ৰিলিঙৰ 'দা মডাৰ্ন্ এলিমেণ্ট্

ইন্ মডান্ লিটাৰেচ্চাৰ্' প্ৰবন্ধটোসে আঙুলিয়াই লিখিছে : Committed to everything in human experience that militates against custom, abstract order, and even reason itself, modern literature has elevated individual existence over social man, unconscious feeling over self-conscious perception, passion and will over intellection and systematic morals, dynamic vision over the systematic image, dense actuality over practical reality.[৮]—সামাজিক মানৱতকৈ ব্যক্তিসত্তাৰ অস্তিত্ব, আত্মসচেতন উপলব্ধিতকৈ অচেতন অনুভূতি, মেধা জ্ঞান আৰু পদ্ধতি-মূলক নীতিজ্ঞানতকৈ ইন্দ্ৰিয়লিপ্সা তথা ইচ্ছা আদিকেই যে আধুনিক সাহিত্যত বেছি প্ৰাধান্য দিয়া হয়, এই কথা লায়নেল্ ট্ৰিলিং বা ওপৰোক্ত সম্পাদকদ্বয়েই অকল আঙুলিওৱা নহয়, এইবোৰ আধুনিক সাহিত্যৰ সৰ্বজনবিদিত লক্ষণ। পৰম্পৰাগত সমাজত বিচ্ছিন্নতাবোধ, সেই বিচ্ছিন্নতাৰ পৰা ওপজা বিষাদ, অতীতৰ সৈতে সংলগ্নহীনতাৰ চেতনা এই সাহিত্যত প্ৰতিফলিত সাধাৰণ লক্ষণ।

'প্ৰতিপদ'ৰ এটি প্ৰধান চৰিত্ৰ ডিম্বেশ্বৰ বা গিয়াছুদ্দিন সামাজিক প্ৰথাৰ বিৰুদ্ধে বা পৰম্পৰাগত সমাজ, ধৰ্ম আদিৰ বিপক্ষে গৈছে সচাঁ। কিন্তু গিয়াছুদ্দিনে ব্যক্তিসত্তাক একমাত্ৰ প্ৰাধান্য কেতিয়াও দিয়া নাই; পৰম্পৰাগত সমাজখনৰ ঠাইত অন্য আদৰ্শৰ অন্য এখন সমাজ গঢ়াৰ বাবেহে তেওঁ চেষ্টা কৰিছে। তেওঁৰ বাবে আৱেগিক ইচ্ছা পদ্ধতিমূলক জ্ঞানতকৈ ওপৰত—সিও সচাঁ। অন্যই মানি চলা সকলো কথাৰে প্ৰতি বেপৰোৱা ভাব, সমুখৰ কোনো বাধা নিষেধকেই নমনা—এনোবোৰ আধুনিক মানৱৰ দুই এক লক্ষণো তেওঁৰ অৱশ্যে আছে। কিন্তু এই লক্ষণবোৰৰ বাবেই অকল তেওঁক আধুনিক মানৱ বুলি চিহ্নিত কৰিব নোৱাৰি। সমাজৰ কোনো কৰ্তৃত্ব নামানি, নিজৰ নিৰঙ্কুশ স্বাধীনতাৰ বিষয়ে সজাগ হৈ আধুনিক মানৱৰ দৰে তেওঁ বিষণ্ণ হৈ পৰা নাই। তেওঁৰ আদৰ্শৰ সমাজ এখনৰ বাবে

এক বিৰাট আত্মবিশ্বাসেৰে তেওঁ অবিৰত সংগ্ৰামত ব্ৰতী। উপন্যাস-খনৰ অন্য কোনো চৰিত্ৰৰ চেতনাতে আধুনিকতা নাই। এনে স্থলত এই উপন্যাসে "আধুনিক চিন্তা অনুভূতিৰ পৰিচয়" কেনেকৈ বহন কৰিলে?

ভবেন বৰুৱাৰ অন্য এটি দাবী হ'ল, এই উপন্যাসখনে "আধুনিক আন্তৰ্জাতিক চেতনাৰ পৰিচয়" বহন কৰিছে। কিন্তু "আধুনিক আন্তৰ্জাতিক চেতনা" কি, আৰু কেনেকৈ সি এই উপন্যাসত ধৰা পৰিছে, বৰুৱাই তাৰ ব্যাখ্যা আগ নবঢ়ালে। ত্ৰিছৰ দশকৰ পৰা ওপৰত আভাস দিয়া "আধুনিকতাবাদ"ৰ প্ৰতিক্ৰিয়াস্বৰূপে মাৰ্ক্সীয় দৰ্শনৰ প্ৰভাৱত এক শ্ৰেণীৰ শ্ৰেণী-চেতনামূলক আৰু দ্বন্দ্বাত্মবস্তুবাদমূলক সাহিত্য পাশ্চাত্যত গা কৰি উঠিছিল। সাহিত্যৰ এই সমাজতান্ত্ৰিক বাস্তৱবাদৰ (socialist realism) স্কুলটোকে প্ৰগতিবাদী স্কুল বুলি জনা যায়। আধুনিক সাহিত্যৰ বিচ্ছিন্নতাবাদ, হতাশা, সমাজবিমুখিতা, পৰম্পৰাবিমুখিতা আদিৰ বিপৰীতে বৈজ্ঞানিক সমাজবাদৰ ওপৰত আস্থা, শ্ৰেণী সংগ্ৰামৰ ওপৰত মূল্যস্থাপন, মানসিক দৃঢ়তা, আশাবাদ আদি এই সাহিত্যৰ প্ৰধান লক্ষণ। বৰুৱাই যদি এই প্ৰগতিবাদী চেতনাকে আন্তৰ্জাতিক চেতনা বুলি অভিহিত কৰিছে, তেন্তে সি 'প্ৰতিপদ'ত অৱশ্যে ধৰা পৰিছে। কিন্তু তাক আকৌ "আধুনিক" আন্তৰ্জাতিক চেতনা বোলা হ'ল কি অৰ্থত? তদুপৰি প্ৰগতিবাদেই যদি উপন্যাসখনত আছে, তেন্তে তাত আকৌ আধুনিক চিন্তা অনুভূতি ধৰা পৰে কেনেকৈ? ভবেন বৰুৱাৰ দৰে এজন বিচক্ষণ সমালোচকে 'আধুনিক' শব্দটোৰ (term) সমসাময়িক সমালোচনা সাহিত্যত থকা বিশেষ অৰ্থৰ প্ৰতি উদাসীন হৈ ইয়াক 'সমসাময়িক' অৰ্থতহে ব্যৱহাৰ কৰিছে বুলি ধৰিবলৈকো টান। কাৰণ, মুঠতে চাৰিটা বাক্যৰ ভেখেতৰ উল্লিখিত টোকাটোত 'আধুনিক' শব্দটো তিনিবাৰ উপৰ্য্যুপৰি ব্যৱহৃত হৈছে বুলি পূৰ্বতেই কৈছোঁ। 'দা মডাৰ্ন্ ট্ৰেডিশ্যন্' গ্ৰন্থৰ সম্পাদকদ্বয়ে কোৱাৰ দৰে, ভেখেতে জানে "... we no longer completely identify the modern with the contemporary." অথচ

এই টোকাটোতেই অকল নহয়, এই সংখ্যাটোৰ প্ৰথম ভেখেতৰ নিজৰ প্ৰবন্ধটোকেই ধৰি গোটেই সংখ্যাটোৰ বিষয়বস্তুৱেই হ'ল আধুনিকতা। তথাপি আধুনিক শব্দটোৰ এই অৰ্থৰ প্ৰতি সম্পাদকৰ এনে উদাসীনতা।

ভবেন বৰুৱাৰ অন্য এটা গোলমলীয়া মন্তব্য আছে এই বাক্যাংশটোত, "আধুনিক যুগৰ চেতনাৰ পৰিপ্ৰেক্ষিতত উদাৰ সামাজিক চেতনা আৰু ঔপন্যাসিকমূলক ব্যাপ্তিবোধ।" "আধুনিক যুগৰ চেতনা"ৰ দ্বাৰা যদি ওপৰত দেখুৱাই অহা আধুনিকতাবাদকেই ইয়াত বুজোৱা হৈছে আৰু "উদাৰ সামাজিক চেতনা" মানে যদি উদাৰতাবাদ, তেন্তে "আধুনিক যুগৰ চেতনা"ৰ বিপৰীতে বা পটভূমিত এই উদাৰতাবাদ উপন্যাসখনত কেনেকৈ ধৰা পৰিছে, তাৰো ব্যাখ্যাৰ প্ৰয়োজন। পৰম্পৰাগত অসমীয়া সমাজৰ কঠোৰ নীতি-নিয়মৰ বিপৰীতে ঔদ্যোগিক চহৰ ডিগবৈৰ মিশ্ৰিত অধিবাসীৰ সমাজখনৰ ৰীতি-নীতিৰ ক্ষেত্ৰত উপন্যাসখনত দেখুৱা ঢিলা ভাবটোকেই যদি বৰুৱাই ইয়াত "উদাৰ সামাজিক চেতনা" বুলিছে, তেন্তে সি বেলেগ কথা। কিন্তু "উদাৰ সামাজিক চেতনা"ৰ দ্বাৰা যদি উদাৰতাবাদ বুজোৱা হৈছে, তেন্তে সি 'প্ৰতিপদ'ত নাই। ব্যক্তি স্বাধীনতাৰ দৰে দুই এক উদাৰতাবাদত নিহিত থকা ধাৰণাৰ কথা যদিও উপন্যাসখনত দোহাৰা হৈছে (গিয়াছুদ্দিন এনে আদৰ্শ হোতা), তথাপি ইয়াত উদাৰতাবাদৰ ব্যক্তিগত সম্পত্তিৰ অধিকাৰৰ দৰে ক্ষমতাৰ আকৌ প্ৰত্যক্ষ বিৰোধিতা আছে (চেটাৰ্জী এই আদৰ্শৰ হোতা ; গিয়াছুদ্দিন তেওঁৰ অনুগামী)। এনে স্থলত ইয়াত উদাৰতাবাদ আছে বুলি কব নোৱাৰি। 'প্ৰতিপদ'ত দৰাচলতে আছে প্ৰগতিবাদ; আৰু প্ৰগতিবাদ বা সমাজবাদী বাস্তৱবাদ য'ত আছে, তাত আধুনিকতাবাদেই বা থাকে কেনেকৈ, উদাৰতাবাদেই বা থাকে কেনেকৈ ?

এনেবোৰ বিবুদ্ধিকৰ মন্তব্যৰ পিছত শ্ৰীভবেন বৰুৱাৰ অন্য এটি বিবুদ্ধিকৰ মন্তব্য প্ৰকাশ পাইছে এই খণ্ডবাক্যটোত "ঔপন্যাসিক-মূলক ব্যাপ্তিবোধ।" প্ৰকৃত অৰ্থৰ উপন্যাসত এক ব্যাপ্তিবোধ (novelistic sense of breadth) ধৰা পৰে সঁচা ; কিন্তু ইয়াৰ

যথোপযুক্ত অসমীয়া জানো “ঔপন্যাসিকমূলক ব্যাপ্তিবোধ ?” “ঔপন্যাসিকমূলক ব্যাপ্তিবোধে” উপন্যাসত ধৰা পৰা ব্যাপ্তিবোধতকৈ ঔপন্যাসিকৰ ব্যাপ্তিবোধকহে বুজায়। কিন্তু বৰুৱাই উক্ত খণ্ড-বাক্যটিৰ দ্বাৰা উপন্যাসত ধৰা পৰা ব্যাপ্তিবোধ বুজাইছে নে ঔপন্যাসিকৰ ব্যাপ্তি-বোধ বুজাইছে ? ইয়াৰ দ্বাৰা যদি বৰুৱাই উপন্যাসত ধৰা পৰা ব্যাপ্তিবোধকেই বুজাইছে, তেন্তে সেই উপন্যাসমূলক ব্যাপ্তিবোধ ‘প্ৰতিপদ’তকৈ একে বছৰতে প্ৰকাশিত ভট্টাচাৰ্যৰ অন্য এখন উপন্যাস ‘মৃত্যুঞ্জয়’ত বেছি প্ৰশস্তৰূপত ধৰা পৰে। অৱশ্যে স্বাধীনোত্তৰ অসমৰ শ্ৰেষ্ঠ দহখন গ্ৰন্থ বুলি ভবেন বৰুৱাই বাচি উলিওৱা গ্ৰন্থবোৰৰ ভিতৰত ‘মৃত্যুঞ্জয়’ৰ নাম-গোন্ধেই নাই। সি যি কি নহওক, আমি ‘প্ৰতিপদ’ৰ আলোচনালৈ উভতি আহোঁক। ই বৰুৱাই কোৱাৰ দৰে আধুনিক উপন্যাস নহয়; ই মাৰ্ক্সীয় ভাবধাৰাৰ প্ৰগতিবাদী উপন্যাসহে; যদিও ইয়াৰ সামৰণি হ’লগৈ ভাববাদী।

‘প্ৰতিপদো’ ‘ইয়াৰুইংগম’ৰ দৰে প্ৰত্যক্ষভাবে ৰাজনৈতিক। ‘ইয়াৰুইংগম’ যেনেকৈ এখন জিলাৰ এটা বাস্তৱ ৰাজনৈতিক আন্দোলনক কেন্দ্ৰ কৰি ৰচিত, ‘প্ৰতিপদো’ তেনেকৈ এখন চহৰৰ এটি বাস্তৱ ৰাজনৈতিক ঘটনাক কেন্দ্ৰ কৰি ৰচিত। ‘ইয়াৰুইংগম’ৰ দৰে প্ৰধান ৰাজনৈতিক কাহিনীটোৰ লগতে ইয়াতো মানৱীয় আৱেগৰ উপকাহিনী আছে আৰু ইয়াতো এই উপকাহিনীয়ে মূল ৰাজনৈতিক বিষয়বস্তু দাঙি ধৰাত সহায় কৰিছে। তথাপি ‘ইয়াৰুইংগম’ আৰু ‘প্ৰতিপাদ’ একে শ্ৰেণীৰ উপন্যাস নহয়। এই আটাইবোৰ কথাত ‘মৃত্যুঞ্জয়’ উপন্যাসো এই দুই উপন্যাসৰ লগত একে। কিন্তু পৰম্পৰাগত কাহিনী-কথন ৰীতিৰ আংগিক আৰু স্বাধীনতা যুদ্ধৰ বিষয়বস্তুত ‘ইয়াৰুইংগম’ৰ মিল দৰাচলতে ‘মৃত্যুঞ্জয়’ৰ লগতহে। আনহাতে পাশ্চাত্যৰ পৰা ধাৰ কৰা পৰীক্ষামূলক আংগিক আৰু বৈজ্ঞানিক সমাজবাদী ভাবধাৰাৰ বিষয়বস্তুত ‘প্ৰতিবাদ’ৰ মিল ‘ৰাজপথে ৰিঙিয়ায়’ৰ লগত। অৱশ্যে তথাপি এই দুয়োখন উপন্যাসৰ আংগিক যেনেকৈ একে নহয়, বিষয়বস্তুও তেনেকৈ একে নহয়। ‘প্ৰতিপদ’ৰ আংগিক সম্পৰ্কে আৰু ই যে হেমিংওৱেৰ

'ফৰ্ হুম্ দা বেল্ ট'ল্‌চ'ৰ পৰা ধাৰ কৰা, তাক আগতেই কৈ অহা হৈছে।

উপন্যাসখনৰ বিষয় ডিগবৈৰ তেল কোম্পানীৰ বিখ্যাত বনুৱা ধৰ্মঘট (১৯৩৮–৩৯)। ইয়াক উপন্যাসৰ কলাৰে ৰূপান্তৰিত কৰোঁতে বাস্তৱতকৈ ই বেছি একো পৃথক বা বিকৃত হোৱা নাই। কেশৱ নাৰায়ণ দত্তই তেওঁৰ 'লেণ্ড মাৰ্ক্‌চ্ অব্ দা ফ্ৰিডম ষ্ট্ৰাগল্ ইন্ এছাম্' গ্ৰন্থত দেখুৱাইছে কেনেকৈ এই বনুৱা ধৰ্মঘট সমসাময়িক অসম চৰকাৰৰে অকল নহয়, ভাৰতীয় জাতীয় কংগ্ৰেছৰ তৎকালীন হাই কমাণ্ডৰো বিশেষ চিন্তাৰ বিষয় হৈ পৰিছিল। এ. ও. চি লেবাৰ্ ইউনিয়ন্ আৰু এ.ও.চি কৰ্তৃপক্ষৰ মাজত হোৱা বিবাদ মীমাংসা কৰিবলৈ চৰকাৰে এখন কন্‌চিলিয়েশ্যন্ বোৰ্ড্ গঠন কৰি দিছিল। কিন্তু এই বোৰ্ডে কিবা এটা সুমীংসা কৰা আৰু বনুৱা পক্ষৰ ৩০০০ নিলম্বিত কৰ্মীক পুনৰ কামত মকৰল কৰাৰ আগতেই দ্বিতীয় মহাসমৰে অসম চুলেহি। বৃটিছ চৰকাৰে তেতিয়া ৱৰ্ অৰ্ডিনেঞ্চৰ যোগে ডিগবৈ আৰু তিনিচুকীয়াক সুৰক্ষিত অঞ্চল ঘোষণা কৰি পুঁজিপতি সাম্ৰাজ্যবাদী চৰকাৰৰ সমৰ্থক তেল কোম্পানীৰ কৰ্তৃপক্ষক সহায় কৰিলে আৰু বনুৱাসকলক ছেদেলি ভেদেলি কৰি দিলে। বনুৱাসকলে অসমৰ গৱৰ্ণৰ আৰু ভাৰতৰ ভাইচ্ৰয়লৈ কৰা আবেদনৰো একো ফল নধৰিলে। বৰং ধৰ্মঘটকাৰী এই বনুৱাসকলক ডিগবৈৰ পৰা আৰু তেওঁলোকৰ নেতাসকলক অসমৰ পৰাই বহিষ্কৃত কৰাহে হ'ল।[৯] বাস্তৱত ঘটা এই ঘটনা উপন্যাস-খনতো একেই আছে।

বনুৱা আন্দোলনটোৰ সমসাময়িক অসমৰ যি বাস্তৱ ৰাজনৈতিক পৰিস্থিতি, তাৰ আভাসো প্ৰায় অবিকৃত ৰূপতেই উপন্যাসখনত দিয়া হৈছে। চাহুল্লাৰ নেতৃত্বৰ মুচলিম লীগৰ চৰকাৰৰ ঠাইত গোপীনাথ বৰদলৈৰ নেতৃত্বত গঠিত (১৯/৯/৩৮ চনত) কংগ্ৰেছ কোৱালিশ্যন্ চৰকাৰৰ ওপৰত অসমৰ ৰাইজৰ লগতে ডিগবৈৰ ধৰ্মঘটকাৰী বনুৱা সকলৰ বিশেষ আস্থাৰ কথা এটা ঐতিহাসিক সত্য[১০] আৰু উপন্যাস-খনেও ইয়াক দেখুৱাইছে। ধৰ্মঘটকাৰী বনুৱাসকলে গোপীনাথ

বৰদলৈৰ নেতৃত্বত কংগ্ৰেছ চৰকাৰ গঠিত হ'লে তেওঁলোকৰ ন্যায্য দাবী পূৰণ হ'ব আৰু কোম্পানীৰ পুঁজিপতি বৃটিছ কৰ্তৃপক্ষৰ স্বেচ্ছাচাৰিতা আৰু বনুৱা বিৰোধী নীতিৰ অন্ত পৰিব বুলি আশা কৰিছিল। এই কথা অমলেন্দু গুহৰ 'প্লেন্টাৰ ৰাজ টু স্বৰাজ' গ্ৰন্থতো আছে[১১] আৰু উপন্যাসখনতো প্ৰতিফলিত হৈছে।

এই ঐতিহাসিক বনুৱা ধৰ্মঘটটোৰ কাৰণ 'প্ৰতিপদ'ত যিবোৰ বুলি দেখুওৱা হৈছে সেইবোৰ হুবহুকৈ আচল আন্দোলনটোৰ কাৰণবোৰৰ লগত নিমিলিলেও থূলমূলভাবে মিলে। বনুৱাসকলে ট্ৰেড ইউনিয়ন গঠন কৰাৰ আঁতিগুৰি ব্যাখ্যা কৰি অমলেন্দু গুহই তেওঁৰ গ্ৰন্থখনত (পৃ ২৩৮) লিখিছে যে নিম্ন দৰমহা, কামৰ পৰা বৰ্খাস্ত কৰা আৰু বাংলোত কাম কৰা লোকসকলক তেল কোম্পানীৰ বনুৱা বুলি স্বীকাৰ নকৰা— এনেবোৰ কথাক লৈ বনুৱাবোৰ বিতুষ্ট হৈ আছিল। শেষত ১৯৩৮ চনৰ ২২ ফেব্ৰুৱাৰীত এখন সভা পতা হ'ল আৰু তাৰ ফলস্বৰূপেই এ. ও. চি. লেবাৰ ইউনিয়ন গঠিত হ'ল। ২৯ এপ্ৰিলৰ চিঠিত এই ইউনিয়নৰ স্বীকৃতিৰ কোম্পানী কৰ্তৃপক্ষই কেতবোৰ স্বৰ্ত বান্ধি দিছিল। কিন্তু এই স্বৰ্তবোৰ ইউনিয়নৰ বাবে গ্ৰহণ যোগ্য নাছিল। ইউনিয়নে ১৯২৬ খৃঃৰ ট্ৰেড্ ইউনিয়ন্ এক্ট্ অনুসৰি ইয়াৰ ৰেজিষ্ট্ৰেশ্যনৰ বাবে চৰকাৰৰ ওচৰত আবেদন কৰিলে। একে সময়তে ইউনিয়নে এখন ১২ দফীয়া দাবী চনদ আৰু এখন ১২ দিনীয়া ধৰ্মঘটৰ জাননী দাখিল কৰিলে (পৃ. ২৩৮)। চন তাৰিখবোৰ বাদ দিয়া বা ইফাল-সিফাল কৰাত বাহিৰে এইবোৰ তথ্য উপন্যাসখনতো অবিকৃত ৰূপতেই ৰখা হৈছে।

অৱশ্যে এই উপন্যাসৰ কাহিনী ভাগত এনে ঐতিহাসিক ঘটনাত বাহিৰে লেখকৰ কল্পনাৰ ৰহণ কতো নাই, এনে কথা নহয়। তথ্য বিকৃত নকৰাকৈয়েই কল্পনাৰ প্ৰলেপ ভট্টাচাৰ্যই কাহিনীত সন্তোষজনক ৰূপত দিব পাৰিছে। উপন্যাসখনত এয়া শ্ৰমিকসকলে তেওঁলোকৰ চাকৰিৰ স্বৰ্তসমূহত বিতুষ্ট হোৱাৰ আৰু তাৰ প্ৰতিকাৰ হিচাপে ইউনিয়ন খোলাৰ প্ৰস্তুতিৰ আভাস : অফিচৰ কেৰাণী চেটাৰ্জী, ড্ৰিলাৰ

ডিম্বেশ্বৰ হাজৰিকা ওৰফে গিয়াছুদ্দিন, প্ৰধানতঃ এই দুই কৰ্মচাৰীৰ কথা-বতৰাত ধৰা দিছে চাকৰিৰ স্বৰ্গবোৰ লৈ অসন্তুষ্টি আৰু তাৰ বাবেই ইউনিয়ন গঠনৰ প্ৰয়োজনীয়তাবোধ। প্ৰথমতে হিন্দু কৰ্মচাৰী-সকলে ফাকুৱাৰ ছুটী নোপোৱা লৈ আৰু লগে লগে খাদৰ বনুৱাসকল বৰ্খাস্ত হবলৈ ওলোৱা কথা লৈ চেটাৰ্জীয়ে বনুৱাসকলৰ সভা এখন পাতিলে। প্ৰায়বোৰ বনুৱাই তেতিয়া তেনে উদ্দেশ্যৰ সভাত অভ্যস্ত নহয়। তথাপি ডিম্বেশ্বৰ আৰু চেটাৰ্জীৰ উদ্যোগতেই পৰ্বত ছুটীৰ দাবী আনুষ্ঠানিকভাবে তুলি প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল। লগে লগে চেটাৰ্জীয়ে ইউনিয়ন গঠনৰ প্ৰয়োজনীয়তা ব্যক্তিগত আলাপ-আলোচনাৰ মাজেদি প্ৰচাৰ কৰাত লাগি গ'ল। এয়া উপন্যাসখনত এনে আলাপ-আলোচনাত তোলা ওজৰ-আপত্তি, "সাপ্তাহিক ছুটী নাই, শিচফ্‌টৰ ঠিক নাই, কোৱাৰ্টাৰ নাই। তদুপৰি দুৰ্ঘটনা ঘটিলে তাৰ ক্ষতিপূৰণ নিদিয়ে।" (পৃ. ১৯)

ইপিনে বাহিৰৰ পৰা দুজন বিখ্যাত বনুৱা নেতা গোস্বামী আৰু বলাইচাঁদ ডিগবৈ আহি সোমালে। ঐতিহাসিক ভাবেও এই কথা সত্য। উপন্যাসৰ গোস্বামী বাস্তৱৰ বনুৱা নেতা কেদাৰনাথ গোস্বামী। বলাইচাঁদ হ'ল বাস্তৱৰ বলাইৰাম প্ৰামাণিক। এওঁলোকৰ নাম বনুৱা সকলৰ এই সময়ত মুখে মুখে। ইপিনে এনে নেতাৰ এই প্ৰৱেশৰ কথা জানি কোম্পানীৰ পৰিচালনাত থকা চাহাবসকল সন্ত্ৰস্ত। এনে বাস্তৱ সত্যবোৰ উপন্যাসখনত প্ৰতিফলিত কৰা হৈছে এজন বয়োজ্যেষ্ঠ কৰ্মী আহমদৰ চেতনাত ধৰা দিয়া এনে কথাৰ মাজেদি :

> আহমদ চাহাব ওলাই আহিল। তেওঁৰ মনত অশান্তি। টাওলাৰ চাহাবৰ মূৰ গৰম হৈছে। অফিচত কাক নমায়, কাক উঠায় একো ঠিক নাই। ইস্মাইল বহুত জুনিয়ৰ আছিল। তাক একে কোবেই ফোৰমেন কৰি দিলে। অফিচৰ মধুসূদন বাবুক এখন টাইপ পেপাৰ বেয়া হওঁতেই বৰ্খাস্ত কৰি দিলে। মানুহটো অৱশ্যে কন্‌ফিডেন্‌শ্বিয়েল্ ব্ৰাঞ্চত আছিল। কথা সিও এটা। চহৰত টেৰবিষ্ট সোমোৱা

বুলি শুনাৰ পৰা চাহাবৰ জয়ন্ত তত নাই। প্ৰত্যেক দিনাই বনুৱাৰ উপস্থিতি অনুপস্থিতিৰ ওপৰত চাহাবৰ চোকা নজৰ। ব্যক্তিগত আচৰণত চকু। ইকালে চহৰত বেলেগ ধৰ্মৰ মানুহ আছে। প্ৰত্যেকটো সম্প্ৰদায়েই পৰ্বত দৰ্মহাসহ ছুটী বিচাৰিছে, মন্দিৰ-মছজিদ কৰিবলৈ মাটি বিচাৰিছে, নিজ নিজ ভাষাত স্কুল বিচাৰিছে আৰু সৰ্বতোপৰি বিচাৰিছে ঘৰ। কিন্তু টাউলাৰ চাহাব বৰ সন্দিগ্ধ চিত্তৰ মানুহ। দাবী বা মিটিং কৰিলেই টেৰ'ৰিষ্ট বা কংগ্ৰেছী আহি পালে বুলি ভয় খায়। (পৃ. ৩২)

অৱশেষত ইউনিয়ন গঠন কৰিবৰ অভিপ্ৰায়ে লিফ্‌লেট্‌ উলিওৱা হ'ল। তাত বনুৱাৰ চাকৰিৰ যি স্বৰ্তবোৰক লৈ তেওঁলোকৰ অসন্তুষ্টিৰ কথা ওপৰত কোৱা হৈছে, সিও প্ৰতিফলিত হৈছে:

লেবাৰ বুৰোৰ ইচ্ছামতে মানুহ লয় আৰু মানুহ বৰ্খাস্ত কৰে। কোম্পানীয়ে বনুৱাক আইনসংগত ছুটী নিদিয়ে। পৰৱৰ দিনত বেতনসহ ছুটী নাপায়। দৰমহাৰ হাৰো খুব কম। দিনে আঠ দহ অনা হাজিৰা। কেৰাণীয়ে নিম্নতম বেতন পায় ২৫ টকা। মেডিকেল সুবিধাও আশানুৰূপ নহয়. দুৰ্ঘটনা হ'লে নিয়মিত ক্ষতিপূৰণ দিয়া কতো দেখা নাযায়·······খাদত কাম কৰা বনুৱাসকলক সামন্য জগৰতে বৰ্খাস্ত কৰি দিয়া হৈছিল। এইবোৰ কাৰণত বনুৱাসকলে কাম বন্ধ কৰে। চাহাবসকলে তাৰ হোৰ তুলিবলৈ ১০০০/১৫০০ বনুৱা বৰ্খাস্ত কৰিলে। ···তাৰ ঠাইত নতুন মানুহ লোৱা হ'ল। (পৃ. ৭৭)

এইবোৰ অসন্তুষ্টিৰ বৰ্ণনাৰ পিছত লিফ্‌লেটত অৱশেষত এই আবেদন আছে, "এই অসুবিধাবোৰ দূৰ কৰিবলৈ হ'লে বনুৱাসকল সুসংগঠিত হৈ ইউনিয়ন কৰিব লাগিব। ভাৰতবৰ্ষত ট্ৰেড ইউনিয়ন আইন হৈছে, গতিকে সেই আইনমতে ইউনিয়ন গঠন কৰি তাক ৰেজিষ্টাৰ্ড কৰিব লাগিব।" (পৃ. ৭৮)

এই বিষয়ত কিছু আগবঢ়াৰ লগে লগে ৰাহিৰৰ পৰা অহা নেতা গোস্বামী আৰু বলাইচাঁদক চৰকাৰে বহিষ্কাৰ কৰিলে। "ইউনিয়ন পাতিবলৈ মানুহকেইটা লাগিছিল। কোম্পানীয়ে ছয়োজনকে টেৰ'ৰিষ্ট বুলি বহিষ্কাৰ কৰিছে।" (পৃ.৮৭) স্বাভাৱিকতে ইউনিয়ন খুলিবলৈ ইচ্ছুক বনুৱাসকলে এই কথা বেয়া পালে। গিয়াছুদ্দিনে কৰৱ দৰে, "ভাল টেৰ'ৰিষ্ট কিটা পালে। এটা গোসাঁইৰ ল'ৰা। এজন ভদ্ৰলোক। বক্তৃতাহে দিব পাৰে। গুলী এটাও চলাই পোৱা নাই। এইবোৰ চাহাবৰ চাল বুজিছ।" (পৃ.৮৯)

ডিগবৈৰ ৰাজনৈতিক বাতাবৰণৰ আভাস এনেদৰে দিয়াৰ লগতে অসমৰ ৰাজনৈতিক বাতাবৰণো একে কৌশলেৰেই ঐতিহাসিক তথ্য বিকৃত নকৰাকৈ দিয়া হৈছে। ভদ্ৰলোকবোৰো টেৰ'ৰিষ্ট হব পাৰে বুলি গিয়াছুদ্দিনৰ লগৰে এজনে কোৱাত গিয়াছুদ্দিনৰ মনলৈ সমসাময়িক টেৰ'ৰিষ্টসকলৰ বিষয়ে এইভাববোৰ আহিছে :

> মিছা কথা কোৱা নাই আইম্যাই। ক্ষুদিৰাম জানো ভদ্ৰলোক নাছিল? ভকত ছিং একা? অৱশ্যে গোসাঁই আৰু বলাইচাঁদ সেই পন্থাৰ বুলি ভাবিবলৈ তেওঁৰ একো প্ৰমাণ নাই।
>
> টেৰ'ৰিষ্টবোৰৰ দৰে শান্তচিত্তে মৃত্যু বৰণ কৰিব পৰা শক্তি কেইজনৰ আছে? সিহঁতে যিবোৰ কাম কৰিছে সেইবোৰ কাম নকৰিও থাকিব পাৰিলেহেঁতেন, কিন্তু দেশৰ স্বাধীনতা আহিব বুলিয়েই তেনে কাম কৰিছে। কিন্তু অসমলৈ টেৰ'ৰিষ্ট আহিছিল বুলি তেওঁ এতিয়ালৈকে শুনা নাই। দুবছৰমান আগতে কেইজনমান টেৰ'ৰিষ্ট আহিছিল, কিন্তু গুৱাহাটী পোৱাৰ লগে লগে নবীন বৰদলৈহঁতে লগ ধৰি বঢ়াই বুজাই তেওঁলোকক পঠিয়াই দিলে। (পৃ ৮৯)

ইপিনে ডিগবৈত "এহেজাৰ খাদৰ বনুৱাই কাম বন্ধ কৰা বাবে চাহাববোৰ সন্ত্ৰস্ত হৈ পৰিছে।" (পৃ. ৯৫) তেওঁলোকে ইয়াৰ গুৰিত চেটাৰ্জী আৰু গিয়াছুদ্দিনৰ দৰে লোক আছে বুলি তেওঁলোকৰ ওপৰত পোটক তোলাত লাগি গৈছে। টেকনিকেল কামত অনভিজ্ঞ চেটাৰ্জীক

এটি টেকনিকেল কামলৈ বদলি কৰি তাত তেওঁক দুৰ্ঘটনাৰ মুখত পেলাইছে। চেটাৰ্জী অৱশেষে কোনোমতে বাচিলে। কিন্তু এনেবোৰ কাৰণতে বনুৱাৰ মনত অসন্তুষ্টি বাঢ়ি গ'ল:

> ইউনিয়ন লাগেই। চাহাববোৰে পুৰণা বয়লাৰ গুচাই নতুন বয়লাৰ কৰিবলৈ কাৰবাৰ কৰিছে। তেতিয়া আকৌ বৰ্খাস্ত হ'ব। ইফালে বনুৱাৰ কত অসুবিধা। ৰিফাইনেৰী আৰু খাদ কতো কেন্টিন নাই। ...... চাহাববোৰে কি আৰামত কাম কৰে। মটৰত আহে যায়। পুৱা পালেং চাহ। ছোট হাজিৰি। দুপৰীয়া লাঞ্চ। আবেলি চাহ। ৰাতি ডিনাৰ। বনুৱাবোৰে দিনৰ ভাত খাবলৈ কেতিয়াবা ঘৰলৈ যাব নোৱাৰে। কামৰ থলীতে শুই কটায়।
>
> কেন্টিনেই নহয়, নিয়মিত ছুটী লাগে। নিম্নতম দৰমহাৰ প্ৰয়োজন। ··· কাৰো স্কেল নাই। সকলো ওপৰৱালাৰ মৰ্জিৰ ওপৰত। কোম্পানীৰ ৰিজাৰ্ভত বোলে পাঁচ কোটি টকা গোট খাইছে। কোম্পানী আৰম্ভ কৰোঁতে মূলধন আছিল ৫২ লাখ, এতিয়া হ'লহি ইমান কোটি ৰিজাৰ্ভ।······ কোম্পানিৰ খুব লাভ হয়। লাভৰ সুবিধা ভোগ কৰে ডাইৰেক্টৰ, মেনেজাৰ, চিনিয়ৰ এচিষ্টেন্ট্ সকলে। ······ বনুৱাবিলাকৰ চাকৰিৰ নিৰাপত্তা নাই। দৰমহা-বানচ পোৱাটো দূৰৰ কথা। (পৃ. ১৪১)

অৱশেষত ইউনিয়ন গঠিত হ'ল। কিন্তু বাস্তৱত ঘটাৰ দৰেই কাহিনীতো কৰ্তৃপক্ষই কোনোমতে স্বীকৃতি দিব নোখোজে। অৱশ্যে কাহিনীত বৰচাহাবৰ বিদুষী আৰু ৰুচিমতী পত্নী, চহৰৰ ১নং লেডী মিচেচ্ ফ্লেমিঙৰ কিন্তু বনুৱাসকলৰ প্ৰতি অশেষ সহানুভূতি। তেওঁৰ মতে, "ইংলণ্ডৰ বনুৱাই যদি ইউনিয়ন কৰিব পাৰে, ভাৰতৰ বনুৱাই বা কিয় নোৱাৰিব?" (পৃ. ১৪৩) বৰচাহাব মিঃ ফ্লেমিঙো কৰ্তৃপক্ষৰ আনবোৰ চাহাবৰ তুলনাত বহু পৰিমাণে বিবেচনাশীল। তথাপি তেওঁ ইউনিয়নক স্বীকৃতি দিয়াত কৃতকাৰ্য নহ'ল। অৱশেষত তেওঁ পদত্যাগ কৰিব-

লগীয়া হ'ল। ভাৰতবিৰোধী, বন্নুৱাবিৰোধী, সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰৰ প্ৰতিভূ টাওলাৰ চাহাবৰ আত্মম্ভৰী, স্বেচ্ছাচাৰী নীতিৰে এতিয়া কোম্পানী চলিবলৈ ধৰিলে। স্বাভাৱিকতে ইউনিয়নৰ স্বীকৃতি আৰু দাবী পূৰণৰ দৰে কথাবোৰ অৱহেলিত হৈ থাকিল।

ডিগবৈ আৰু দেশৰ পৰিস্থিতিৰ লগতে এই সন্দৰ্ভত লেখকে আন্তৰ্জাতিক পৰিস্থিতিৰো আভাস দিছে। বনুৱাসকলৰ প্ৰতি সহানুভূতিশীল আৰু বিবেকশীল বৃটিছৰ সংখ্যালঘিষ্ঠ গোষ্ঠী এটিৰ প্ৰতিভূ মিচেচ্ ফ্লেমিঙৰ ভাবনাত এয়া সেই পৰিস্থিতিৰ আভাস :

> চহৰৰ (ডিগবৈ) ইংৰাজবোৰ দেখিলে ভাব হয় যেন ইতিহাস একে ঠাইতে ৰৈ আছে। আমেৰিকাত তেল শিল্পৰ উন্নতি হৈছে। ৰুছিয়া দ্ৰুত গতিত আগবাঢ়িছে। পূবত জাপানে সাম্ৰাজ্যৰ সপোন দেখিছে। ইংলণ্ডত চেম্বাৰলেনৰ নেতৃত্ব থৰক-বৰক। ইউৰোপ বিভ্ৰান্ত। জেকোশ্লোভেকিয়াক গ্ৰাস কৰিলে হিটলাৰে, ফেচীবাদে খাওঁ খাওঁ মূৰ্তি ধৰিছে। ভাৰতবৰ্ষ, চীন জাগ্ৰত। উনৈশ শ (?) শতিকাৰ ইংৰাজৰ গৰ্ব এতিয়া অচল। টাওলাৰে যিবোৰ পদ্ধতিৰে বনুৱা শাসন কৰিবলৈ ওলাইছে, সেইবোৰ দস্যুৰ পদ্ধতি। বৃটেইনৰ বনুৱা আন্দোলনে তাক খৰ্ব কৰি দিছে। কিন্তু টাওলাৰ অন্ধ। (পৃ. ১৪৪-১৪৫)

বিদায়ী মিঃ ফ্লেমিঙৰ কথাতো আন্তৰ্জাতিক বাতাবৰণৰ উমান পোৱা যায় :

> সেইখন যুদ্ধ আহিবই, গতিকে আমিও ইয়াত বুজি বাজি চলা উচিত। অ' এটা কথা মই কোৱাটো ভাল হ'ব। বনুৱাবোৰক জোকাব নালাগে…। ভাৰতবাসীৰ ৰাজনৈতিক চেতনাও বাঢ়িছে। অসমতো কংগ্ৰেছ-কোৱালিশ্যন চৰকাৰ হ'ব। আৰু ইংলণ্ডৰ বনুৱা আন্দোলনৰ অভিজ্ঞতাও আমি মনত ৰখা উচিত। (পৃ. ১৪৬)

ভাৰতীয় আৰু আন্তৰ্জাতিক ৰাজনৈতিক পটভূমিত অসমৰ এই

বনুৱা আন্দোলনটোক এনেদৰে থিয় কৰোৱাত লেখকৰ ৰাজনৈতিক চেতনাৰ বিস্তাৰ ধৰা পৰে।

ডিগবৈৰ বনুৱাসকলে ইউনিয়ন গঠন কৰি দাবী আগবঢ়োৱা আৰু কৰ্তৃপক্ষ আৰু চৰকাৰে সেইবোৰ মানিবলৈ অস্বীকাৰ কৰা— এনে অৱস্থাতে ভাৰতৰ সাতখন প্ৰদেশত কংগ্ৰেছ চৰকাৰ গঠিত হয়। একে সময়তেই আগতে উল্লেখ কৰা চাদুল্লা চৰকাৰৰ ঠাইত অসমত গোপীনাথ বৰদলৈৰ নেতৃত্বৰ কংগ্ৰেছ-কোৱালিশ্যন চৰকাৰ গঠিত হয়। এই উপলক্ষত সুভাষ বসু কংগ্ৰেছৰ সভাপতি হিচাপে চিলঙলৈ আহিছিল। তাৰ পিছতেই ডিগবৈৰ বনুৱা আন্দোলনে শীৰ্ষবিন্দু পোৱাৰ সময়ত অসমলৈ তথা ডিগবৈলৈ আহিছিল নেহৰু। অসমৰ প্ৰধান মন্ত্ৰী হিচাপে বৰদলৈও ষ্ট্ৰাইক চলি থকা সময়ত ডিগবৈলৈ গৈছিল। বাস্তৱৰ এই কথাবোৰ 'প্ৰতিপদ'তো আছে। অৱশ্যে নেহৰুৱে ডিগবৈৰ ৰাজহুৱা সভাখনত বক্তৃতা দিয়া আৱেলিটোৰ, সভাখনৰ আৰু আনকি বক্তৃতা দিয়াৰ দৃশ্যটোৰো এটি বৰ্ণনা উপন্যাসখনত আছে যদিও (পৃ ১৭১-১৭২), বনুৱা আন্দোলন সম্পৰ্কে তেওঁ কি কৈছিল, তাৰ উল্লেখ উপন্যাসখনত নাই। উপন্যাসখনৰপৰা মাথোন জনা যায় যে নেহৰুৱে একেলগে চাহাবহঁতৰ লগত চাহ খোৱাৰ পিছত ইউনিয়নৰ প্ৰতি কৰ্তৃপক্ষৰ মনোভাব কুমলিল আৰু ইউনিয়নৰ ৰেজিষ্ট্ৰেশ্যন হ'ল (পৃ. ১৭৬)। বনুৱাসকলৰ মাজত হোৱা পিছৰ কথা-বাৰ্তাৰ পৰা নেহৰুৱে যে বনুৱাসকলক ইউনিয়ন কৰাত উৎসাহ দিছিল, তাকো অৱশ্যে জনা যায় (পৃ ১৭৬)। অমলেন্দু গুহৰ 'প্লেণ্টাৰ ৰাজ টু স্বৰাজ' গ্ৰন্থৰ পৰা ইপিনে জনা যায় যে নেহৰুৱে ডিগবৈৰ আৰু ওচৰচুবুৰীয়া চহৰ মৰাণ, খোৱাং, ডিব্ৰুগড়, চাবুৱা, তিনিচুকীয়া, ডুমডুমাৰ ৰাজহুৱা সভাত বৃটিছ চৰকাৰৰ, অসম অইল কোম্পানীৰ আৰু চাহ কোম্পানী-বোৰৰ পুঁজিবাদী শোষণৰ কথা কৈছিল। (পৃ ২৩৭-২৩৮) বৰদলৈৰ ডিগবৈ পদাৰ্পণৰ বিৱৰণ উপন্যাসখনত নাই; উল্লেখহে আছে। তেওঁৰ ওপৰত প্ৰথমতে বনুৱাসকলৰ অসীম আস্থা আৰু পিছত তেওঁলোকৰ মোহভংগৰ কথা উপন্যাসখনত বহলকৈ আছে যদিও, ৰাজহুৱাভাৱে

ডিগবৈত বনুৱাসকলক তেওঁ কি কৈছিল, তাৰ উল্লেখ উপন্যাসখনত নাই। গুহৰ কিতাপৰ পৰা কিন্তু জনা যায় যে ষ্ট্ৰাইকৰ ম্যাদ উকলি যোৱাৰ পিছত ষ্ট্ৰাইক সুদীৰ্ঘ কালৰ বাবে চলাই থকাটোত বৰদলৈয়ে বাজহুৱা ভাবে অসন্তুষ্টি প্ৰকাশ কৰিছিল। [১২]

বৰদলৈ বা কংগ্ৰেছ চৰকাৰক লৈ ডিগবৈৰ বনুৱাসকলৰ যদিও মোহভংগ হৈছিল, বৃটিছ চৰকাৰৰ পাকচক্ৰত পৰিয়েই বৰদলৈৰ চৰকাৰে যে তেওঁলোকৰ বাবে একো কৰিব নোৱাৰিছিল, তাকো বনুৱাসকলে ভালকৈ বুজা বুলি উপন্যাসখনত স্পষ্টকৈ দেখুৱা হৈছে। ই এক ঐতিহাসিক সত্যও। অমলেন্দু গুহৰ কিতাপৰ পৰাও এই কথা জনা যায় (পৃ ২৩৮) আৰু কেশৱনাৰায়ন দত্তৰ কিতাপতো এই কথা আছে (পৃ. ৯১)। উপন্যাসত এই আশা আৰু আশাভংগৰ কথা এনেদৰে পোৱা যায়: এঠাইত গিয়াছুদ্দিনে কৈছে, "নেহৰু আহিবলৈ বেছি দিন নাই। ইফালে এটা খবৰ পাইছোঁ। অসমত কংগ্ৰেছ কোৱালিশ্যন চৰকাৰ হৈ গ'ল। গতিকে এইবাৰ ইউনিয়ন ৰেজিষ্টাৰ্ড্ কৰাটো সহজ হব। সুভাষ বসু আহিছিল বোলে। ...... কংগ্ৰেছ চৰকাৰ হ'ল। গোপীনাথ বৰদলৈ হ'ল প্ৰধান মন্ত্ৰী।" (পৃ. ৫৪)

নেপালী মন্দিৰত ন্যস্ত স্বাৰ্থৰ লোকে গোমাংস থৈ আহি সাম্প্ৰদায়িক সংঘৰ্ষ সৃষ্টি কৰি বনুৱা সংহতি তথা ইউনিয়ন ভংগ কৰিবলৈ কৰা চেষ্টাৰ বিষয়ত বনুৱা নেতা চেটাৰ্জী আৰু গিয়াছুদ্দিনৰ ভাবৰ এয়া প্ৰকাশ, "পুলিচো আহিছে। শান্তি ভংগ কৰি মিশ্ৰই এক ডজন সশস্ত্ৰ পুলিচ অফিচৰ বাৰান্দাৰ কাষৰ ফিল্ডত থিয় কৰাই থৈছে। কিন্তু আগৰ দৰে ভয় নাই। শ্বিলঙত বৰদলৈ চৰকাৰ হৈছে। গতিকে আগৰ দৰে পুলিচে তুৱিমুৱি কৰিব নোৱাৰে।" (পৃ. ২১২) প্ৰায় একে সুৰতে লেখকৰ মন্তব্য: "বনুৱাসকলৰ অভিযোগ লেবাৰ কমিশ্যনৰ ওচৰ পালে গৈ। শ্বিলঙত কংগ্ৰেছ চৰকাৰৰ শাসন চলিছে। অসামৰিক বিষয়াসকলেও অলপ সমীহ কৰি চলিব-লগীয়া হৈছে।" (পৃ. ২১৭)

ডিগবৈৰ ধৰ্মঘটকাৰী বনুৱাসকলক কামৰ পৰা আঁতৰাই বাহিৰৰ

পৰা বনুৱা আনি কোম্পানীয়ে যে ফেক্টৰী চলোৱাৰ ব্যৱস্থা কৰিছিল, এই কথা এটি সত্য ঘটনা আৰু উপন্যাসতো ইয়াক দেখুওৱা হৈছে (পৃ. ২৪৮)। ন্যায্য ধৰ্মঘটলৈ আওকাণ কৰি বাহিৰৰপৰা বনুৱা অনাৰ প্ৰতিবাদত বনুৱা অনা ট্ৰাকবোৰৰ আগত ধৰ্মঘটকাৰীসকল যেতিয়া থিয় হ'ল, কৰ্তৃপক্ষই তেতিয়া আচাম ৰাইফল্‌চৰ হতুৱাই গুলিওৱাই (উপন্যাসখনৰ মতে উচ্চ বিষয়াবিশেষে নিজেও গুলিয়াই) চাৰিজন বনুৱা আৰু এজন নেতা হত্যা কৰিলে। (পৃ. ২৪৮) সেইবিষয়ত এয়া গিয়াছুদ্দিনৰ মনোভাব: "চাৰিটা মানুহ মাৰি পেলালে চাহাব কেইটাই। পুলিচে বং চাই আছিল। শ্বিলঙত কংগ্ৰেছ মন্ত্ৰীসভা আছে, কিন্তু সম্পূৰ্ণ ক্ষমতাহীন। চাকৰৰ চৰকাৰ। আই. জি. পি. য়ে গৱৰ্ণৰৰ কথাহে শুনে, গৃহমন্ত্ৰীৰ কথা নুশুনে।" (পৃ. ২৫৩)

বনুৱাসকলৰ ৰবদলৈ মন্ত্ৰীসভাক লৈ মোহভংগৰ এয়েই আৰম্ভণী। ইয়াৰ পিছত দ্বিতীয় মহাযুদ্ধৰ সুযোগ লৈ যেতিয়া ডিগবৈ সংৰক্ষিত অঞ্চল ঘোষণা কৰা হ'ল আৰু ধৰ্মঘটকাৰী সকলক গ্ৰেপ্তাৰ কৰোৱাত কৰ্তৃপক্ষ লাগি গ'ল (পৃ. ২৭৮-২৭৯), তেতিয়া গিয়াছুদ্দিনৰ মনলৈ আহিছে এনে ভাব:

> গ্ৰেপ্তাৰ পৰ্ব আৰম্ভ হৈ গ'ল। কংগ্ৰেছ চৰকাৰ আছে শ্বিলঙত। গৱৰ্ণৰৰ নোমকে লৰাব নোৱাৰিলে। ইতিমধ্যে ভাৰত কংগ্ৰেছে প্ৰস্তাৱ লৈছে বনুৱাৰ সপক্ষে, কৈছে, যদি কোম্পানীয়ে বনুৱা ইউনিয়নৰ দাবী পূৰণ নকৰে, তেন্তে চৰকাৰে কোম্পানীৰ মাইনিং লাইচেঞ্চ বন্ধ কৰি দিব লাগে। সিওতো নহ'ল। এতিয়া কংগ্ৰেছ চৰকাৰে পদত্যাগ কৰিবলৈ সিদ্ধান্ত লৈছে। ভাৰতবাসীক নোসোধাকৈ গৱৰ্ণৰ জেনেৰেলে ভাৰতে যুদ্ধত বৃটিঃশৰ পক্ষ লৈ যুদ্ধত (?) নামিছে বুলি ঘোষণা কৰি দিলে। (পৃ. ২৭৯)

কংগ্ৰেছ চৰকাৰৰ নিৰুপায় অৱস্থাত এয়া বনুৱাসকলৰ ভাব: "কংগ্ৰেছ চৰকাৰৰ ওপৰত মানুহৰ গভীৰ আস্থা হৈছিল, কিবা এটা কৰিব বুলি। কিন্তু ক'তা একো'চান কৰিব নোৱাৰিলে। কোম্পানীৰ

নোমেই নলবিল। এতিয়া কংগ্ৰেছ চৰকাৰেহে বোলে পদত্যাগ কৰাৰ কথা ভাবিছে।" (পৃ. ২৪১—২৪২) উপন্যাসখনৰ শেষ অধ্যায়ৰ আগৰ অধ্যায়ত ধৰ্মঘটকাৰী বনুৱাবোৰক সংৰক্ষিত চহৰ ডিগবৈৰ পৰা যেতিয়া বহিষ্কৃত কৰাৰ আদেশ হ'ল, ঠিক সেই সময়তে কংগ্ৰেছ চৰকাৰেও উপন্যাসখনত পদত্যাগ কৰিছে :

> গিয়াছুদ্দিদ, মালাছিং আৰু প্ৰধান আকৌ ৰাওলাটৰ ওচৰলৈ গ'ল। ৰাওলাটক সুধিলে বনুৱাবোৰৰ ওপৰত বহিষ্কাৰৰ আদেশ তেতিয়াও বাহাল আছেনেকি? ৰাওলাটে জনালে, আছে। নাথাকিব কিয়? এই আদেশ তেওঁৰ নহয়, স্বয়ং শ্বিলঙৰ পৰা আহিছে। কংগ্ৰেছ চৰকাৰে পদত্যাগ পত্ৰ দাখিল কৰিছে। গৱৰ্ণৰে পদত্যাগ পত্ৰ গ্ৰহণ কৰিছে। (পৃ. ২৯৫)

বহু আশাৰে কৰা ইউনিয়নৰ আৰু ধৰ্মঘটৰ এনে নিষ্ঠুৰ পৰিণতি দেখাৰ পিছত গিয়াছুদ্দিনৰ উপলব্ধি হ'ল :

> বিদেশী কোম্পানীৰ সমৰ্থক বিদেশী চৰকাৰ। গতিকে চৰকাৰটো নাতৰালে উপায় নাই। কংগ্ৰেছে তাকেই কৈছে। দেশজুৰি তুমুল আন্দোলন চলিছে। হেজাৰ বিজাৰ ভলন্টিয়াৰে জেল খাটিছে। তেওঁলোকে এই চৰকাৰৰ লগত অসহযোগ কৰিছে। এইটোৱেই একমাত্ৰ পথ।

আকৌ : "এই ধৰ্মঘট অন্যায়ভাবে ভাঙিব নোৱাৰিলেহেঁতেন যদি আমাৰ স্বাধীন চৰকাৰ থাকিলহেঁতেন। আমাক ইয়াৰপৰা খেদিলে কি হ'ব। আমি এই ইংৰাজ চৰকাৰক ইয়াৰপৰা খেদিবলৈ লাগি যাম।" (পৃ. ২৮৯)

উপন্যাসত প্ৰতিফলিত মূল সমস্যাটোৰ সমাধানত এইদৰেই ইয়াৰ প্ৰধান চৰিত্ৰটিৰ আদৰ্শচ্যুতি ঘটা দেখা গৈছে। এনে সামৰণিয়ে উপন্যাসত উত্থাপিত যি বৈজ্ঞানিক বা মাৰ্ক্সবাদী সমাজবাদ, তাৰ বিফলতা দেখুৱাই তাৰ ঠাইত উপন্যাসখনত দেখুওৱা পৰিস্থিতিত ৰাষ্ট্ৰীয়তাবাদৰ প্ৰয়োজনীয়তাহে দোহাৰিলে। এক শ্ৰেণী-বৈষম্যহীন,

খাটি খোৱা জনতাৰ মুক্তি সম্ভৱ হব পৰা বৈজ্ঞানিক সমাজবাদৰ বাবেই ভট্টাচাৰ্যৰ প্ৰথম উপন্যাস 'ৰাজপথে ৰিঙিয়ায়'ৰ নায়কে ১৯৪৭ চনৰ ১৫ আগষ্টৰ ভাৰতৰ স্বাধীনতাক স্বাগতম নজনাই প্ৰকৃত অৰ্থৰ স্বাধীনতাৰ বাবে অন্য এক আন্দোলনৰ বাবে প্ৰয়োজনীয়তাৰ কথা ঘোষণা কৰিছিল। সেই উপন্যাসৰ ১৫ বছৰ পিছত প্ৰকাশিত এই এই উপন্যাসত তেনে প্ৰকৃত স্বাধীনতাৰ আদৰ্শতে পৰিচালিত এক আন্দোলনত হাৰি ১৫ আগষ্টৰ সেই স্বাধীনতাকেই সকলো বুলি দেখুওৱাটো'ৱে ঔপন্যাসিকৰ নিজৰ ৰাজনৈতিক আদৰ্শৰ পৰিৱৰ্তনৰো নিশ্চয় ইংগিত দিয়ে। কাহিনীত গিয়াছুদ্দিনে অৱশ্যে চেটাৰ্জীৰ আদৰ্শ ত্যাগ কৰা বুলি কোৱা নাই; কিন্তু তেওঁৰ দৰে দৃঢ়মনা লোক এজনে এই আদৰ্শত লাগি থাকিব বুলি দৃঢ়ভাবে যে ঘোষণা কৰা নাই সিও তাৎপৰ্যপূৰ্ণ। বিদেশী চৰকাৰ ওফৰাই তাৰ ঠাইত দেশীয় চৰকাৰ পাতিলেই দুখীয়াৰ দুখৰ মোচন নহয়। 'ৰাজপথে ৰিঙিয়ায়'ৰ নায়ক মোহনে সেই কথা বুজাৰ দৰেই 'প্ৰতিপদ'ৰ মূল চৰিত্ৰ চেটাৰ্জী আৰু গিয়াছুদ্দিনেও বুজাৰ ইংগিত আছে। সেয়েহে, যদিও গিয়াছুদ্দিন আৰু চেটাৰ্জী সদায় স্বাধীনতা, দেশীয় চৰকাৰ আৰু কংগ্ৰেছ আন্দোলনৰ প্ৰতি সহানুভূতিশীল, তথাপি এই স্বাধীনতা আন্দোলনত তেওঁলোকে সক্ৰিয় অংশ গ্ৰহণ নকৰি ট্ৰেড ইউনিয়ন আন্দোলনৰ দ্বাৰা পুঁজি-পতিৰ বিপক্ষেহে আন্দোলনত ব্ৰতী হৈছিল। কিন্তু শেষৰফালে পুঁজিপতি শোষক কোম্পানীৰ সমৰ্থক পুঁজিপতি শোষক চৰকাৰক "বিদেশী কোম্পানীৰ সমৰ্থক বিদেশী চৰকাৰ" বুলি, গিয়াছুদ্দিনে বিদেশী চৰকাৰ ওফৰালেই সিহঁতৰ সকলো দুখ-যাতনাৰ অন্ত পৰিব বুলি সিদ্ধান্ত কৰিলে। নিঃসন্দেহে এনে সিদ্ধান্ত মাৰ্ক্সীয় সমাজবাদী দৃষ্টি কোণৰ পৰা ভ্ৰমাত্মক। সেয়েহে ই লেখকৰ ডেকা কালৰ আপোচ-বিহীন সমাজবাদী দৃষ্টিভংগীয়ে দেশপ্ৰেম, ৰাষ্ট্ৰীয়তাবাদ তথা গণতান্ত্ৰিক সমাজবাদৰ পিনে আপোচবাদী গতি কৰাৰ ইংগিত দিয়ে।

প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে প্ৰগতিবাদী আদৰ্শৰ বনুৱা আন্দোলন অংকিত কৰা মুল্ক্ৰাজ আনন্দৰ 'কুলী' (১৯৩৬) আৰু

'দা বিগ্ হার্ট্' (১৯৪৫) উপন্যাসতো 'প্ৰতিপদ'ত দেখুৱাৰ দৰে বনুৱাৰ আন্দোলন পুঁজিপতিয়ে ছেদেলি ভেদেলি কৰি দিছে। কিন্তু আনন্দৰ উপন্যাসত এনে আভাস নাই যে বিদেশী চৰকাৰৰ পৃষ্ঠপোষকতাত বিদেশী মিল মালিকেহে দুৰ্বল শ্ৰেণীৰ প্ৰতি তেনে অন্যায় কৰিছে। বৰং এই উপন্যাসবোৰত এই কথাহে স্পষ্টকৈ দেখুৱা হৈছে যে পুঁজিপতি চৰকাৰৰ শাসনত পুঁজিপতিৰ বিপক্ষে তোলা আন্দোলন চৰকাৰে এনেদৰে দমন কৰিবই—সেই চৰকাৰ দেশীয়েই হওক বা বিদেশীয়েই হওক। বনুৱা বা শোষিতৰ যদি কোনোবা শত্ৰু আছে, তেন্তে সি হ'ল শোষক পুঁজিপতিসকল— তেওঁলোকৰ দেশ বা জাতৰ বিচাৰ নিৰৰ্থক। মন কৰিবলগীয়া কথা এই যে মুল্কৰাজ আনন্দৰ এইবোৰ উপন্যাস ভাৰতৰ স্বাধীনতা আন্দোলনৰ কালতেই, আৰু ১৯৪৭ চনৰ ১৫ আগষ্টৰ আগতেই প্ৰকাশিত; আৰু আনন্দৰ নিজৰো স্বাধীনতা আন্দোলনলৈ অৰিহণা আছে।

'প্ৰতিপদ' উপন্যাসত কেনেকৈ 'ৰাজপথে ৰিভিয়ায়'ৰ বৈজ্ঞানিক সমাজবাদী আদৰ্শকেই উত্থাপিত কৰা হৈছিল, তাক চেটাৰ্জীৰ চৰিত্ৰ বিশ্লেষণ কৰিলেই বুজা যায়। উপন্যাসখনৰ প্ৰধান চৰিত্ৰ সমূহৰ অন্যতম চেটাৰ্জীয়ে প্ৰকৃত আদৰ্শৰ সমাজবাদ প্ৰতিষ্ঠাৰ বাবেই বনুৱা আন্দোলনত অৱতীৰ্ণ হৈছে। তেওঁ কৈছে, "ইউনিয়ন লাগে ৰাজনৈতিক কাৰণে। এদিন চাহাববোৰ আমাৰ দেশৰ পৰা যাব গৈ। তেতিয়া বনুৱাবোৰেই কোম্পানী চলাব লাগিব।" (পৃ. ১২৭) অন্য এঠাইত তেওঁ কৈছে, "ইউনিয়ন কৰিবলৈকে ইয়াত কাম কৰি আছোঁ। ইউনিয়ন হ'লে স্বাধীনতাৰ ভেটি প্ৰতিষ্ঠা হ'ব ইয়াত। স্বাধীনতা হ'ল বনুৱাৰ ৰাজত্ব।" (পৃ. ১৩১) চাহাববোৰ গ'লে বনুৱাবোৰেই তেল কোম্পানী চলাব লাগিব, স্বাধীনতা মানে বনুৱাৰ ৰাজত্ব—চেটাৰ্জীৰ এনেবোৰ কথাই তেওঁৰ মাৰ্ক্সবাদী আদৰ্শ বা বৈজ্ঞানিক সমাজবাদৰ আদৰ্শ স্পষ্ট কৰি দিয়ে। তেওঁৰ এই আদৰ্শই বনুৱা আন্দোলনটোৰ ভেটি বা উপন্যাসখনৰ বিষয়।

চেটাৰ্জী গুণী, জ্ঞানী, আদৰ্শৱান ; আৰু এই বিষয়ত তেওঁ

গিয়াছুদ্দিনৰ পৰা দৰাচলতে কিছু ভিন্ন। কিন্তু উপন্যাসখনৰ কেন্দ্ৰীয় চৰিত্ৰ এই গিয়াছুদ্দিনেও তেওঁক আৰু তেওঁৰ আদৰ্শক অনুসৰণ কৰিয়েই আন্দোলনটোৰো অন্যতম নেতা হৈ উঠিছে। অকল গিয়াছু-দ্দিনৰে তেওঁৰ প্ৰতি মৰমশ্ৰদ্ধা থকা নহয়; প্ৰতিজন বন্নুৱাৰ তেওঁৰ প্ৰতি গভীৰ মৰম আৰু শ্ৰদ্ধা। কিন্তু এই চেটাৰ্জীৰ পুলিচৰ গুলীত মৃত্যু হ'ল প্লটৰ বিকাশ প্ৰায় দুই তৃতীয়াংশ ঘটাৰ লগে লগেই। তথাপি অৱশ্যে উপন্যাসখনত চেটাৰ্জীৰ মৃত্যুৰ লগে লগে তেওঁ আৰু তেওঁৰ আদৰ্শ বন্নুৱাসকলৰ মাজত সম্পূৰ্ণ বিস্মৃত হৈ পৰিল বুলি দেখুওৱা হোৱা নাই। তেওঁৰ মৃত্যুৰ পিছতো তেওঁৰ স্মৃতি বন্নুৱাসকলৰ মনলৈ আহিছে এনেকৈ: "কিন্তু এই যে চেটাৰ্জী আছিল, তেওঁ মাজে মাজে কৈছিল চাকৰি আৰু সুখ বিচাৰিলেই নহ'ব। ক্ষমতা বিচাৰিব লাগিব,— মানে বন্নুৱা ৰজা হ'ব লাগিব। ...কছ দেশত হৈছে এনেকুৱা, তাত গাইগুটীয়া মালিক কোনো নাই।" (পৃ. ২৮০) মৃত্যুৰ পিছত তেওঁৰ কোঠাত সোমাই বন্নুৱাসকলে পাই'ছল মাৰ্ক্সৰ 'ডাচ্ কেপিটেল্' আৰু লেনিনৰ 'ষ্টেট্ এণ্ড্ ৰিভোলিউশ্যন্'। (পৃ ২৮১) আনকি মিচেচ্ ফ্লেমিঙেও মৃতকৰ কোঠাত শ্ৰদ্ধাৰে সোমাইছিল আৰু তেওঁৰ ডায়েৰীত পঢ়িছিল এনে কথা: "I live for others I do not want to possess anything. I ... shall have to live for them, the workers, for their emancipation from the thraldom of capital." (পৃ ২৯২)। চেটাৰ্জীৰ আন্দোলনত তেওঁৰ সোঁহাতস্বৰূপ গিয়াছুদ্দিনে কিন্তু আন্দোলনৰ প্ৰকৃত আদৰ্শৰ পৰা বিচ্যুত হৈছে আৰু বিদেশী চৰকাৰ বিতাৰিত কৰিলেই সকলো সমস্যাৰ সমাধান হ'ব বুলি ভ্ৰান্ত ধাৰণাৰ বশৱৰ্তী হৈছে। তথাপি বন্নুৱাসকলৰ মাজত তেওঁ স্থানচ্যুত হোৱাৰ আভাস কাহিনীৰ শেষত নাই।

ৰাজনৈতিক উপন্যাস হিচাপে 'প্ৰতিপদ'ত দেখুৱা যি মাৰ্ক্সীয় আদৰ্শৰ বিচ্যুতি, সি বাস্তৱানুগ বুলিও কব নোৱাৰি। চেটাৰ্জীৰ পূৰ্বাৰ্হি সুধীন প্ৰামাণিক বুলি ভাবিবৰ ঠাই আছে। তেওঁ তৎকালীন বংগ-

দেশৰ এজন ট্ৰেড ইউনিয়ন নেতা। বিছৰ দশকত টাটানগৰত তেওঁ তাঁৰা কাৰখানাৰ বন্ধুৱা সকলৰ এটা বিখ্যাত ধৰ্মঘটত আগভাগ লৈছিল। তেৱেঁই আছি ত্ৰিছৰ দশকৰ অসমৰ ডিগবৈত ট্ৰেড ইউনিয়ন প্ৰতিষ্ঠাত আগ ভাগ লয়। ডিগবৈৰ বনুৱাসকলে তেওঁলোকৰ ধৰ্মঘট কমিটীৰ তেওঁক চেক্ৰেটাৰী পাতিছিল। অমলেন্দু গুহৰ গ্ৰন্থৰ পৰাও এই বিষয়ে জানিব পাৰি। (পৃ. ২৮০) ইউনিয়ন গঠনত আৰু ধৰ্মঘট পৰিচালনাত চেটাৰ্জীৰ ভূমিকালৈ চাই তেওঁ এই সুধীন প্ৰামাণিকৰেই কাল্পনিক ৰূপ বুলি ধৰিব পাৰি। অৱশ্যে বাহিৰৰ পৰা অহা বলাইচাঁদ নামৰ ট্ৰেড ইউনিয়ন নেতা এজনৰ কথাও উপন্যাসখনত আছে। তেওঁ বাস্তৱ ট্ৰেড ইউনিয়ন নেতা বলাই ৰাম প্ৰামাণিক বুলি আগতে উন্নুকিয়াই অহা হৈছে। এইজনকেই যদি চেটাৰ্জী বুলিও ধৰা হয়, উপন্যাসখনৰ সাহিত্যিক মূল্যায়নত সি কোনো ব্যাঘাত নজন্মায়। কিন্তু কথা হ'ল, চেটাৰ্জীৰ যিদৰে উপন্যাসখনত মৃত্যু দেখুওৱা হৈছে, সুধীন প্ৰামাণিক বা বলাইচাঁদৰ তেনেদৰে ডিগবৈত পুলিচৰ গুলীত মৃত্যু হৈছিল নেকি? সি ঐতিহাসিক ভাবে অসত্য। অমলেন্দু গুহইও তেওঁৰ গ্ৰন্থত ডিগবৈত পুলিচৰ গুলি চালনাত তিনিজন বনুৱাৰ মৃত্যুৰ কথাহে কৈছে; উপন্যাসত দেখুৱাৰ দৰে চাৰিজনৰ মৃত্যুৰ কথা কোৱা নাই। উপন্যাসত দেখুৱাৰ দৰে মাৰ্ক্সীয় নেতা এজনৰ মৃত্যু যেনেদৰে ঘটা নাছিল, মাৰ্ক্সীয় আদৰ্শৰো ডিগবৈত বা প্ৰদেশখনত বিচ্যুতি ঘটা নাছিল। ডিগবৈৰ আন্দোলন এই ৰাজনৈতিক উপন্যাসত দেখুৱাৰ দৰে পুঁজিপতি, সাম্ৰাজ্যবাদী কৰ্তৃপক্ষই ছেদেলি ভেদেলি কৰি দিছিল ঠিকেই; কিন্তু মাৰ্ক্সীয় সমাজবাদে লগে লগেই মোট সলাই পেলোৱা নাছিল। ইয়াৰ পিছতেই দৰাচলতে মাৰ্ক্সীয় আন্দোলন প্ৰদেশখনত ঘনীভূত হৈ উঠিছিল।

উপন্যাসখনৰ সাহিত্যিক মূল্যায়নৰ বাবে চেটাৰ্জী আৰু গিয়াছুদ্দিনৰ দৰে প্ৰধান চৰিত্ৰবোৰৰ মানৱীয় দিশৰ আলোচনাৰো প্ৰয়োজন। যদিও ৰাজনৈতিক উপন্যাস, 'প্ৰতিপদ'ৰ মানৱীয় দিশটোও বেছ চহকী; আৰু সেয়েহে এইখন এখন অসমীয়া সাহিত্যৰ প্ৰধান মূল্যৱান উপন্যাস।

চেটাৰ্জী আৰু গিয়াছুদ্দিনৰ ৰাজনৈতিক জীৱনৰ লগে লগে চিত্রিত কৰা তেওঁলোকৰ মানৱীয় অনুভূতিগত জীৱনৰ চিত্ৰণে উপন্যাসখনত এক বহল মানৱীয় আয়তন দান কৰিছে। চেটাৰ্জী সম্পূৰ্ণৰূপে সমাজ-বাদী বনুৱা-আন্দোলনপ্ৰাণ বা ৰাজনীতিপ্ৰাণ লোক। গিয়াছুদ্দিনে কবৰ দৰে, "চেটাৰ্জী ইউনিয়ন, ইউনিয়ন কৰিয়েই মৰিব। আন কথা কৰলৈ তোমাৰ নাই নেকি? বিয়া-বাৰু, ভোজ, খোৱা-বোৱা, প্ৰেম—এইবোৰ।" (পৃ. ১৩০) চেটৰ্জীৰ উত্তৰ: "প্ৰয়োজন অনুভৱ কৰা নাই। খালি এটা উদ্দেশ্যৰ বাবেই জীয়াই আছোঁ।" (পৃ. ১৩০) এনে চেটাৰ্জীৰ জীৱনতো প্ৰেম আৰু বিবাহৰ কথা কিন্তু আছে; আৰু সিয়ে তেওঁক মানৱীয় আৰু বাস্তৱ কৰি উপন্যাসখনৰ মূল্য চৰাইছে। এই প্ৰেম আৰু বিবাহ সংঘটিত ঘটনাবোৰতো চেটাৰ্জীয়ে ৰাজনৈতিক আদৰ্শৰ প্ৰতিফলন অৱশ্যে দেখিছে। তথাপি তেওঁ এটি আদৰ্শৰ শিলামূৰ্তি নহয়।

চেটাৰ্জীয়ে মনে মনে ভাল পায় কুলী ছোৱালী সবলমতী পান্নুক। কিন্তু আদৰ্শপ্ৰাণ, চিৰ গম্ভীৰ চেটাৰ্জীয়ে এই কথা নিজকেও আনকি কৰলৈ সংকোচ কৰে। অৱশেষত চেটাৰ্জীৰ অন্তৰৰ সংগোপনৰ এই ভাব পান্নুৰ চকুতেই ধৰা পৰি গ'ল। (পৃ ১৬১-১৬২) সিপিনে গিয়াছুদ্দিনৰ পত্নী জাহানাৰাই তেওঁৰ মৃত্যুৰ আগে আগে গিয়াছুদ্দিনৰ ভাৰ অৰ্পণ কৰি গ'ল পান্নুৰ ওপৰত। গিয়াছুদ্দিনৰ পুৰুষোচিত কাৰ্য-ক্ষমতা, বেপৰোৱা স্বভাৱ, নিৰ্ভীকতা আদিয়ে পান্নুক বেছি আকৰ্ষণ কৰে। চেটাৰ্জীৰ সেই কথা বুজিবলৈ টান নালাগে, যদিও তেওঁ মনে মনে বেদনা অনুভৱ কৰে তাৰ বাবে। পান্নুক তেওঁ কয়, "তুমি যেনে পুৰুষ বিচাৰা তেনে পুৰুষ নহ'ব পাৰোঁ। কিন্তু ময়ো পুৰুষ।" (পৃ. ১৯০) পুৰুষত্ব দেখুওৱাৰ বহু ঠাই আছে, আৰু তেওঁ পুৰুষত্ব দেখুৱাব সাম্ৰাজ্যবাদৰ আগত বুলি তেওঁ কয়। (পৃ. ১৯০) পিছত সাম্ৰাজ্যবাদীৰ গুলীত আত্মাহুতি দি চেটাৰ্জীয়ে তেওঁৰ এই পুৰুষত্ব প্ৰমাণ কৰিছিল; আৰু পান্নুৱে বিয়া কৰাইছিল গিয়াছুদ্দিনক। অৱশ্যে পান্নুৱে চেটাৰ্জীক কোনো দিন তুচ্ছ জ্ঞান কৰা নাছিল। সেয়েহে

চেটাৰ্জীয়ে তেওঁবো পুৰুষত্ব আছে বুলি দোহাৰা এই সময়তেই পাম্নুৰে তেওঁক আশ্বাস দিছিল, "খং খাইছে কিয়? আপোনাক মই সম্মান কৰোঁ।" (পৃ. ১১০)

গিয়াছুদ্দিনৰো অৱশ্যে নাৰীক উপকৰা ভাৱে আকৰ্ষণ কৰিব পৰা দেহৰ সৌষ্ঠৱতাত বাহিৰেও মানসিক গুণাৱলীও আছিল। পূৰ্বতেই আভাস দিয়া হৈছে তেওঁৰ পুৰুষোচিত কাৰ্যক্ষমতাৰ, দুঃসাহসিকতাৰ আৰু অপৰিমিত মনোবলৰ। গিয়াছুদ্দিনৰ চৰিত্ৰৰ এই দিশত পুনৰ, টেক্‌নিকত ধৰা পৰাৰ দৰে, হেমিংওৱেৰ প্ৰভাৱ ধৰা পৰে। গিয়াছুদ্দিন প্ৰকৃততে হেমিংওৱেৰ সকলোৰে পৰিচিত 'কোড্ হিৰো' সমূহৰ আৰ্হিত অংকিত। হেমিংওৱেৰ 'হিৰো' বা নায়কসমূহৰ সাধাৰণতে জ্ঞানগত দিশত বা চিন্তা শক্তিত এটি অভাৱ থাকে। বৌদ্ধিক চিন্তা তথা অধ্যয়নপুষ্ট ধ্যান ধাৰণাৰহিত সিহঁত একো একোজন প্ৰধানতঃ ইন্দ্ৰিয়ৰ দ্বাৰা পৰিচালিত লোক। হিংসা-দ্বেষ, মাৰ-পিট—এই-বোৰেৰে ভৰা সমাজৰ এক উচ্ছৃংখল পৰিবেশত তেওঁলোকে সংগ্ৰামৰ মাজেদি বাস কৰে। তেওঁলোক তাত ধ্বংস হ'ব পাৰে, কিন্তু তেওঁলোকে তাত হাৰ নামানে। সাহস, সহনশীলতা আৰু সহজ বুদ্ধিৰে গঢ়ি তোলা এক সম্মানবোধ তেওঁলোকৰ জীৱনৰ সহজ-লব্ধ অথচ দৃঢ়ভাবে অনুধাবিত আদৰ্শ।[১৩] গিয়াছুদ্দিনো ঠিক এনে এক পুৰুষেই। চেটাৰ্জীৰ দৰে কোনো অধ্যয়নলব্ধ জ্ঞান বা সুচিন্তিত দৰ্শনৰ অনুশীলন অনুসৰি তেওঁ ট্ৰেড ইউনিয়নত লগা নাই। যুদ্ধ কৰি পুৰুষৰ দৰে জীয়াই থকাৰ আগ্ৰহ তেওঁৰ মজ্জাগত বাবেই এনে এক যুদ্ধৰ আহ্বান তেওঁলৈ আহিলত তেওঁ তাত নামি পৰে। কৰ্তৃপক্ষ বা শত্ৰুপক্ষৰ প্ৰতি তেওঁ যেনেকৈ বেপৰোৱা, সমাজ, ধৰ্ম আদিৰ প্ৰতিও তেওঁ বেপেৰোৱা। সেয়েহে হিন্দু ডেকা এই ডিম্বেশ্বৰ হাজৰিকা, তেওঁৰ হিন্দু পত্নীয়ে সন্তান ধাৰণ কৰিব নোৱাৰা বাবে সেই পত্নীক এৰি মুছলমান ছোৱালী এজনী বিয়া কৰাই হ'ল মুছলমান; আৰু নাম ললে গিয়াছুদ্দিন। সেই বুলি তেওঁ যে মুছলমান ধৰ্মত আস্থা স্থাপন কৰিলে বা হিন্দু ধৰ্মত বিশ্বাস হেৰুৱালে—সিও

নহয়। সেই বাবেই তেওঁক মুছলমান ধৰ্ম লবলৈ দাবী কৰা লোক সকলক মুছলমান ধৰ্ম গ্ৰহণ কৰাৰ আশ্বাস দিও ঘোষণা কৰিছে যে ধৰ্ম তেওঁৰ বাবে এটা কোট চোলাহে—মন গ'লে পিন্ধিবলৈ আৰু নহ'লে খুলি থবলৈ। তেওঁৰ ভাষাত, "ধৰ্মৰ ওপৰত ইমান জোৰ দিছে কিয়? মইতো ধৰ্ম-কৰ্ম একে নামানো।" (পৃ. ৩৪) "মই হিন্দু, মুছলমান, খৃষ্টান একো নহওঁ, অথচ সকলো ধৰ্মকে এক বুলি ভাবোঁ। মানুহে কোট চোলা যেনেকৈ বছৰি সলায়, ময়ো তেনেকৈ ধৰ্ম সলাব পাৰোঁ" (পৃ. ১২)

বিভিন্ন ধৰ্ম আৰু ভাষা সম্প্ৰদায়ৰ লোকেৰে পূৰ্ণ তেল নগৰী ডিগবৈত এনে ধৰ্মহীন অথচ সকলো ধৰ্মৰ প্ৰতি সমভাবাপন্ন আৰু আনহাতে বেপৰোৱা এজন লোকেই আছিল বিভিন্ন সম্প্ৰদায় বা গোটৰ মাজত সংযোগ স্থাপনৰ বাবে উপযুক্ত লোক। সকলো বাধা নেওচি বলেৰে হ'লেও নিজৰ মতকে বাহাল ৰাখিব পৰা ক্ষমতা তেওঁৰ বাহিৰে আৰু ডিগবৈৰ বন্ধুৱা আৰু কৰ্মচাৰীসকলৰ মাজত অন্য কাৰো নাই। আনকি কোম্পানীৰ চাহাব বিষয়াসকলেও ফ'ৰ্‌মেন্ গিয়াছুদ্দিনক এফালে যেনেকৈ তেওঁৰ কৰ্মকুশলতাৰ বাবে সমীহ কৰে, আনফালে তেনেকৈ ভয় কৰি চলে। লেখকৰ ভাষাতেই, "তাক আধুনিক অসুৰ বুলি ভাবে।" (পৃ ৭০)

সেই বুলি গিয়াছুদ্দিন নীতিহীন, নিষ্ঠুৰ আৰু অমানুহ নহয়। তেওঁৰ পূৰ্বৰ হিন্দু ঘৈণীয়েক সন্তানহীনা আৰু গাৰ্হলীয়া ধৰণ-কৰণৰ বাবে তেওঁক তেওঁ এৰিলে যদিও, আনপিনে মানুহজনীৰ ভৰণ-পোষণৰ ভাৰ স্বেচ্ছাই আৰু নিষ্ঠাৰে তেওঁ বহন কৰি থাকিল। পূৰ্বৰ পত্নী এৰি নতুন এজনী বিয়া কৰোৱা বিষয়ত তেওঁৰ মতামত:

> পাপ কিনো পুণ্য কিনো? হিন্দু কিনো মুছলমান কিনো? তাক মই একো বুজি নেপাওঁ। মাধুৰীৰ লগত কত বছৰ সহবাস কৰিলোঁ। কিন্তু মাধুৰীৰ সদায় একেটাই অভিযোগ। মই পাপ কৰোঁ। আমাৰ সন্তান নোহোৱাৰ কাৰণ বোলে পাপ। চাহাবৰ লগত থাকি মই সিহঁতৰ কিছুমান ভাল

দস্তৰ শিকিছোঁ। যিবোৰ কাম এই জীৱনতে সমাধা কৰি কৰি সুখী হৈ থাকিব পাৰি, সেইবোৰ অহা জনমলৈ থোৱাৰ কোনো মানে নাই। মোৰ বংশ নিৰ্বংশ হোৱাটো মই কামনা নকৰোঁ। কিয় কৰিম ? মই জানো মাধুৰী বন্ধ্যা। মাধুৰী একেবাৰে গাঁৱলীয়া। এনেকৈ অশান্তিত সহবাস কৰাটোৱেই পাপ। জাহানাৰাক মই ভাল পাওঁ—সেইটোৱেই ডাঙৰ কথা। মোক এটা সন্তান লাগে। সিও ডাঙৰ কথা। মুছলমান হোৱাটো একো ডাঙৰ কথা নহয়। (পৃ. ৪৯)

বিৱেক-বুদ্ধি-চিন্তাৰ সলনি কেৱল ইন্দ্ৰিয়ৰ পৰিচালনাত জীয়াই থকা অথচ ন্যায়-অন্যায়, মান-সন্মানৰ কেতবোৰ সাধাৰণ ধাৰণাৰ একান্ত অনুধাবনত এক প্ৰকাৰ সজ, আদৰ্শ জীৱন যাপন কৰা হেমিংওৱেৰ 'কোড হিৰো'ৰ এয়া এক সম্যক উদাহৰণ। এফালে এনে এক সহজবোধ্য ন্যায়-চালিত জীৱন-পদ্ধতি, আৰু আনপিনে তেওঁৰ হেমিং-ওৱেৰ নায়ক সকলৰ দৰেই সাহস, কাৰ্যক্ষমতা, দৃঢ়তা আদিৰ বাবে তেল বনুৱা সকলৰ মাজত তেওঁ এক বীৰ, আৰু চেটাৰ্জীৰো সোঁহাতস্বৰূপ লোক। বনুৱাবোৰক বঞ্চিত কৰি প্ৰাপ্য সুবিধা, লাভ আদি তেওঁলোকৰ পৰা কাঢ়ি নি কোম্পানী আৰু তাৰ বৰ বৰ বিষয়াবোৰ দিনে দিনে চহকী হৈ গৈছে—ইয়াক নিজ চকুৰে গিয়াছুদ্দিনে ন্যায়-অন্যায়ৰ তেওঁৰ সৰল ধাৰণাৰে অন্যায় বুলি বুজিছে আৰু গতিকে তাৰ বিৰুদ্ধে থিয় দিয়াৰ প্ৰয়োজনৰ কথা উপলব্ধি কৰিছে। স্বাভাৱিকতেই চেটাৰ্জীৰ বনুৱা আন্দোলনত তেওঁ যোগ দিছে আৰু নিজৰ প্ৰকৃতিৰ বাবে সোনকালেই চেটাৰ্জীৰ সোঁহাত স্বৰূপ হৈ উঠিছে। সেই বুলি চেটাৰ্জীৰ দৰে কোনো সমাজতাত্ত্বিক দৰ্শনৰ কথা তেওঁ নুবুজে। হ'লেও নিজৰ মতত তেওঁ দৃঢ়। সিহঁতৰ বিপক্ষে কোম্পানীয়ে অৱলম্বন কৰা দৃঢ় দমন পন্থাৰ ফলত চেটাৰ্জীহঁতৰ মৃত্যু হ'ল ; আৰু তেওঁলোক বাকীবোৰৰ কাম গৈ দুখ-যাতনাৰ সীমা নাইকিয়া হ'ল। তথাপি চেটাৰ্জীৰ অনুপস্থিতিত তেওঁ দৃঢ়ভাবেই বনুৱাসকলক নেতৃত্ব দি সংগ্ৰাম আগুৱাই নিলে। অৱশেষত যেতিয়া আন্দোলন মৰিমুৰ হ'ল আৰু তেওঁলোক

সকলো হ'ল চহৰৰ পৰা বহিষ্কৃত, তেতিয়াও গিয়াছুদ্দিনে হতাশ হোৱা নাই।

সংগ্ৰাম-নিমজ্জিত এই গিয়াছুদ্দিনৰো উপন্যাসখনত এটি ব্যক্তিগত, মানৱীয় জীৱন আছে। ইস্মাইলৰ চেতনাত এয়া তাৰ আভাস:

> বাপেক আছিল ওচৰৰ চাহ-বাগানৰ বৰ মহৰী। মদগজ মানুহ। দুজনী-তিনিজনী বিয়াও কৰিছিল, মদে ভাতে খাইছিলো আৰু সেইদৰে মানুহ বোলাই চলিব পাৰিছিল। ডিম্বেশ্বৰ কটন কলেজত পঢ়িছিল। তাতো এথেলেট হিচাপে বৰ নাম আছিল। অকল দেহ সাধনেই নহয়, পঢ়া-শুনাতো আছিল বৰ চোকা। বি. এছ. চি পাচ কৰিয়েই এই কোম্পানীত সোমাইছিল। তাতে ড্ৰিলিঙৰ কাম নিয়াৰিকৈ শিকি সেই কামত ওস্তাদ হৈ পৰিল। জিঅলজিষ্টৰ পৰা আৰম্ভ কৰি সাধাৰণ মানুহলৈ সকলোৱে জানে ডিম্বেশ্বৰৰ কাম কেনে সুন্দৰ। চাহাববোৰেও ভাল পায়। এনে বম ভোলা অথচ সৰ্বগুণী মানুহক কোনে ভাল নেপাব? তথাপি এটা দোষ ইচমাইলে তেওঁৰ মাজত দেখা পাইছে। তেওঁৰ জীৱন বৰ অপৰিপাটী, মানুহটো তেনেই সৰু ল'বাৰ দৰে সহজ। উন্নত ৰুচি নাই। (পৃ. ৭০)

এনেদৰে ভাল আৰু বেয়া গুণৰ সমাহাৰেৰে ডিম্বেশ্বৰ হেমিংওৱেৰ 'কোড হিৰো'ৰ অনুকৃতি হ'লেও, তেওঁৰ বাস্তৱ পূৰ্বাহি ইপিনে আকৌ ডিগবৈৰ তেল কোম্পানীৰে একে সময়ৰ এজন কৰ্মী ডিম্বেশ্বৰ বৰুৱা। ডিগবৈ চহৰৰে পটভূমিত ৰচিত লেখকৰ পৰৱৰ্তী উপন্যাস 'বল্লৰী'ত (১৯৭৩) এই ডিম্বেশ্বৰ বৰুৱায়েই ফুকন নামত গিয়াছুদ্দিনতকৈ অনুজ্জ্বল ৰূপত পুনৰ ওলাইছে।

সি যি কি নহ'ক, সামাজিক জীৱনত গিয়াছুদ্দিন সৰবৰহী, সৰ্বজনপ্ৰিয় হলেও, ব্যক্তিগত জীৱন মানুহজনৰ সুখৰ নহ'ল। পূৰ্বৰ পত্নী মাধুৰীক ত্যাগ কৰি সন্তানৰ বাবে অন্য ধৰ্মৰ ৰূপহীন, দৈহিক সৌষ্ঠৱহীন জাহানাৰাক নিজৰ ধৰ্ম ত্যাগ কৰিও তেওঁ বিয়া কৰাইছিল

যদিও, এইবাৰো তেওঁ সুখী হ'ব নোৱাৰিলে। জাহানাৰা সোনকালেই ৰোগত শয্যাশায়িনী হ'ল আৰু মৃত্যু মুখত পৰিল। শয্যাশায়িনী, ৰুগ্না পত্নীক গিয়াছুদ্দিনে শুশ্রূষা কৰিবলৈ কমেইহে সময় পাইছিল; সেই বিষয়ত উৎসাহো তেওঁৰ ধৰা পৰা নাছিল। সংগ্ৰামৰ ৰাজহুৱা কামবোৰ তেওঁৰ বাবে আছিল বেছি দৰ্কাৰী। এনেদৰে স্বামীৰ অনাদৰত মৃত্যুৰ ক্ষণ গণি থাকিলেও জাহানাৰাৰ কিন্তু স্বামীৰ প্ৰতি স্নেহ আৰু কৰ্তব্যবোধ কমা নাছিল। সেয়েহে তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ স্বামীৰ ভাৰ যাতে পান্নুৱে লয়, তাৰ বাবে পান্নুক তেওঁ অনুৰোধ কৰি সন্মত কৰাই থৈ যায়। জাহানাৰাক যেনেকৈ অন্তিম অৱস্থাতো আদৰ-শুশ্রূষা কৰিবলৈ গিয়াছুদ্দিনৰ সময় নহ'ল, জাহানাৰাৰ মৃত্যুৰ আগে-পিছে পান্নুৱে তেওঁক ভাল পায় নেকি—তাকো ভাবিবৰ বা সুধিবৰ তেওঁৰ সময় নহ'ল। শেষ দৃশ্যত অৱশ্যে লগৰ হেজাৰ হেজাৰ বন্দুৱাৰ সৈতে বহিষ্কৃত হৈ ওলাই যাবৰ সময়ত পান্নুৰ সৈতে তেওঁৰ বুজা-পৰা হ'ল, আৰু সেই বুজা-পৰা বিবাহত পৰিণত হোৱাৰো ইংগিত ফুটি উঠিল।

এনে ৰাজনৈতিক আৰু ব্যক্তিগত জীৱনৰ সমাহাৰৰ প্ৰধান কাহিনীটোৰ লগত আৰু একাধিক মানৱীয় অনুভূতিৰ ব্যক্তিগত জীৱনৰ উপকাহিনীৰ বা চৰিত্ৰৰ অৱতাৰণা কৰা হৈছে। ইয়াৰ ভিতৰত উল্লেখযোগ্য হ'ল চণ্ডীৰ ছোৱালী পান্নু আৰু তাইৰ ইস্মাইলৰ প্ৰতি ব্যৰ্থ ভালপোৱাৰ কাহিনী। অন্য এক এনে কাহিনী হ'ল জ্ঞানী, বুঢ়া নচিৰুদ্দিনৰ আশ্ৰিতা, বগা চাহাবৰ ব্যভিচাৰৰ প্ৰতীক জেবুন্নিছা আৰু তেওঁৰো ইস্মাইলৰ সৈতেই ব্যৰ্থ প্ৰেমৰ কাহিনী। বন্দুৱা ছোৱালী নয়নমণি আৰু ড্ৰাইভাৰ দুৰ্গাৰ প্ৰেম আৰু বৈবাহিক জীৱন; আৰু বৰ চাহাবৰ গুণৱতী পত্নী মিচেচ্ ফ্লেমিঙৰ নয়নমণিৰ প্ৰতি মৰমৰ কাহিনী অন্য এটা এই শ্ৰেণীৰ কাহিনী। এই মানৱীয় কাহিনীবোৰে ৰাজনৈতিক উপন্যাসখনৰ মানৱীয় আয়তন বিস্তাৰিত কৰি, ৰাজনৈতিক কাহিনীটোৰ মানৱীয় পটভূমি দৃঢ় কৰি, ইয়াৰ বিশ্বাসযোগ্যতা তথা বাস্তৱতা বৃদ্ধি কৰিছে।

জেবুন্নিছাৰ দুখৰ জীৱনৰ কাহিনী আৰু মিচেচ ফ্লেমিঙৰ নয়নমণিৰ প্ৰতি মৰমৰ কাহিনীৰ অন্য এটি তাৎপৰ্যও আছে। জেবুন্নিছাৰ দুখৰ জীৱনৰ কাহিনীয়ে বগা চাহাবসকলে তেওঁলোকৰ অবাধ ব্যভিচাৰেৰে আমাৰ সমাজত সৃষ্টি কৰি থৈ যোৱা এটি অশান্তিময় দিশৰ ইংগিত দিছে। নয়নমণিৰ প্ৰতি মিচেচ ফ্লেমিঙৰ ভালপোৱাই আনহাতে এই বগা চামৰাৰ সকলোলোকেই যে পশু নহয়, তাক সূচাইছে। কিন্তু মিচেচ ফ্লেমিঙৰ ভাৰত প্ৰেমৰ চূড়ান্ত নিদৰ্শনৰ কাহিনীটোৰ স্বত্বেও এই উপন্যাসত বৃটিছসকলৰ চিত্ৰিত ৰূপ প্ৰধানতঃ কালিমা-ময়। এটি মাথোন চৰিত্ৰৰ ভাৰতীয়ৰ প্ৰতি সহানুভূতিশীলতাৰ কাহিনীয়ে অন্য একাধিক চৰিত্ৰৰ, বৃটিছ কৰ্তৃপক্ষ আৰু বৃটিছ চৰকাৰৰ নিষ্ঠুৰতা, বিবেচনাহীনতা আৰু কুকাৰ্যৰ কলংক ঢাকি বৃটিছৰ সামগ্ৰিক চিত্ৰখন উজ্জ্বল কৰিব পৰা নাই। যি বৃটিছ নাৰী চৰিত্ৰটিৰ যোগে বৃটিছ মনোভংগীৰ ব্যতিক্ৰমৰ ইংগিত দিব বিচৰা হৈছে, সেই মিচেচ্ ফ্লেমিঙৰ চৰিত্ৰটিৰ ভাল দিশ অবিশ্বাস্যৰূপত অতিৰঞ্জিত। দৰাচলতে এফালে যেনেকৈ বৃটিছ নিষ্ঠুৰতাৰ প্ৰতিনিধি ৰাওলাট আৰু জিলাপছী চাহাবৰ চৰিত্ৰ দ্বিমাত্ৰিক টাইপ বা আৰ্হি চৰিত্ৰহে, সেইদৰে মিচেচ্ ফ্লেমিঙৰ চৰিত্ৰও বৃটিছ সহৃদয়তাৰ প্ৰতীক দ্বিমাত্ৰিক আৰ্হি চৰিত্ৰহে। বৃটিছ চৰিত্ৰবোৰৰ ভিতৰত ইয়াত কোনোটোৱেই অনতিৰঞ্জিত ব্যক্তি চৰিত্ৰ নহয় লেখকৰ শাসক বৃটিছ সম্পৰ্কে মনোভাব যে ইয়াত শাসিত প্ৰজাৰ সাধাৰণ বিৰূপাত্মক মনোভাব, ই তাৰেই সাক্ষী।

ইমানৰ পিছত উপন্যাসখনৰ সামগ্ৰিক মূল্যৰ বিষয়ে মন্তব্য কৰিব পাৰি। হেমিংওৱেৰ 'ফৰ হুম্ দা বেল্ ট'ল্চ্' উপন্যাসৰ আংগিকৰ আৰ্হিত অসমৰ এটি ঐতিহাসিক বিপ্লৱাত্মক ঘটনাৰ ঔপন্যাসিক ৰূপ দিয়াটো এটি প্ৰসংশনীয় প্ৰচেষ্টা ; আৰু এই প্ৰচেষ্টাত লেখক সকল হৈছে। হেমিংওৱেৰ কেন্দ্ৰীয় চৰিত্ৰৰ আৰ্হিতে গঢ়া ইয়াৰ কেন্দ্ৰীয় চৰিত্ৰ গিয়াছুদ্দিন মানসিক সংঘাতবিহীন হ'লেও তেওঁৰ ব্যক্তিত্ব নিজস্ব বৈশিষ্ট্যৰে উজ্জ্বল আৰু জীৱন্ত। অন্য ভালেকেইটা গৌণ চৰিত্ৰ হেমিংওৱেৰ চৰিত্ৰায়ণৰ পদ্ধতিতেই সীমিত পৰিসৰ, তাকৰীয়া কাৰ্য

আৰু প্ৰচুৰ সংলাপৰ মাজেদি আকৰ্ষণীয় ৰূপত ফুটাই তোলা হৈছে। অসমৰ এটি ঘটনা, এটি পৰিস্থিতি আৰু এখন বিশেষ সমাজ এনেদৰে এটি বিদেশী আহিৰ সাঁচত ঢালি, তাৰ স্বৰূপ আৰু তাৎপৰ্য প্ৰকাশ কৰাত লেখকৰ দক্ষতা স্পষ্ট। এইপিনৰ পৰা 'প্ৰতিপদ' অসমীয়া সাহিত্যৰ এখন প্ৰধান আৰু মূল্যৱান উপন্যাস। তৎস্বত্বেও কিন্তু এই কথা কবই লাগিব যে কেবাটাও দিশত ইয়াৰ সীমাবদ্ধতা আৰু ক্ৰটিও কম নহয়; আৰু এইবাবেই ই এক প্ৰধান আৰু মূল্যৱান সাহিত্যকৃতি হৈয়ো উচ্চতম পৰ্যায়ৰ কালজয়ী সাহিত্যকৃতি বুলি চিহ্নিত হ'ব নোৱাৰে।

ইয়াৰ ক্ৰটীবোৰৰ ভিতৰত ইয়াৰ দ্বাৰা প্ৰকাশিত সমাজবাদী ৰাজনৈতিক দৰ্শনৰ ভ্ৰান্তিকৰ পৰিৱৰ্তন হ'ল এটা। গিয়াছুদ্দিনৰ প্ৰকৃতিৰ এটি লোকে হঠাতে লুটি বাগৰ মাৰি আদৰ্শ পৰিৱৰ্তন কৰি অন্য এক আন্দোলনলৈ জঁপ মৰা তাৰ প্ৰকৃতিৰ পিনৰ পৰা একো অস্বাভাৱিক নহয়, ঠিকেই; কিন্তু ঔপন্যাসিকে তেওঁৰ উপন্যাসত উত্থাপিত দৰ্শনৰ সুবিচাৰ কৰিব লাগিব। 'প্ৰতিপদ'ত উত্থাপিত ৰাজনৈতিক দৰ্শন সামৰণিৰ পিনে ক্ৰটীপূৰ্ণ ভাৱত পৰিৱৰ্তিত হ'ল; অথচ এই দৰ্শন ভুল বুলি গিয়াছুদ্দিনে উপলব্ধিও কৰা নাই।

ইয়াৰ প্ৰধান চৰিত্ৰ ভিম্বেশ্বৰ বা গিয়াছুদ্দিনো বহিঃকাৰ্য আৰু কথাৰেই যি চিত্ৰিত হৈছে; তেওঁৰ মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়া আৰু দ্বন্দ্বৰ কোনো প্ৰকাশ নাই। এই কথা অন্য চৰিত্ৰবোৰৰ ক্ষেত্ৰতো প্ৰযোজ্য। ই উপন্যাসখনৰ গভীৰতা হানি কৰিছে।

এইবোৰৰ উপৰিও এই সমাজবাদী উপন্যাসখনৰ মূল্য বহু পৰিমাণে খৰ্ব হৈছে ইয়াৰ অতি নাটকীয় ( melodramatic ) ভাববাদী সামৰণিটোৰ বাবে। কাহিনীৰ শেষত কামৰপৰা বৰ্খাস্ত হোৱা কেবা হেজাৰ বনুৱা আৰু বনুৱা পৰিয়ালৰ লোকক চহৰৰপৰা বহিষ্কাৰ কৰিবলৈ বেল ষ্টেচনলৈ লৈ যোৱা হৈছে। তাত আকৌ এই সৰ্বহাৰা বনুৱাসকল নিষ্ঠুৰ চৰকাৰৰ পুলিচ আৰু বিষয়াৰ সৈতে প্ৰত্যক্ষ সংঘৰ্ষৰ সন্মুখীন হোৱাৰ উপক্ৰম হৈছে। গিয়াছুদ্দিনৰ দৰে

লোকে ইয়াত নিৰ্ভীক নেতৃত্ব আৰু বীৰত্বৰ চাণেকি দেখুৱাইছে। এনে ৰৌদ্ৰ আৰু বীৰৰসৰ লগতে ইয়াত সন্নিবিষ্ট কৰা হৈছে আকৌ করুণ আৰু শৃংগাৰ ৰস। পুলিচৰ গুলীত নিহত কৰ্মী বকৰুাৰ সদ্যবিধবা পত্নীও কোলাত পিতৃহাৰা কেচুৱাটিৰে সৈতে কোম্পানীৰ ঘৰ আৰু চহৰৰ পৰা বহিষ্কৃত হৈছে। তেৰোঁ কেচুৱাটি লৈ ষ্টেশ্যনত —তেৰোঁ নাজানে এতিয়া ক'ত যাব আৰু কি কৰিব। ইয়াৰ বিপৰীতে আকৌ একেদৰে ক'লৈ যাব কি কৰিব থিৰ কৰিব নোৱাৰা পাম্নুৰে গিয়াছুদ্দিনক সেই ষ্টেশ্যনৰ প্লেটফৰ্মৰ আৰু ৰেল আলিৰ সহস্ৰাধিক বিতাৰিত বনুৱাৰ মাজতে লগ ধৰি অন্তৰৰ কথা-পাতিছে, দুয়োৰে মাজত আন্তৰিক মিলা-প্ৰীতি ঘটিছে আৰু ভবিষ্যতৰ আচনিৰ বাবে, আৰু নিবিড়ভাবে ইটোৱে সিটোক পাবৰ বাবে কিছু ফালৰি কাটি গৈছে। এনে বিভিন্ন ৰসৰ সমাহাৰত এক ৰসোত্তীৰ্ণ সামৰণি দৃশ্যৰ সৃষ্টি কৰিব পৰা হ'লে উপন্যাসখনৰ মূল্য নিশ্চয় বাঢ়িল-হেঁতেন। কিন্তু এই দৃশ্যত ৰসৰ বিজুতি এনে বেয়াকৈ ঘটিছে যে এই দৃশ্যক এই বিজুতিয়ে অযথা আবেগ আৰু চাঞ্চল্যৰে পূৰ্ণ এক অতি-নাটকীয় বা মেলোড্ৰেমেটিক দৃশ্যৰ শাৰীলৈহে নমাই লৈ গৈছে। বিশেষকৈ সকলো বনুৱা-কৰ্মী পৰিয়াল-সমন্বিতে বিতাৰিত হোৱা অৱস্থাত আৰু নিষ্ঠুৰ বিষয়াৰ সৈতে প্ৰত্যক্ষ সংঘৰ্ষৰ ক্ষন্তেক পিছতে তেনে এক নিষ্ঠুৰ বিষয়া ৰাওলাটিৰ হৃৎপিণ্ডৰ আকস্মিক অসুখৰ বাতৰি বনুৱাসকলে পাইছে। বনুৱাবোৰৰ অন্তৰত তেতিয়া শত্ৰুৰ প্ৰতি উচ্চ স্তৰৰ পুতৌ বা করুণাৰ উদ্ৰেক নহৈ হৰ্ষোল্লাসৰহে সৃষ্টি হৈছে। শত্ৰু-বিষয়াৰ আকস্মিক অসুখৰ বাতৰিয়ে যদি ইতিমধ্যে চাৰিটা ৰসৰ সমাহাৰৰ দৃশ্যটিলৈ পুনৰ অদ্ভুত ৰস কঢ়িয়াই আনিছে বুলি কব পাৰি, তেন্তে এই বাতৰিৰ স্থূল প্ৰতিক্ৰিয়াই আকৌ ইয়াত বীভৎস ৰসৰ সৃষ্টি কৰি ৰসৰ বোজা অস্বাভাৱিক ৰূপে বৃদ্ধি কৰিছে। অকল সেয়েই নহয়, বহিষ্কৃত সৰ্বহাৰা বনুৱাসকলৰ এই চৰম দুৰ্যোগৰ সময়ত গধূলিৰ আকাশত জোন ওলাইছে। এনে শান্ত ৰসৰ এক পৰিবেশত সদ্যবিধবা বকৰুানীয়ে নয়নমনিক দেশপ্ৰেমমূলক গান 'সাৰে জাহাঁসে

আচ্ছা' গাবলৈ অনুৰোধ কৰিছে আৰু নয়নমণিয়ে প্ৰাণভৰি সেই গান গাইছে। সন্দেহ নাই, চৰম হতাশা, বিপৰ্যয় আৰু ধ্বংসৰ মাজতো আশা আৰু সৃষ্টিৰ ইংগিত এনে এক দৃশ্যৰ মাজেদি দিব খোজা হৈছে। কিন্তু বসৰ বিভূতি, আৰু বিভিন্ন পৰ্যায়ৰ ঘটনাৰ আকস্মিকতা, ক্ৰুততা আৰু অস্বাভাৱিকতাই লেখকৰ সেই উদ্দেশ্য ব্যৰ্থ কৰিছে। আৰু এই দৃশ্য যিহেতু পূৰ্বৰ সকলো দৃশ্য বা ঘটনাৰ তুংগীভৱন ( culmination ) মাথোন, ই উপন্যাসখনৰ বক্তব্য বা মৰ্মবাণীও সাৰ্থক ৰূপত প্ৰকাশিত কৰাত বাধাৰ সৃষ্টি কৰিছে।

সৰ্বশেষত উপন্যাসখনৰ মাজেদি ফুটি উঠা যি জীৱন-ধাৰণা, সিও বিশেষভাবে চেতনাক আন্দোলিত কৰিব পৰা বিধৰ নহয়। ইয়াৰ কেন্দ্ৰীয় চৰিত্ৰ গিয়াছুদ্দিনে তেওঁৰ আৰু তেওঁৰ অনুগামী-সকলৰ চৰম বিপৰ্যয়ৰ মাজত পুনৰ এজনী কোমল বয়সীয়া তৰুণীৰ সৈতে প্ৰেমৰ সম্পৰ্ক স্থাপন কৰি তৃতীয় বাৰৰ বাবে বিৱাহৰ কথা ভাবিছে। শেষান্তৰত মানুহৰ সকলো দৰ্শন, সকলো কৰ্ম-অভিযানৰো ওপৰত যে প্ৰজনন লিপ্সা — যিয়ে মানৱজাতিৰ অৱিচ্ছিন্নতা অব্যাহত ৰাখে— এই সত্যকে ইয়াৰ মাজেদি ব্যক্ত কৰা হৈছে। মানুহৰ শেষ পৰিচয় যে পশুৰ পৰা ভিন্ন নহয়, জৈৱিক তাড়ণা আৰু জৈৱিক ধৰ্মই দৰাচলতে মানুহক পৰিচালিত কৰে— মানুহ সম্পৰ্কে এই বৈজ্ঞানিক, প্ৰকৃতিবাদী ( naturalistic ) সত্য উপন্যাসখনে প্ৰকাশ কৰাটো অৱশ্যে এটি সামান্য কথা নহয়। কিন্তু এই কথাও সঁচা যে এনে এক মানুহ সম্পৰ্কে ধাৰণা বা দৰ্শনে পাঠকৰ আধ্যাত্মিক চেতনাক বহু সময়লৈ আচ্ছন্ন কৰি ৰাখি উপন্যাসখনৰ স্থায়ী মূল্য প্ৰতিপন্ন কৰিব নোৱাৰে।

## ॥ ৰঙা মেঘ ॥

বৈজ্ঞানিক সমাজবাদী বা মাৰ্ক্সবাদী ভাবধাৰাৰ বীৰেন ভট্টাচাৰ্যৰ পৰৱৰ্তী উপন্যাসখন হ'ল 'প্ৰতিপদ'ৰ ছবছৰ পিছত কিতাপৰ আকাৰত

ওলোৱা 'ৰঙা মেঘ' (১৯৭৬)[১৪]। 'প্ৰতিপদ'ৰ তুলনাত এই উপন্যাসৰ পটভূমি যদিও ঠেক আৰু ইয়াৰ বিষয়বস্তু কম আকাঙ্ক্ষাপূৰ্ণ— আৰু গতিকে ই আকাৰতো সৰু, তথাপি ইয়াৰ বিষয়বস্তুও যথেষ্ট গুৰু ভাবাপন্ন আৰু তাৰ উপস্থাপন বেছ কলাকুশল।

ইয়াৰ যি গুৰুভাবাপন্ন অথচ কম আকাঙ্ক্ষাপূৰ্ণ বিষয়বস্তু, তাৰ যোগেদি ঔপন্যাসিকে দেখুৱাইছে যে স্বাধীনতাৰ পিছৰে পৰা ৰাজনীতিৰ খেলত বাৰংবাৰ জিতি দেশশাসনৰ দায়িত্ব বহন কৰি অহা যি শ্ৰেণী মুখেৰে বিপ্লৱৰ দোহাই দি থকা অৰ্থলোভী, ক্ষমতালোভী, আৰ্থিক আৰু সামাজিক প্ৰতিপত্তিশালী নেতা— সেই শ্ৰেণীৰ দিন উকলিল। আকাশত ৰঙা মেঘে দেখা দিছে। তেওঁলোকৰ ঠাই লব এই শ্ৰেণীৰ নেতাৰ তুলনাত বিপ্লৱী, নতুন সমাজ প্ৰতিষ্ঠাৰ প্ৰকৃত আগ্ৰহ থকা, অৰ্থলোভহীন, ক্ষমতালোভহীন আৰু ইপিনে আৰ্থিক আৰু সামাজিক প্ৰতিপত্তিহীন নতুন এটি শ্ৰেণীয়ে। এই নতুন শ্ৰেণীটো উপন্যাসখনত দুখীয়া, পিছপৰা এচাম লোকৰ বুলি দেখুওৱা হৈছে; এই শ্ৰেণীৰ আদৰ্শও মাৰ্ক্সীয় বা মাওপন্থী ভাবধাৰাৰ লেখীয়া বুলি দেখুওৱা হৈছে তথাপি কিন্তু এই শ্ৰেণীৰ যিজন নায়ক, তাক বহু পৰিমাণে আপোচ-বিহীন সমাজবাদী হিচাপে দেখুৱাইও, শেষলৈ তাক নিৰ্বাচনত উঠিবলৈ প্ৰস্তুত হোৱা দেখুৱাইও, কোনোটো মাৰ্ক্সবাদী দলৰ অন্তৰ্ভুক্ত হোৱা দেখুওৱা নাই। শাসক দলৰ সৈতে কোনো বুজা-পৰা নিবিচৰা সমাজ-বাদী ভাবধাৰাৰ সি এজন ডেকা সমাজকৰ্মী। তদুপৰি তাক আকৌ দেখুওৱা হৈছে তাৰ নিজৰ পিছপৰা নিম্ন জাতটোৰ প্ৰতিনিধি প্ৰাৰ্থী হিচাপেহে। এনে সামাজিক, ৰাজনৈতিক কৰ্মীয়েও যে সমাজৰ প্ৰকৃত উপকাৰ সাধিব নোৱাৰে, তাৰ আভাসো উপন্যাসখনতে দিয়া হৈছে। তথাপি সেয়েহে যে বৰ্তমান সম্ভৱ, প্ৰকৃত মাৰ্ক্সবাদী আদৰ্শৰ ৰাজনীতি আৰু প্ৰশাসনৰ কথা যে বৰ্তমান উঠিব নোৱাৰে—এনে আভাসেৰে উপন্যাসখনৰ সামৰণি মৰা হৈছে। ফলত কব লাগিব— লেখকৰ নিজৰ ডেকা কালৰ যি বৈজ্ঞানিক সমাজবাদী ভাবধাৰাৰ আদৰ্শ, ই ত্ৰিছ বছৰৰ পিছত এনে এক আপোচমূলক সমাজবাদৰ আদৰ্শলৈ

পতিত হৈছে। ইয়াৰ তিনিবছৰ পিছৰ উপন্যাস 'মুনিচুনিৰ পোহৰ' (১৯৭৯)ত আকৌ সমাজ সংস্কাৰ যে মাৰ্ক্সীয় পন্থাৰে কৰাতকৈ গান্ধী-বিনোৱাৰ পন্থাৰে কৰাই প্ৰশস্ত, তাকেহে দেখুওৱা হৈছে। গতিকে এই উপন্যাসত যদি সমাজবাদী বীৰেন ভট্টাচাৰ্যৰ বৈজ্ঞানিক সমাজবাদী আদৰ্শৰ সৈতে বিচ্ছেদ সম্পূৰ্ণ হ'ল, তেন্তে 'মুনিচুনিৰ পোহৰ'ত তেওঁৰ গণতান্ত্ৰিক সমাজবাদৰ আদৰ্শৰ সৈতে সহযাত্ৰাৰ যেনিবা আৰম্ভণি সূচিত হৈছে।

সি যি কি নহ'ক, বৈজ্ঞানিক সমাজবাদ কিদৰে উপন্যাসখনলৈ অনা হৈছে আৰু শেষত কেনেকৈ গণতান্ত্ৰিক সমাজবাদকেই ইয়াত প্ৰতিষ্ঠিত কৰা হৈছে— তাক উপন্যাসখনৰ চৰিত্ৰ আৰু কাহিনীৰ বিশ্লেষণেৰে এতিয়া দেখুওৱা যাওক। উপন্যাসৰ কাহিনীত স্বাধীনতাৰ পিছৰে পৰা ৰাজনীতিৰ নিৰ্বাচনী খেলত বাৰে বাৰে জিতি শাসনৰ গাদীত বহি অহা সম্পত্তিশালী, প্ৰতিপত্তিশালী শ্ৰেণীটোৰ প্ৰতিনিধিত্ব কৰিছে চৌধুৰীয়ে। তেওঁৰ লগৰ লোক হ'ল হুচেইন, শৰ্মা, মজুমদাৰ আদিৰ দৰে বয়োবৃদ্ধ, অভিজ্ঞ ৰাজনীতিজ্ঞসকল। এওঁলোকৰ দিন যে লাহে লাহে উকলিছে, কাহিনীত তাক উপলব্ধি কৰিছে এই শ্ৰেণীটোৰ একমাত্ৰ চৌধুৰীয়েহে। আনহাতে প্ৰতিপত্তিহীন, সম্পত্তিহীন প্ৰকৃত সামাজিক সেৱাৰ মনোভাবেৰে ৰাজনীতিত নমা নতুন শ্ৰেণীটোৰ প্ৰতিনিধি হ'ল শিক্ষিত কৈৱৰ্ত ডেকা আনন্দ।

উপন্যাসৰ আৰম্ভণীতে চৌধুৰীয়ে যুগৰ পৰিবৰ্তনৰ কথা উপলব্ধি কৰি নিৰ্বাচনত আৰু ননমাৰ কথা ভাবিছে। তেওঁ শুনিছে যে তেওঁ-লোকৰ ওচৰৰে ডেকা আনন্দই নিৰ্বাচনত উঠিবলৈ স্থিৰ কৰিছে। চৌধুৰীৰ দলটোৰ যদিও ক'তো নাম দিয়া হোৱা নাই, তেওঁৰ দল যে বাস্তৱৰ শাসকদল কংগ্ৰেছ, তাক বুজিবলৈ সময় নালাগে। আনন্দয়ো নিৰ্বাচনত উঠাৰ কথা স্থিৰ কৰা শুনি চৌধুৰীয়ে তেওঁক তেওঁৰ ঘৰলৈ মতাই আনি তেওঁৰ পাৰ্টিৰ প্ৰাৰ্থী হিচাপেই তেওঁৰ ঠাইত নিৰ্বাচনত উঠক বুলি পৰামৰ্শ দিছে। কিন্তু চৌধুৰীয়ে অকলে তেওঁৰ নিজৰ সমষ্টিটো এনেদৰে পাৰ্টিৰ বাহিৰৰ এজন প্ৰতিপত্তিহীন ৰাজনীতিত

অনভিজ্ঞ ডেকাক এৰি দিব নোৱাৰে। পাৰ্টিয়েও তাত সম্মতি দিব লাগিব; আৰু আনন্দয়ো তেওঁলোকৰ পাৰ্টিত যোগদান কৰিব লাগিব।

নিজৰ দলৰ মতামত এই বিষয়ে স্থিৰ কৰা যাওক বুলি চৌধুৰীয়ে এটি বুদ্ধি পাঙিছে। মাঘ বিহুৰ উৰুকাৰ ভোজ তেওঁৰ ঘৰতে পাতি দলৰ প্ৰবীণ নেতাসকলক তালৈ তেওঁ নিমন্ত্ৰণ কৰিছে। ইপিনে আনন্দকো তালৈ মাতিছে, যাতে সকলোৱে আনন্দৰ মন সেইদিনাই জুখি কিবা এটা সিদ্ধান্ত কৰিব পাৰে। যথা সময়ত উৰুকাৰ গধূলি সকলো যেতিয়া গোট খালে, হুচেইনে তেতিয়া আনন্দক পৰীক্ষা কৰিবলৈ সুধিলে, তেওঁ ল'পাচ কৰিছেনে নাই। আনন্দৰ উত্তৰ— "দৰ্কাৰ অনুভৱ কৰা নাই। ⋯ ⋯ আটাইতকৈ দৰকাৰ— সমাজ পৰিৱৰ্তনৰ ইচ্ছা।" (পৃ. ১০৩)

ইয়াৰ পিছত যি হ'ল— সেইখিনি উপন্যাসৰ ভাষাতেই তুলি দিওঁহ'ক :

> হুচেইন চাহাব নিজে এজন ডাঙৰ জমিদাৰ⋯। আনন্দই সেই কথা খুব চিৰিয়াচ্‌লি কৈছে বুলি ধাৰণা হ'ল; তেওঁ কলে, "সমাজ পৰিৱৰ্তন লাগে, কিন্তু তাতোকৈ বেছি লাগে ভাল প্ৰশাসন।"
>
> আনন্দই কলে, "মই এনে প্ৰশাসন বিচাৰোঁ, য'ত ফাইলতকৈ হস্তশ্ৰম কৰা মানুহ বেছি থাকে।"
>
> উপস্থিতসকলৰ ভিতৰত বাওপন্থী নেতা আছিল মজুমদাৰ। তেওঁ খুব সাৱধানে প্ৰশাসন সংস্কাৰ আৰু ভূমিসংস্কাৰৰ কথা অধ্যয়ন কৰিছে। হুচেইন চাহাবে ক'লে, "আপুনিহে পাৰিব এওঁক টেষ্ট্ কৰিব। আমাৰ ৰাইটিষ্টৰ দ্বাৰা নহ'ব।"
>
> মজুমদাৰ গোড়া মানুহ। তেওঁ সেইবাবে বৰ সাৱধানে প্ৰশ্ন কৰিলে, "প্ৰশাসক আৰু মন্ত্ৰীয়ে শাৰীৰিক শ্ৰম কৰাটো আপুনি বিচাৰে?"
>
> আনন্দই গহীনাই কলে, "হয়, মই মাও চে তুঙৰ ভাষাৰেই কব খোজোঁ,—We must not depend

on Secretaries or backbenchers. We must do things ouiselves······ (পৃ. ১০৩)। হয়, মই তেওঁৰ ভাষাৰেই কওঁ, আজি কালি প্ৰত্যেক মন্ত্ৰীৰে একো একোজন চেক্ৰেটৰী। Get rid of them. এই ৰাহি মানুহবোৰ নি খেতি কৰাব লাগে। ·······"

মজুমদাৰে আনন্দক খুব মনোযোগেৰে সৈতে পৰীক্ষা কৰি ক'লে, "তুমি পঢ়িছা, হজম কৰিব পৰা নাই।"

আনন্দই কলে, "আপোনালোকে সলনিক ভয় কৰে, শ্ৰেণী সংগ্ৰামকো এৰাই চলিব খোজে। এই কাৰণেই আপোনা-লোকে একো কৰিব পৰা নাই।" (পৃ. ১০৪)

এই সাক্ষাতৰ পিছত এনে ৰাজনীতিজ্ঞবোৰক লৈ আনন্দৰ যেনেকৈ মোহভংগ হ'ল আৰু তেওঁলোকৰ নাগপাশত সোমাই নপৰিবলৈ স্থিৰ কৰিলে, ঠিক তেনেদৰে চৌধুৰীৰ দলৰ মানুহবোৰৰো তাক লৈ মোহভংগ হ'ল। অৱশ্যে ৰাজনীতিৰ গতি সম্পৰ্কে, দেশৰ অৱস্থা সম্পৰ্কে নতুন উপলব্ধি এটি হোৱা চৌধুৰীৰ কথা সুকীয়া। চৌধুৰীৰ ইয়াৰ পিছত এই বিশ্বাস দৃঢ়হে হ'ল যে আনন্দহঁতেই তেওঁলোকৰ জীৱনজোৰা ৰাজনীতি চৰ্চাৰ উত্তৰসূৰী।

সাক্ষাতৰ পিছত আনন্দই তেওঁলোকক কৈ দিলে, "মই আপোনা-লোকৰ দলৰ বিষয়ে বহুত দিন ধৰি বহুত পঢ়ি শুনি আৰু পৰীক্ষা কৰি চাই দেখিছো, আপোনালোক প্ৰত্যেকজনেই একো একোজন counter revolutionary. Counter revolutionaries are t ose who raise fires and instil poison. মই এনে দলত ভুক্ত হব নোখোজোঁ"। (পৃ ১০৪)

ইয়াৰ পিছত লেখকে চৌধুৰীৰ দলৰ এই প্ৰবীণ ৰাজনীতিজ্ঞ-সকলৰ বিষয়ে যি মন্তব্য কৰিছে, সি মন কৰিবলগীয়া: "চৌধুৰীৰ বন্ধুসকলে কিন্তু আনন্দৰ স্পষ্ট বৈপ্লৱিক চিন্তা দেখি আৰু কথা পতাৰ ইচ্ছা নকৰিলে। এম. এল. এ. হোৱাটো তেওঁলোকৰ. মনত এটা সহজ চাকৰিৰ দ.ৰ। চৌধুৰীৰ দৰে তেওঁলোকে অনুভৱো

কৰা নাই যে জনসাধাৰণৰ দুখ-দাৰিদ্র্য তেওঁলোকে গুচাবলৈ অপাৰগ হৈছে। আনন্দৰ দৰে তেওঁলোক দুখীয়া আৰু পিছপৰা শ্ৰেণীৰ লোকো নহয়। কাজেই প্ৰশাসন সংস্কাৰৰ প্ৰয়োজন অনুভৱ কৰা নাই।" (পৃ. ১০৫)

খোৱা-বোৱা কৰি আনন্দ ওলাই যোৱাৰ পিছত দুচেইন আৰু চৌধুৰীৰ যি কথোপকথন, তাৰ পৰাই উপন্যাসৰ বিষয়বস্তুৰ উমান পোৱা যাব :

> যাবৰ সময়ত দুচেইনে চৌধুৰীক একাষৰীয়াকৈ মাতি নি কলে, "বেচতো, ভাল election campaign চলাইছা।"
>
> চৌধুৰীয়ে কলে, "মই নিৰ্বাসন লোৱাৰ কথা এতিয়াও আপুনি বিশ্বাস কৰা নাই? সচাঁকৈয়ে, মই এইবাৰ নেনামোঁ।"
>
> "এইবাৰ fight কৰক। নহ'লে বৰ গণ্ডগোল হ'ব। দেখিছেইতো কি trend. একেবাৰে Maoist.
>
> চৌধুৰীৰ মুখখন গহীন হৈ গ'ল। তেওঁ কলে, "ইমানতে ভয় খাইছেনে? ভয়ংকৰ বিপ্লৱ আহিব। তেতিয়া কি কৰিব? সেই কাৰণে আঁতৰি যাব খুজিছোঁ।" (পৃ ১০৮)

গোটেই জীৱন ৰাজনীতি কৰাৰ পিছত, তাৰ ফল স্বৰূপেই যি 'ভয়ংকৰ বিপ্লৱ' আহিব ধৰা বুলি চৌধুৰীয়ে উমান পাইছে, সেই বিপ্লৱৰ সন্মুখীন নহৈ নিজকে ৰাজনীতিৰপৰা নিৰ্বাসিত কৰাটো অৱশ্যে পলায়নবাদী মনোভাব। কিন্তু আকাশত 'ৰঙা মেঘ' উঠাৰ, ভয়ংকৰ বিপ্লৱ আহিব ধৰাৰ উপলব্ধি যে তেওঁৰ হৈছে, ৰাজনীতি চৰ্চা যে এতিয়া আনন্দৰ দৰে ডেকাৰ হাতত গোটাই দিবৰ হৈছে, তেওঁৰ এই উপলব্ধি নিশ্চয় সৎ। ইমানলৈকে চৌধুৰী বা তেওঁৰ স্ৰষ্টা বীৰেন ভট্টাচাৰ্যক এজন প্ৰকৃত সমাজবাদী বুলিয়েই প্ৰতীয়মান হয় কিন্তু চৌধুৰীয়ে ৰাজনীতিৰ পৰা অৱসৰ লোৱাৰ পিছত কেনে আদৰ্শৰ শাসন বা তেওঁ দেশত প্ৰৱৰ্তিত হোৱা বিচাৰে? আৰু আনন্দই বা দৰাচলতে তেওঁৰ ডেকা মনৰ উদ্দীপনাত কোৱা কথাবোৰৰ পিছপিনে কেনে আদৰ্শ পোষণ কৰে? এই প্ৰশ্ন দুটিৰ উত্তৰত

উপন্যাসখনত ইয়াৰ পিছত আমি যি পাওঁ, সিয়ে চৌধুৰী আৰু আনন্দক তেওঁলোকে বৈজ্ঞানিক সমাজবাদী আদৰ্শ দৰাচলতে লোৱা নাই বুলিয়েই ইংগিত দিয়ে। গতিকে তেওঁলোকৰ স্ৰষ্টা বীৰেন ভট্টাচাৰ্যও যে তেওঁলোকৰ আপোচমূলক গণতান্ত্ৰিক সমাজবাদৰ আদৰ্শতেই বিশ্বাসী তাকো নিশ্চয় অনুমান কৰিব পাৰি।

আনন্দই চৌধুৰীৰ দলত যদিও যোগ দিয়াৰ আশ্বাসো নিদিলে আৰু পাৰ্টিৰ সমৰ্থনতো আনকি নিৰ্বাচনত উঠিবলৈ অমান্তি হ'ল, তথাপি সি তাৰ মাও চে তুঙৰ উক্তিৰে দিয়া বিপ্লৱী বক্তৃতাবোৰৰ স্বত্বেও কোনোটো মাৰ্ক্সবাদী আদৰ্শৰ পাৰ্টিতেই যোগ দিয়াৰ কথা নাভাবিলে। বৰং এই কথাহে বুজা যায় যে সি হ'ব নিৰ্দলীয় প্ৰাৰ্থী; আৰু তাৰ সমৰ্থক হ'ব তাৰ নিজৰ দুখীয়া কৈৱৰ্ত সমাজখন। এয়া নিশ্চয় মাৰ্ক্সবাদৰ শ্ৰেণী সংগ্ৰাম নহয়। নিৰ্দলীয় বিধান সভাৰ সদস্য এজন হৈ সি তাৰ জাতৰ যি উন্নতি সাধন কৰিব সি মাৰ্ক্সবাদী আদৰ্শৰ উন্নতিও হ'ব নোৱাৰে। সি গোটেই জীৱন, এম্. এল. এ. হৈ চৌধুৰীৰ দৰে দেশনেতাই সমাজৰ অত ত'ত, ইয়াৰ তাৰ যেনে উন্নতি সাধিছে, তেনে উন্নতিহে সাধিব পাৰিব। তথাপি আনন্দয়েই বা চৌধুৰীৰ দলৰ সহায় নললে কেলৈ, আৰু চৌধুৰীয়েই বা নিজৰ ঠাই আনন্দই লোৱাটো বিচাৰিছে কেলৈ ? কাৰণ ঔপন্যাসিকৰ ভাষাতেই,

> তেওঁ নিশ্চিতভাবে জানিছে এই সমষ্টিৰ ভাৰ অলপ সৎভাবে বহন কৰিব পাৰিব এই দুখীয়া কৈৱৰ্ত মানুহৰ ল'ৰাটোৱে। সি সিহঁতৰ লগত থাকে, সিহঁতৰ দুখৰ ভাগী হৈ কাল কটাইছে। ৰাইজৰ দুখ মোচন সিও কৰিব নোৱাৰে, কিন্তু সি এই চুবুৰীটোৰ পোহৰ। এই চুবুৰীটোলৈ সি আনিব আশাৰ বাণী, আনিব পাৰিব এই দুখীয়া, ৰুগ্ন, বঞ্চিত মানুহবোৰৰ জীৱনলৈ এক আত্মসন্মানবোধ। ...(পৃ. ৬২)

দেখা গ'ল, চৌধুৰীয়ে জানে যে তেওঁ বিচৰা নেতৃত্বৰ বা সেৱকৰ পৰিৱৰ্তনেৰেও "ৰাইজৰ দুখ মোচন" নহ'ব। তথাপি

তেওঁ এই আপোচমূলক পৰিৱৰ্তন বিচাৰিছে; কাৰণ ই "দুখীয়া, কষ্ট, বঞ্চিত মানুহবোৰৰ জীৱনলৈ এক আত্মসন্মানবোধ" আনিব—যেনিবা নিজৰ জাতৰ মাজৰ এজন বিধান সভাৰ সদস্য থাকিলেই মানুহবোৰৰ আত্মসন্মান ওপজাৰ ফলত তেওঁলোকৰ দাৰিদ্ৰ্যৰ, ৰোগৰ আৰু বঞ্চনাৰ কোনো পীড়া নাথাকিব। উপন্যাসখনৰ ভাষাতেই, চৌধুৰীয়ে ভবা মতে "দুখীয়াৰ, নীহৰ মাজত প্ৰাণ সঞ্চাৰ" (পৃ. ৬২) হ'ব। দেখা যায়, উপন্যাসখনে দৰাচলতে তথাকথিত প্ৰগতিবাদৰ শ্লোগান আওৰোৱা কংগ্ৰেছ, জনতা, লোকদল আদি পাৰ্টিৰ নিম্নজাতৰ হিন্দুৰ মাজৰ পৰা বিধায়ক পতা, মন্ত্ৰী পতা, মুখ্যমন্ত্ৰী পতা; নিম্নজাতৰ হিন্দুক বা জনজাতীয় লোকৰ বাবে চাকৰি সংৰক্ষিত কৰা; আৰু এনে ধৰণৰ জোৰা-টাপলি মৰা কামৰ মাজেদি সমাজ উন্নত কৰাৰ যি তথাকথিত গণতান্ত্ৰিক সমাজবাদী প্ৰয়াস, তাকেইহে চিত্ৰিত কৰি তুলি ধৰিছে। গতিকে প্ৰকৃত সমাজবাদৰ প্ৰয়োজন বুলি আৰু বৈজ্ঞানিক সমাজবাদৰ বাবে এক ভয়ানক বিপ্লৱ আহিবই বুলি উপন্যাসখনে ইংগিত দিলেও, উপন্যাসখন দৰাচলতে প্ৰগতিবাদী নহয়। সমাজৰ স্থিতাৱস্থাকেই যুগৰ উপযোগী কৰি ঘহি-মাজি লৈ বাহাল ৰখাটোৱেই ইয়াৰ প্ৰকৃত সংৰক্ষণশীল উদ্দেশ্য—বীৰেন ভট্টাচাৰ্যৰ ১৯৫৫ চনত ঘোষিত বৈজ্ঞানিক সমাজবাদী আদৰ্শৰ পতনমুখিতাৰ নিম্নতম বিন্দু।

সি যি কি নহওক, চৌধুৰীৰ দৰে সমাজত প্ৰতিপত্তি অটুট ৰাখিবলৈ বা বৃদ্ধি কৰিবলৈ ৰাজনীতি চৰ্চা কৰা নেতাসকলৰ অৱসৰ লবৰ সময় হ'ল, এই সৎ উপলব্ধি চৌধুৰীৰ কেনেকৈ হ'ল? এনে সৎ উপলব্ধি আমাৰ নেতাসকলৰ যিহেতু সাধাৰণতে হোৱা দেখা যোৱা নাই, চৌধুৰীৰ যি পদ্ধতিৰে সেয়া হ'ল, সি জানো বাস্তৱ?

উপন্যাসৰ আৰম্ভণীতে চৌধুৰীৰ মনত যেতিয়া আগন্তুক নিৰ্বাচনত উঠা-নুঠা সম্পৰ্কে সংঘাত চলি আছে—নুঠে বুলি এক প্ৰকাৰ ঠিক কৰাৰ পিছতো, তেতিয়া তেওঁৰ ঘৰৰ ওচৰৰে দুখীয়া কিন্তু সবল আৰু সৎ মাছমৰীয়া প্ৰিয়ৰামে তেওঁক কৈছে, "দেউতাইতো বহুত বছৰ মেম্বৰ হ'ল, কিন্তু কি কাৰণে আমাৰ দুখ বাঢ়িল। বন্ত-বাহানি এফালে

ভেজালে, আনকালে দাম। ধন গৈ গোট খাইছেগৈ ওপৰত, আমি তলৰবোৰে নিকাৰ ভুগিছোঁ।" (পৃ. ৩৪) ইয়াৰ প্ৰতিক্ৰিয়াত চৌধুৰীৰ কেনে অৱস্থা হ'ল, তাক উপন্যাসৰ ভাষাতেই চোৱা যাওক :

> চৌধুৰীয়ে এবাৰ প্ৰিয়ৰামৰ মুখলৈ চালে আৰু এবাৰ চালে আকাশত চাটি ধৰা ডাৱৰৰ ফালে। প্ৰিয়ৰামৰ প্ৰশ্নটোৰ উত্তৰ দিবলৈ তেওঁ উদ্বিগ্ন হ'ল, কিন্তু অন্তৰৰ সকলো শক্তি দি খাঁটি উত্তৰ উলিয়াই আনিব নোৱাৰিলে। ... কিয় ইমানবোৰ প্ৰতিশ্ৰুতি ৰাইজক দি দাৰিদ্ৰ্য নাশ কৰিব নোৱাৰিলে? প্ৰিয়ৰামৰ প্ৰশ্নত অকণো ভাঁজ নাই, সহজ-সৰল প্ৰশ্ন। ...... প্ৰিয়ৰামৰ জীৱন তলৰ জীৱন, য'ত উন্নতি হবলৈ হ'লে লাগিব এটা ভয়ংকৰ বিপ্লৱ। এই বিষয়ে তেওঁৰ আৰু বিন্দুমাত্ৰ সন্দেহ নাই। কিন্তু ভয়ংকৰ বিপ্লৱ এই কথাষাৰ তেওঁ অনুভৱ কৰিছে, বুজাই দিব পৰা নাই। তেওঁৰ অনুভূতিয়ে, যুক্তিয়ে, অনুমানে চুকি নাপায় সেই শক্তিৰ ৰূপ। ভগৱানৰ দৰে সি ৰহস্যময়। আজি বহুত দিন ধৰি তেওঁ যেন তাৰ ভয়ত উদ্বিগ্ন হৈ আছে। সেই ভয়ৰ তাড়ণাতে ৰাইজক কৈ ফুৰিছে, এই চলি থকা আইনসভাৰ মাজেদিয়েই এদিন জাত প্ৰথা ভাগিব, দেশত যিমান বস্তু শ্ৰমিকে উৎপাদন কৰিছে তাক সকলোকে ভগাই দিব পৰা যাব। কিন্তু কতা আজিওতো তেওঁ একো কৰিব নোৱাৰিলে। (পৃ.৩৪—৩৫)

এই একে দৃশ্যৰেই কিছু পিছত চৌধুৰীয়ে প্ৰিয়ৰামৰ আগত স্বীকাৰ কৰিলে :

> "তোমাৰ প্ৰশ্নই মোক ঘমুৱাই দিছে। উত্তৰ যে দিব নোৱাৰোঁ এনে নহয়। শিয়লৰ এশ বুদ্ধি। বুদ্ধিৰে বহুত উত্তৰ সাজিব পৰা যায়। কিন্তু তোমাৰ দুখ কেনেকৈ মোচন হ'ব তাক মই কব নোৱাৰোঁ।" (পৃ.৩৬)

চৌধুৰীয়ে পুনৰ কলে,

"বহুত দিনৰ আগৰ কথা। বুজিছা, ময়ো খেতিয়কৰ ল'ৰা আছিলোঁ। (?) গাৱেঁ গাৱেঁ ঘূৰি খেতিয়কৰ উপযোগী এখন সমাজ গঢ়ি তুলিম। কিন্তু আজি মোৰ ষাঠী বছৰ বয়স। ত্ৰিছ বছৰ ধৰি এম. এল. এ হ'লোঁ; কিন্তু বেলেগ এখন সমাজ গঢ়িলোঁ। খেতিয়কৰ সমাজ নহয়, শ্ৰম কৰিবলৈ ভয় কৰা মুখাবাগীশৰ সমাজ।" (পৃ. ৩৬)

ত্ৰিছ বছৰ ধৰি নিৰন্তৰ ৰাজনীতি চৰ্চা কৰাৰ পিছত চৌধুৰীৰ এনে মানসিক সংঘাত হোৱাৰ গুৰিতে হ'ল, ইয়াৰ আগদিনাখনৰ এটি অভিজ্ঞতা। তেওঁৰ বৰ্তমানৰ বাসস্থান গুৱাহাটীৰ পৰা চৈধ্য মাইল আঁতৰৰ তেওঁৰ পূৰ্বৰ গাওঁখনলৈ গৈ দেখিলে, তেওঁৰ সৰু কালৰ লগৰীয়া আৰু পৰম বান্ধৱ জনাৰ্দন বাপু তেওঁক দেখা কৰিবলৈ অহা নাই। চৌধুৰীয়ে মনত আঘাত পালে আৰু জনাৰ্দন বাপুৰ ঘৰত উঠিল গৈ। তাত গৈ চৌধুৰীৰ যি অভিজ্ঞতা হ'ল, তাক উপন্যাসখনৰ ভাষাৰেই বৰ্ণোৱা ভাল:

> ভঁৰাল আগতে তিনিটা আছিল। এতিয়া এটাও নাই। বাৰীখনলৈ চাই দেখিলে বাৰীখন টুটিও আহিল আৰু উছনো হ'ল পাগলাদিয়াৰ উপদ্ৰৱতে এনে ঘটিছে। আহোঁতে বাটত দেখি আহিছে তেওঁলোকৰ চুবুৰীটোত কাতিৰাম ৰাভাই আগতে বামুণৰ খন্দুৱা খাইছিল, এতিয়া কৰবালৈ উঠি গৈছে। একালৰ প্ৰখ্যাত শিক্ষক নোমল কলিতাৰ ছাত্ৰ আছিল তেওঁ। ছাত্ৰ হ'ল মেম্বৰ, শিক্ষকৰ নিমখ তেলৰ হাঁহাকাৰ। চৌধুৰীৰ সাজ-পোছাক হ'ল খমখমীয়া, ধকধকীয়া আৰু সুন্দৰ। বাপুৰ বোকা বৰণীয়া এখন মাত্ৰ ধুতি গাত আছে। গাৰ কামিহাড় লেখিব পৰা। (পৃ. ৫৯)

চুবুৰীটোৰ অন্য মানুহৰ বিষয়েও চৌধুৰীৰ অভিজ্ঞতা তদনুৰূপ:

> গোটেই চুবুৰীটোতে চৌধুৰীৰ বংশ-পৰিয়ালেৰে ভৰা। বংশ-পৰিয়ালৰ মানুহে এইবাৰ চৌধুৰীক আন কিবাৰৰ দৰে

> দেখা কৰিবলৈ অহা নাই। দুই-এক আগতে আহিছিল যদিও, আশাত আহিছিল, কাৰবাক চাকৰি, কাৰবাক কন্‌ট্ৰেক্ট, কাৰবাক পঢ়াৰ সুবিধা লাগিছিল দেখি। যেতিয়া দাবী অনুসাৰে কাম আদিৰ যোগান নধৰিলে, তেতিয়া তেওঁলোকো নহা হ'ল। (পৃঃ ৫৯)

চৌধুৰীয়ে শাসনাধিষ্ঠিত নিজৰ ৰাজনৈতিক দলটোৰ নীতি আৰু কাৰ্যৰ বাবেই যে এনে হ'ল বুলি বুজিছে, তাক তলৰ অংশটোৰ পৰা বুজা যায়:

> জনাৰ্দন বাপুৱে চৌধুৰীক বহুৱাই কলে, "মোৰ তিৰোতা মৰিছে, অকল মোৰেই নহয়, আৰু বহুতৰে হানি হৈছে লোকজন। অচিন পেটৰ পীড়াত ভুগিছে। ৰজাৰ পাপ, আমাৰ সন্তাপ। এই মানুহবোৰৰ বধৰ ভাগী হ'বা তোমালোক"
>
> চৌধুৰী সকৰে পৰা বৰ আশাবাদী, সেইবাবে কলে, "আৰু অলপ বাট চাব লাগিব সখি। হ'ব, ৰাইজৰ উন্নতি হ'ব"
>
> জনাৰ্দন বাপুৱে ক'লে, 'মানুহক আগতে ভজাব নেপায় সখা। দিনক দিনে কলি যুগৰ লক্ষণহে দেখা পাইছোঁ দেশত।" (পৃঃ ৬০)

ইয়াৰ পিছতে চৌধুৰীৰ সেই বিশেষ উপলব্ধিটো হৈছে এনেদৰে:

> চৌধুৰীৰ বিৱেক দংশিলে এই কথাষাৰে। সাধাৰণ গাঁৱৰ মানুহে কলি যুগৰ অৰ্থ কি কৰে তেওঁ নুবুজা নহয়, কলি যুগৰ সাধাৰণ অৰ্থ অৱনতি আৰু অৱনতিৰ শেষত আছে ধ্বংস। ৰাজনৈতিক পৰিভাষালৈ তাক অনুবাদ কৰিলে সি হ'ব বিদ্ৰোহ—কমিউনিষ্ট, ছচিয়েলিষ্টসকলে যি বিপ্লৱৰ কথা চিঞৰি আছে। চৌধুৰীয়ে যি ৰাজনীতি কৰি আহিছে সেই ৰাজনীতিক তেওঁ ঈশ্বৰ সাধনাৰে এটা অংশ বুলি ধৰিছিল। মহাপুৰুষৰ প্ৰতি তেওঁৰ অচলা ভক্তি। কিন্তু

দিনক দিনে ক্ষমতাৰ অন্ধ মায়াত পৰি বিষয় সাধনাহে তেওঁ কৰি আহিছে। এতিয়া দেখিছে যি পথেৰে তেওঁলোক আগবাঢ়িছে সেই পথ ধৰ্মৰ পথ নহয়। নহলে কিয় মানুহৰ দুঃখ মোচন হোৱাৰ কথা দূৰৰ কথা, দুঃখ বাঢ়িছেহে। (পৃ.৬০)

এই উপলব্ধি তেওঁৰ পিছদিনালৈ গভীৰৰ পৰা গভীৰতৰ হ'ল। আৰু তেওঁ যে ৰাজনীতিৰ পৰা অৱসৰ লৈ তেওঁৰ ঠাইত দুখীয়া পৰিয়ালৰ, নিম্নজাতৰ, পিছপৰা সম্প্ৰদায়ৰ ল'ৰা আনন্দক নিৰ্বাচনত উঠাত সহায় কৰা উচিত হ'ব, তাক উপলব্ধি কৰিলে এনেদৰে:

অনুতাপেৰেই অকল ভৰা নাই অন্তৰ। কলঙ্কেৰেও ভৰি পৰিছে। এই কলঙ্ক বাতৰি কাকতৰ পাত ভৰি ওলোৱা ৰাজনৈতিক নেতাৰ কলঙ্ক নহয়, নতুবা চি. বি. আই. য়ে বিচাৰি উলিওৱা দোষৰ চাৰ্জ্-শ্বীটো নহয়। এই কলঙ্ক আত্মাৰ কলঙ্ক। এই কাৰণেই তেওঁ ঠিক কৰিছে ৰাজ-নীতিত তেওঁৰ ছত্ৰভঙ্গ যোগ পৰিছে। জ্যোতিষে তাক নেদেখে। যোগেহে দেখিব। তেওঁৰ বিয়েকে তেওঁক পুনৰ নিৰ্বাচনত নানামি ৰাইজৰ আগত থাকি সেৱা কৰিবলৈ উদগাইছে। ই ভগৱানৰ নিৰ্দেশ।

অকল সেয়ে নহয়। তেওঁ নিশ্চিত ভাবে জানিছে এই সমষ্টিৰ ভাৰ অলপ সংভ'বে বহন কৰিব পাৰিব এই দুখীয়া কৈৱৰ্ত মানুহটোৰ ল'ৰাটোৱে। সি সিহঁতৰ লগত থাকে, সিহঁতৰ দুখৰ ভাগী হৈ কাল কটাইছে। (পৃ. ৬২)

চৌধুৰীয়ে গাৱঁত গৈ যি দৃশ্য দেখিলে, সি অৱশ্যে অন্তৰ স্পৰ্শকাৰী। কিন্তু জীৱনৰ, সমাজৰ সকলো কথাকে সম্পূৰ্ণ নতুন ৰূপত দেখুৱাব পৰাকৈ সেই অভিজ্ঞতা অভাৱনীয়নে? এনে দৃশ্য দেখোন অসমৰ বা ভাৰতৰ গাৱেঁ গাৱেঁ চৌধুৰীয়ে আৰু তেওঁৰ দৰে শাসক দলৰ নেতাসকলে প্ৰতিদিনেই দেখি আহিছে। তেন্তে এনে দৃশ্য এটাই আকস্মিকভাবে চৌধুৰীক সকলো কথা নতুন পোহৰত দেখুৱালে কেনেকৈ? দৃশ্যটোৰ অন্তৰস্পৰ্শকাৰী গুণ থকা স্বত্বেও ইয়াত এই কথা কব লাগিব যে

চৌধুৰী জীৱনৰ ভাটী বয়সত হোৱা যি গভীৰ, সৎ, নতুন উপলব্ধি সেই, উপলব্ধি এনে এটা দৃশ্যৰ মাজেদি একেদিনাই অনাটো বহু পৰিমাণে অস্বাভাৱিক আৰু আকস্মিক হৈছে। উপন্যাসখনৰ যি প্ৰয়োজনতকৈ ঠেক কেনভাচৰ কথা আগতে উল্লুকিয়াই অহা হৈছে, সেই ঠেক কেনভাচৰ বাবেই নিশ্চয় এনে হৈছে। আনন্দৰ দৰে উপন্যাসখনৰ কাহিনীৰ এটি প্ৰধান চৰিত্ৰকো কেৱল যে এটি দৃশ্যৰ তেওঁৰ মুখৰ কথাখিনিৰ দ্বাৰা আৰু আনে তেওঁৰ বিষয়ে যি কয়, তাৰ পৰাহে পাঠকে জানিব লগা হৈছে, উপন্যাসখনৰ সেই ত্ৰুটীও এই ঠেক কেনভাচৰ বাবে। চৌধুৰীৰ চৰিত্ৰ, আনন্দৰ চৰিত্ৰ, চৌধুৰীৰ নৱলব্ধ অভিজ্ঞতা আৰু আনন্দৰ ৰাজনৈতিক আদৰ্শৰ স্বৰূপ আৰু কিছু বিস্তৃত ৰূপত, তেওঁলোকৰ মনৰ ভিতৰৰ খবৰেৰে সৈতে জনোৱা হলে, এই উপন্যাস নিঃসন্দেহে বীৰেন ভট্টাচাৰ্যৰ অন্য এখন প্ৰধান মূল্যৱান উপন্যাস বুলি পৰিগণিত হ'লহেঁতেন। ইয়াৰ বৰ্তমানৰ ৰূপত, ই এক গৌণ সাহিত্যকৰ্ম হৈ ৰ'ল।

সেয়ে হ'লেও, উপন্যাসখনৰ কেবা ঠাইতো লেখকে তেওঁৰ কলা-কুশলতাৰ সুন্দৰ পৰিচয় দাঙি ধৰিব পাৰিছে। উপন্যাসখনৰ আৰম্ভণীৰ দৃশ্যটো একাধিক কাৰণত এটা অতি কলাকুশল দৃশ্য। ঔপন্যাসিকে কি কৰলৈ গৈছে, চৰিত্ৰবোৰৰ কাৰ মনোভাব দৰাচলতে কেনে— এইবোৰ কলাকুশলভাবে লুকুৱাই ৰাখি ইয়াত এনে এক দৃশ্যৰ অৱতাৰণা কৰা হৈছে যে, বাহ্যিকভাবে সি এটা গুৱাহাটীৰ উজান বজাৰৰ ঘাটত পুৱাতে দেখা অতি সাধাৰণ বৈশিষ্ট্যবৰ্জিত দৃশ্য। অথচ অলপ পিছতে কথাবোৰৰ আঁতি-গুৰি পোৱাৰ পিছত, এনে বাস্তৱত সদায় ঘটা এটা দৃশ্যৰ মাজেৰেই লেখকে অসাধাৰণ কলাৰ সৃষ্টি কৰি উপন্যাসখনৰ বিষয়-বস্তু, কাহিনীত সংঘাত সৃষ্টি কৰা বিভিন্ন শক্তিবোৰৰ পৰিচয় দাঙি ধৰিছে বুলি বুজি দৃশ্যটোৰ অসাধাৰণ মূল্য অনুভৱ কৰা যায়।

উদাহৰণ স্বৰূপে, উপন্যাসখনত সমাজত যে এক বিপ্লৱৰ অৱশ্যম্ভাৱিতা দেখুওৱা হৈছে, যদিও ইয়াত কোনেও পোনপটীয়াভাবে বিপ্লৱ ঘোষণা কৰা নাই, তাৰ ইংগিত দিয়া হৈছে পুৱাৰ ৰঙা ৰ'দ

ব্ৰহ্মপুত্ৰৰ বুকুত পৰিলত সি সহজ-সৰল মাছমৰীয়া প্ৰিয়ৰামৰ মনত সৃষ্টি কৰা প্ৰতিক্ৰিয়াৰ দ্বাৰা। প্ৰিয়ৰাম সমাজৰ বঞ্চিত, শোষিত লোক। কিবা এটা নকৰিলে যে সমাজত সিহঁতৰ দশাৰ পৰিৱৰ্তন নহয়, সেই কথা সি সদায় উপলব্ধি কৰিয়েই আহিছে। বিপ্লৱ কিন্তু তাৰ কৰা হোৱা নাই। ব্ৰহ্মপুত্ৰৰ পানীত ৰঙা ৰদ পৰিলত সেই প্ৰিয়ৰামৰ মনত এই প্ৰতিক্ৰিয়া:

> বেলিৰ ৰেঙনি ব্ৰহ্মপুত্ৰৰ বুকু ফালি সোমাই যোৱা দেখিলে প্ৰিয়ৰামৰ সদায় দুশাসন বধ ভাওনালৈ মনত পৰে। দুৰ্ভাগ্যবশতঃ সিয়েই ভাৱনাটোত দুশাসন আছিল। ভীম আছিল খুহুৰা নিজে। ৰক্তপান কৰাৰ আগত তাৰ বুকুৰ ওপৰত ৰঙে এনেকৈ তিৰবিৰাইছিল যে তাৰ গাৰ ওপৰত উঠি থকা ভীমতকৈ তাৰ চকুত তাৰ তিৰবিৰনিহে অধিক চকুত পৰিছিল। ৰঙৰ পানীয়ে বুকুৰ চোলা তিয়াই কামিহাড়ৰ কুমেদি বুকু সোমোৱা যেন লাগিছিল। এতিয়াও ব্ৰহ্মপুত্ৰ দুশাসনৰ দৰে পৰি আছে আৰু বেলিত ৰঙা পোহৰ বুকুফালি সোমাই গৈছে। সেইদিনা ঘৰলৈ যোৱাৰ পিছত আনন্দই হাঁহি হাঁহি কৈছিল: "দদাইতি দুশাসন মানে কি জানেনে নেজানে? দু মানে বেয়া, শাসন মানে ৰাজত্ব। বেয়া ৰাজত্বৰ বুকুফালি তেজ পিব পাৰিলেহে অসমখন সুখিৰ হ'ব।" (পৃ. ২)

যি শাসনাধিষ্ঠিত দলৰ নীতিৰ বিপক্ষে এই বিপ্লৱ কৰিব লাগিব, সেই দলৰ প্ৰতিভূ চৌধুৰীও এই দৃশ্যত আৱিৰ্ভূত হৈছে আৰু ৰাতিৰ উৎকাৰ ভোজৰ বাবে মাছ এটা বিচাৰি প্ৰিয়ৰামৰ লগত জড়িত হৈ পৰিছে। এই শাসনাধিষ্ঠিত দলৰ নীতিৰ বিৰুদ্ধে যি নতুন শক্তিয়ে থিয় দিব, তাৰ প্ৰতিভূ আনন্দও এই দৃশ্যত কেনেদৰে পৰোক্ষভাবে ওলাই তাৰ বিপ্লৱীভাব ঘোষণা কৰিছে, তাক ওপৰৰ উক্তিৰ পৰা দেখিলোঁৱেই।

দৃশ্যটোৰ কলাকুশলতা ধৰা পৰে অন্য এটা কথাত। ৰাতি-পুৱাতে উজান বজাৰৰ ঘাটত উজান বজাৰৰ বা খাৰঘুলিৰ কৈৱৰ্তসকলে

মাছ মাৰি আনি ঘাটত চপাইছে, মাছৰ মহাজনে বিক্ৰীৰ দিহা কৰিছে, গ্ৰাহকে কিনিছে। এই পৰিস্থিতিতে ওপৰৰ কথাখিনিৰ পৰা যিদৰে সমাজত এটি বিপ্লৱৰ প্ৰয়োজনীয়তাৰ ইংগিত ধৰা পৰিল, ঠিক একেদৰে মাছ কিনিবলৈ অহা গ্ৰাহক সেই অঞ্চলৰে প্ৰতিপত্তিশালী ৰাজনৈতিক নেতা চৌধুৰী আৰু মাছৰ মহাজনৰ কথা-বতৰাৰ পৰা আগন্তুক নিৰ্বাচন আৰু তাৰ বাবে মানুহৰ মানসিক প্ৰস্তুতিৰ উমান পোৱা যায়। এয়া উজান বজাৰৰ ঘাটৰ মাছৰ বজাৰতে চৌধুৰী আৰু মহাজনৰ কথা-বতৰা:

> প্ৰিয়ৰামে টকা লোৱাৰ কথা কবলৈ ধৰোঁতেই মহাজনে হঠাৎ সুধিলে, "এইবাৰ পিছে কেনে হ'ব ভাবিছে?"
>
> চৌধুৰীয়ে হাঁহি কলে, "আপোনালোকে নিজৰ ল'ৰা এটাহে উঠাইছে নহয়। কিবা হয়। হেজাৰ হওক আদি মূল এৰা টান। কাজেই ভাবিছোঁ উঠোঁ নে নুঠোঁ।"
>
> চৌধুৰীয়ে কথাষাৰ এনেকৈ কলে যেন আনন্দ উঠিলেও তেওঁ বেয়া নেপায়। ইমান বিনয়, ইমান সহানুভূতি এই মানুহজনৰ আছে বুলি ভাবিবলৈ তেওঁৰ সত নগ'ল। (পৃ. ৪)

ইয়াত চৌধুৰীয়ে যে তেওঁৰ ঠাই লবলৈ আনন্দৰ দৰে অন্য এজন নিৰ্বাচনত উঠিলেও তেওঁ বেয়া নেপায় বুলি দেখুৱাইছে, তাক মহাজনে বিশ্বাস কৰা নাই। ৰাজনৈতিক নেতাৰ মুখৰ কথাক মানুহে যে সাধাৰণতে বিশ্বাস নকৰে—বিশেষকৈ সি যদি নিৰ্বাচনৰ আগত হয়—এই বাস্তৱতাটোও ইয়াত আমোদজনক ভাবে ফুটি উঠিছে।

এই উপন্যাসৰ ভাষাও বীৰেন ভট্টাচাৰ্যৰ অন্য উপন্যাসৰ ভাষাৰ দৰেই সহজ সৰল, পোনপটীয়া হলেও বহু ঠাইত ইয়াৰ ভাষা বেছ ইংগিতধৰ্মী আৰু চিত্ৰধৰ্মী। মন কৰিবলগীয়া কথা এই যে এই ইংগিতধৰ্মিতা আৰু চিত্ৰধৰ্মিতাৰ বাবে যেনে শব্দ আৰু চিত্ৰকল্প ব্যৱহৃত হৈছে, সেইবোৰ পৰিস্থিতিত জড়িত হোৱা চৰিত্ৰসমূহৰ নিতান্ত চিনাকি পৰিবেশৰ। উদাহৰণ স্বৰূপে, এয়া খাৰঘুলিৰ কৈৱৰ্ত সমাজৰ মাছৰ মহাজনৰ চেতনাত ধৰা দিয়া মতে চৌধুৰীৰ বিৱৰণ, 'মানুহজন বগা নহ'লেও মুখখন পোহৰ। চকুহালি সৰু বৌ মাছৰ চকু যেন

দেখি। গাব বঙো বৌ মাছৰ দৰেই, মাত্ৰ পাভ মাছৰ দৰে ছালখন মিহি!' (পৃ. ৪) এয়া আকৌ গুৱাহাটীৰ উপকণ্ঠ খাৰঘুলিৰ গ্ৰাম্য পৰিবেশ এটাত গাৰঁলীয়া সহজ-সৰল লোকৰ দৰেই থকা প্ৰিয়ৰামৰ চকুত তাৰ জীয়েকৰ চিত্ৰ, "ব'পেকে তাইৰ প্ৰসন্ন মুখখনলৈ এবাৰ চাই মনত বৰ আনন্দ পালে। লগে লগে বাপেকৰ কৰ্তব্যবোধ জাগি উঠিল। ছোৱালীজনী দাউ দাউকৈ বাঢ়িছে, পোন তামোল পুলিটিৰ দৰে।" (পৃ. ১০) এয়া প্ৰিয়ৰাম আৰু ঘৈণীয়েকে ঘৰত ইটোৱে সিটোক নিচেই ওচৰত পাই কথা পতাৰ বিৱৰণ। ইয়াৰ সহজ সৰল ভাষাতেই, নিতান্ত সৰল গ্ৰাম্য পৰিবেশৰ প্ৰাকৃতিক পদাৰ্থৰে সৃষ্ট কৰা চিত্ৰকল্পতেই, নিবিড় দাম্পত্য পৰিবেশত অনুভূত হোৱা যৌন আবেদন কেনে সুন্দৰকৈ সঞ্চাৰিত হৈছে, তাক মন কৰিবলগীয়া :

> প্ৰিয়ৰামে জলপান সানি লৈ কলে, "মই আকৌ বিহুৰ পিছদিনা তোক লৈ শহুৰৰ ঘৰৰ পৰা আহোঁহে বুলিছিলোঁ। ঘৰখন আজি নিতাল নেমাৰেই। আজি কত দিন হ'ল মনৰ সুখত বহি কথা এষাৰকে পাতিব পৰা নাই।"
>
> পদুমীৰ মুখখন ৰঙা পৰিল, হাঁহি মাৰি ক'লে, "মোৰো কেইবা নিশা টোপনি ভাগিছে সন্তাপত। ঘৰখন বঢ়াবৰ হ'ল। আৰু কোঠা দুটা নহ'লেই নহয়। বাৰিষা নৌ আহোঁতেই পাৰে য'দ সাজিব লাগে।" তাই ৰ'ল। চকুত এনে এটা ভাব প্ৰকাশ কৰিলে যেন তাইৰো কিছুদিন ন কইনা থকাৰ দৰে থাকিবৰ মন।
>
> বয়স হ'লেও প্ৰিয়ৰামৰ দেহ কলগছৰ দৰে জীপাল হৈ আছে, তায়ো কটা খৰিৰ দৰে শুকাই যোৱা নাই। (পৃ. ১২-১৩)

উপন্যাসখনৰ আংগিকতো লেখকৰ কৃতকাৰ্যতা ধৰা পৰিছে। 'ৰাজপথে ৰিঙিয়ায়'ৰ দৰে এই উপন্যাসৰ কাহিনীৰো সময় এটা দিনৰ ভিতৰতে সীমাবদ্ধ। ৰাতিপুৱা উজান বজাৰৰ ঘাটত গধূলিৰ উকটাৰ ভোজৰ মাছ কিনা-বেচাৰ পৰা গধূলি উৰুকাৰ খানা শেষ হোৱালৈকে এই সময়খিনিৰ ভিতৰতে খাৰঘুলিৰ থুকুবিলীয়া নামঘৰক

কেন্দ্ৰ কৰি থকা কৈৱৰ্ত সমাজখন আৰু তেওঁলোকৰ ওচৰৰ চৌধুৰীৰ ঘৰ-খনৰ কথা, কাম আৰু ঘটনাবোৰেৰেই উপন্যাসৰ প্লট নিৰ্মিত। ইয়াতেই চৌধুৰীৰ আগন্তুক নিৰ্বাচনত উঠা-মুঠাৰ জল্পনা-কল্পনাৰ মূল প্লটটোৰ বাহিৰেও প্ৰিয়ৰামৰ ছোৱালী আনন্দলৈ দিব খোজা; চৌধুৰীৰ আশ্ৰিতা বামুণ-বিধবাজনীৰ গাভৰু জীয়েকৰ লগত প্ৰিয়ৰামৰ পঢ়া-শুনা, চৰিত্ৰ সকলোতে ভাল দ্বিতীয় ল'ৰাটো পলাই যোৱা আৰু সেই-দিনাই কামাখ্যাত সিহঁতৰ বিয়া হোৱা; প্ৰিয়ৰামৰ জীয়েকৰ আনন্দৰ লগত পাতিবলৈ খোজা বিয়াখন মহাজনে নিজৰ জীয়েকৰ বাবে ভাঙিব খোজা — এই আটাইবোৰ কথা নিতান্ত স্বাভাৱিকভাবেই আহিছে। প্লটৰ ক্ৰমবিকাশৰ বাবে প্ৰয়োজন হোৱা আগদিনাৰ বা অতীতৰ কোনো কথাকো খুব স্বাভাৱিকভাবেই চৰিত্ৰবোৰৰ স্মৃতিৰোমন্থনৰ মাজেদি অনা হৈছে। সেয়েহে দিনটোৰ ঘটনাৰে উপন্যাস ৰচনা কৰিবলৈ গৈ তেওঁৰ প্ৰথম উপন্যাসখনত ভট্টাচাৰ্যই যি কৃত্ৰিমতাৰ গোন্ধ নাইকিয়া কৰিব পৰা নাছিল, সেই কৃত্ৰিমতা এই উপন্যাসত সমূলি ধৰা পৰা নাই। দিনটোৰ ভিতৰতে ঘটিলেও ইয়াৰ যেন সকলো কথাই স্বাভাৱিক। অৱশ্যে চেতনা স্ৰোত পদ্ধতিত উপন্যাস ৰচনা কৰাৰ প্ৰয়াস হিচাপেই যিদৰে 'ৰাজপথে ৰিঙিয়ায়'ৰ বাবে দিনটোৰ ঘটনাৱলী লোৱা হৈছিল, সেই একেটা পদ্ধতিতে এই উপন্যাসো ৰচনা কৰাৰ কোনো প্ৰয়াস ধৰা পৰা নাই। গ্ৰীক নাটকৰ সময়, স্থান আৰু কাৰ্যৰ যি তিনিটা ঐক্য, সেই ঐক্যকহে আহিঁ হিচাপে লৈ সময়ৰ ঐক্য বোজাই ৰাখিবলৈ দিনটোৰ সীমাৰ ভিতৰত ইয়াৰ কাৰ্যকাল আৱদ্ধৰখা হৈছে। গুৱাহাটীৰ খাৰঘুলিৰ থুকুবিলীয়া নামঘৰৰ আশপাশত ঘটা এই উপন্যাসৰ কাহিনীত স্থানৰ ঐক্যও বোজাই ৰখা হৈছে। কিন্তু ইয়াত বোজাই ৰখা হোৱা নাই কাৰ্যৰ ঐক্য। গ্ৰীক নাটকৰ কাৰ্যৰ ঐক্য যিদৰে কাৰ্য্যৱলীৰ ইমেপ্ৰশ্যনৰ ঐক্যৰেহে আধুনিক নাটকত বোজাই ৰখা হয়, সেই বিভিন্ন প্ৰকৃতিৰ কাৰ্যাৱলীৰ ইমপ্ৰেশ্যনৰ এটি ঐক্যও ইয়াত ধৰা পৰা নাই। আনন্দ-কাচনমতীৰ বিয়াৰ উমঘাম, বামুণ-বিধবাৰ জীয়েক কমী আৰু প্ৰিয়ৰাম কৈৱৰ্তৰ ল'ৰা ৰতনৰ পলায়ন

আৰু কামাখ্যাত হোৱা বিয়া—এইবোৰ কাৰ্য চৌধুৰীৰ ঘৰত উককাৰ ভোজ, চৌধুৰীৰ গাঁৱৰ মানুহৰ আৰ্থিক দুৰৱস্থা, আগন্তুক নিৰ্বাচনৰ বাবে কেনে প্ৰাৰ্থী লাগে—এই সমপ্ৰকৃতিৰ তিনিটা কথাৰ লগত সাঙোৰ খুৱাই বিভিন্ন প্ৰকৃতিৰ এই ঘটনাবোৰৰ দ্বাৰাই একেটি ৰাজনৈতিক পৰিস্থিতিৰ ইম্প্ৰেশ্যন লেখকে ইয়াত সৃষ্টি কৰিব পৰা নাই। দৰাচলতে প্ৰেম আৰু বিয়াৰ উপকাহিনীবোৰে মূল ৰাজনৈতিক কাহিনীৰ ক্ৰমবিকাশত একো বৰঙণিও যোগোৱা নাই।

শেষত এই কথা কব লাগিব যে 'ৰঙা মেঘ' এখন কৃতী উপন্যাস হলেও, পূৰ্বত উনুকিওৱা এক বৃহত্তৰ কেন্‌ভাচৰ ব্যৱহাৰেৰে, চৰিত্ৰাৱলীৰ—বিশেষকৈ চৌধুৰী আৰু আনন্দৰ অধিক মানসিক বিকাশৰ চিত্ৰণেৰে, আনন্দৰ ৰাজনৈতিক দৰ্শনৰ আৰু কাৰ্যপন্থাৰ যথোপযুক্ত আভাসেৰে ইয়াক আৰু বেছি উচ্চতৰ পৰ্যায়লৈ নিয়াৰ ঠাই আছিল। সেয়ে হৈ নুঠাত, এই ভাল উপন্যাসখনো পঢ়ি উঠাৰ পিছত পূৰ্ণাংগ উপন্যাস এখন পঢ়াৰ আনন্দ পোৱা নাযায়। পাঠকৰ ভাব হয়, আৰু যেন কিবা কিবি ইয়াৰ পাতলৈ নাহিলে। তথাপি অৱশ্যে এই কথা কবই লাগিব—ওপৰত দেখুওৱা গুণাৱলীৰ বাবে উপন্যাসখনত থকা এনে অভাৱৰ স্বত্বেও, ই এখন গৌণ কৰ্ম হৈয়ো মুখ্য গৌণ কৰ্ম।

## ॥ দেশপ্ৰেম, জাতীয়তাবাদ, গণতান্ত্ৰিক সমাজবাদ আদিৰ উপন্যাস ॥

### ॥ ইয়াৰুইংগম ॥

বীৰেন ভট্টাচাৰ্যৰ তৃতীয় উপন্যাস 'ইয়াৰুইংগম' ( ১৯৬০ )[১৫] ভাৰতীয় জাতীয়তাবাদ আৰু নগা জাতীয়তাবাদৰ মাজৰ এটি সংঘৰ্ষৰ কাহিনী, য'ত ভাৰতীয় জাতীয়তাবাদৰেই শেষত নগা পাহাৰত জয় হ'ব বুলি ইংগিত আছে। ইয়াৰ আংগিকলৈ কোনো অভিনৱত্ব অনাৰ চেষ্টা ধৰা নপৰে। সৰ্বজান কাহিনীকাৰে গতানুগতিক ধৰণে ইয়াত এটি কাহিনী বৰ্ণাই গৈছে। তাৰ মাজতেই অৱশ্যে বিভিন্ন চৰিত্ৰৰ চেতনা আৰু মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়া কাহিনীকাৰে সযত্নে প্ৰকাশ কৰিছে। এই কথা পিছত কিছু বহলাই আলোচনা কৰা হ'ব। কাহিনী কথন আৰু ঘটনাৰ বিকাশ ইয়াত গতানুগতিক যদিও, বিষয় বস্তুৰ তাৎপৰ্য আৰু তাৰ উপস্থাপনৰ দক্ষতাৰ বাবে এই উপন্যাস ভট্টাচাৰ্যৰ এই পৰ্যন্ত প্ৰকাশিত তিনিখন শ্ৰেষ্ঠ ৰাজনৈতিক উপন্যাসৰ এখন আৰু অসমীয়া উপন্যাস সাহিত্যৰো ই এক প্ৰধান উপন্যাস।

ইয়াৰ কাহিনীকাল ভাৰতৰ স্বাধীনতা লাভৰ আগ আৰু পিছৰ কেইটামান বছৰ বা দ্বিতীয় মহাযুদ্ধৰ সামৰণিৰ সময়ৰপৰা ভাৰতৰ স্বাধীনতা লাভৰ কেইবছৰমান পিছলৈকে। ইয়াৰ বিষয়বস্তু হ'ল তৎকালীন নগা পাহাৰ জিলাৰ ( এতিয়াৰ নাগালেণ্ডৰ ) ৰাজনীতিত দেখা দিয়া বৈপ্লৱিক বিকাশ। এই জিলাখনৰ উল্লিখিত সময়ছোৱাৰ এই বৈপ্লৱিক বিকাশ এক ঐতিহাসিক সত্য ; আৰু এই বিকাশেই শেষত নগাপাহাৰ জিলাৰ ঠাইত নাগালেণ্ডৰ জন্ম দিলে। সেয়েহে এনে ঐতিহাসিকভাৱে তাৎপৰ্যপূৰ্ণ ৰাজনৈতিক বিপ্লৱ এটাক বিষয়বস্তু হিচাপে বাচি লৈ লেখকে তেওঁৰ ঐতিহাসিক আৰু ৰাজনৈতিক সচেতনতাৰ পৰিচয় দিছে। নগা পাহাৰৰ এই ৰাজনৈতিক বিপ্লৱ

নগা পৰম্পৰা আৰু দৃষ্টিভংগীৰপৰা দেখুওৱাৰ উপৰিও এই বিপ্লৱক সমসাময়িক বৃহত্তৰ ভাৰতীয় ৰাজনৈতিক বিপ্লৱৰ পৰিপ্ৰেক্ষিততো দেখুওৱা হৈছে। বহল ভাৰতীয় জাতীয় ৰাজনৈতিক বিৱৰ্তনৰ বিপৰীতে এই ক্ষুদ্ৰ অঞ্চলটোৰ সবল আঞ্চলিকতাবাদী ৰাজনৈতিক আন্দোলনটিক বুজিবলৈ আৰু বুজাবলৈ কৰা প্ৰয়াসতো লেখকৰ কৃতিত্ব ধৰা পৰিছে।

উপন্যাসৰ কাহিনী আৰম্ভ হয় দ্বিতীয় মহাযুদ্ধত জাপানী সৈন্য মণিপুৰ আৰু নগা পাহাৰৰপৰা ঘূৰি যোৱাৰ লগে লগে। এই জাপানী সৈন্যৰ লগতে বা সুভাষ বসুৰ আজাদ হিন্দ ফৌজতে আছিল এজন নগা যোদ্ধা ভিডেশ্বেলী। মিত্ৰ শক্তি তথা বৃটিছৰ বিৰুদ্ধে যুঁজি ভাৰত স্বাধীন কৰাই আছিল তেওঁৰ স্বপ্ন। সেই স্বপ্নই তেওঁক সুভাষ বসুৰ অনুগত কৰি তোলে আৰু তেওঁ যোগ দিয়ে ব্ৰহ্মদেশত গৈ আজাদ হিন্দ ফৌজত। জাপানী সৈন্য ভাৰতৰ পৰা অপসাৰিত হোৱাৰ পিছত তেওঁ অৰণ্যে নগা পাহাৰতে বৈ গ'ল। এনেদৰে জাপানী সৈন্য আৰু সুভাষ বসুৰ পৰা তেওঁ আঁতৰি পৰিল যদিও হিংসাত্মক উপায়ে স্বাধীনতা লাভৰ আদৰ্শ তেওঁ ত্যাগ নকৰিলে। তেওঁৰ এতিয়া লক্ষ্য হ'ল নগা পাহাৰক ভাৰতৰ প্ৰশাসনৰ বাহিৰ কৰি আনি এখন সাৰ্বভৌম নগা ৰাজ্য গঠন কৰা। তাৰ বাবে তেওঁ আত্মগোপন কৰিলে আৰু এটি গুপ্ত বাহিনী গঠন কৰাত ব্ৰতী হ'ল।

এই সময়তে ভাৰতৰ স্বাধীনতাৰ বাবে গান্ধীৰ অহিংস আন্দোলনে চূড়ান্ত ৰূপ পাইছে। নগা পাহাৰৰ দৰে আওহতীয়া অঞ্চলতো মানুহে তেতিয়া গান্ধী মহাত্মা আৰু তেওঁৰ অহিংস আন্দোলনৰ কথা শুনিছে। বহুতো নগাই তেতিয়া তেওঁৰ নাম আৰু আদৰ্শ শ্ৰদ্ধাৰে সোঁৱৰেও। সুভাষ বসুৰ শিষ্য ভিডেশ্বেলীৰ কথা কিন্তু সুকীয়া। "নেতাজীৰ ওচৰত মুক্তিৰ যি মহামন্ত্ৰ শিকি আহিছে, সেই মন্ত্ৰ সি নেপাহৰে।"[১৬] অন্য এজন নগা ডেকা ৰিশ্বাঙৰ কথা ভিন্ন। খৃষ্টান মিশ্যনাৰীসকলৰ সংস্পৰ্শত শিক্ষা, প্ৰেম, শান্তি আদিৰ মূল্য তেওঁ বুজি পাইছে। একালে গাঁৱৰ উন্নতিৰ বাবে মিশ্যনাৰীসকলৰ আদৰ্শতেই তেওঁ গাওঁ সংগঠনৰ কামত স্কুলীয়া ছাত্ৰ অৱস্থাৰেপৰা ব্ৰতী হৈছে; আৰু আনফালে

একে আদৰ্শতেই তেওঁ যুদ্ধৰ সময়ত বৃটিছক সহায় কৰিবলৈ ভি ফোৰ্চত যোগ দিছে। এনে এজন ডেকাই গান্ধীৰ আদৰ্শৰ বিষয়ে জনাৰ পিছত সেই আদৰ্শকেই সৰোগত কৰি ভাৰতীয় জাতীয় আন্দোলনৰ অংশ হিচাপে শিক্ষা, স্বাস্থ্য আদি বিষয়ত তেওঁৰ গাওঁ সংগঠনৰ সেৱা আৰু বেছি প্ৰসাৰিত আৰু দৃঢ় কৰি তুলিলে। ভাৰতৰ স্বাধীনতা লাভৰ সময়ত তেওঁ কলিকতাৰ কলেজত ছাত্ৰ আছিল; আৰু তেতিয়াই গান্ধীৰ আদৰ্শ আৰু সৰ্বভাৰতীয় চেতনাই তেওঁৰ মনত ৰেখাপাত কৰে স্বাধীনতাৰ সময়ৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ বাবে কলিকতাৰ স্কুল-কলেজ বন্ধ হৈ যোৱাত বিশ্বাং কলেজ এৰি নগা পাহাৰলৈ গুচি আহে আৰু ৰাজনৈতিক সংগঠনৰ কামত আত্মনিয়োগ কৰে। স্বাভাৱিকতেই অহিংসাবাদী বহল ভাৰতীয় ৰাষ্ট্ৰীয় দৃষ্টিভংগীৰ এই ৰাজনৈতিক সংগঠক হিংসাবাদী, ঠেক নগা ৰাষ্ট্ৰীয় দৃষ্টিভংগীৰ ভিডেশ্যেলীৰ শত্ৰু বুলি চিহ্নিত হ'ল। এই দুই ৰাজনৈতিক নেতাৰ পৰস্পৰবিৰোধী আদৰ্শৰ সংঘৰ্ষৰ আৰু তাৰ পৰিণতিৰ কাহিনীয়েই 'ইয়াৰুইংগম'ৰ কাহিনী। ভিডেশ্যেলীৰ গোপন শিৱিৰত ভিডেশ্যেলী আৰু তেওঁৰ আটক বন্দী বিশ্বাঙৰ মাজৰ যি তৰ্কযুদ্ধ, তাত ধৰা পৰে এই দুই শক্তিৰ প্ৰতিনিধিৰ ভিন্নমুখী লক্ষ্য :

'মানুহক দিবলৈ মোৰ একো নাই। স্বাধীনতাৰ বাহিৰে একো বস্তুৱেই নাই!

'তোৰ স্বাধীনতাৰ অৰ্থ কি কচোন।'

ভিডেশ্যেলীয়ে এইবাৰ হাঁহিবলৈ ধৰিলে। হঠাতে তাৰ কপালৰ গাখি খোপা খালে আৰু সি কৈ গ'ল, 'মোক এখন স্বাধীন ৰাজ্য লাগে য'ত সোমালে মানুহে অনুভৱ কৰে নগা হৈ ওপজাৰ মানে কি।

'মই নগা হ'ব নোখোজো ভিডেশ্যেলী। মই মানুহ হ'ব খোজো।

(পূৰ্বোক্ত সংস্কৰণ, পৃ. ৩২৪)

নকলেও হ'ব, বিচ্ছিন্নতাবাদী সহিংস আদৰ্শৰ শক্তি আৰু অহিংস

একৰাষ্ট্ৰৰ আদৰ্শৰ অন্য এটি শক্তিৰ মাজৰ নগা পাহাৰৰ সংঘৰ্ষ এক ঐতিহাসিক সত্য। নাগালেণ্ডৰ উন্মেষৰ গুৰিৰ এই দুটি শক্তিৰ প্ৰতিনিধি চৰিত্ৰ দুটিৰ অংকন উপন্যাসখনত বেছ জীৱন্ত আৰু আকৰ্ষণীয়। দুটি ৰাজনৈতিক শক্তিক এইদৰে মানৱীয় ৰূপ দিয়াত লেখকৰ কৃতকাৰ্যতা মন কৰিবলগীয়া। ইয়াৰ উপৰি নগা পাহাৰৰ সেই দুই ৰাজনৈতিক আদৰ্শ সমগ্ৰ ভাৰতৰ স্বাধীনতা আন্দোলনৰ গান্ধী আৰু সুভাষৰ বহল ৰাজনৈতিক আদৰ্শ দুটিৰ পৰিপ্ৰেক্ষিতত অংকিত কৰি নগা পাহাৰৰ এই দুই শক্তিৰ ভৱিষ্যৎ আৰু তাৎপৰ্য লেখকে বিশেষ দক্ষতাৰে পাঠকৰ আগত দাঙি ধৰিব পাৰিছে। নগা পাহাৰৰ বাস্তৱ জগতৰ ফিজোৰ সহিংস বিচ্ছিন্নতাবাদী আদৰ্শ আৰু তেওঁৰ প্ৰতিপক্ষৰ অহিংস জাতীয়তাবাদী আদৰ্শ বৃহত্তৰ ভাৰতৰ বাস্তৱ জগতৰ সুভাষৰ সহিংস আন্দোলন আৰু গান্ধীৰ অহিংস বিপ্লৱৰ সমগোত্ৰীয়ৰূপে চিত্ৰিত কৰা হৈছে। আনহাতে ভিড়োশ্যলী যে সুভাষৰ অনুগামী হৈও প্ৰকৃত নগা পৰম্পৰাৰ পৰা উদ্ভূত, তাকো লেখকে দেখুওৱাত সাৰ্থক হৈছে। নগাসকলৰ প্ৰকৃত নগা বৈশিষ্ট্য সকলো অৱস্থাতে অক্ষুণ্ণ ৰাখি নগাৰ দৰে চিৰকাল মূৰ তুলি থকাৰ আদৰ্শ সততে মনত পুহি ৰখা বুঢ়া নাজেকে তাৰ শত্ৰু ফৈদৰ তাৰ সৈতে সংশ্ৰৱহীন ডেকা ভিড়েশ্যেলীকহে তাৰ 'থিলাকাপো' বা আধ্যাত্মিক উত্তৰাধিকাৰী পাতি থৈ গ'ল। আদৰ্শৰ বাবে ৰিশ্বাঙে ভিড়েশ্যলীক যিদৰে কোনো দিন মানিব পৰা নাই, নাজেককো একেদৰেই পৰা নাছিল। সেই ৰিশ্বাঙেই নাজেকৰ মৃত্যুৰ পিছত তেওঁৰ কবৰৰ ওচৰলৈ গৈ অনুভৱ কৰিছে, "নাজেক আছিল সিহঁতৰ নগা চেতনাৰ প্ৰতিভূ। ভিড়েশ্যলী তাৰ উত্তৰাধিকাৰী মাত্ৰ।" (পৃ. ২৪১)

কিন্তু এনেদৰে প্ৰধান চৰিত্ৰ কেইটামান ৰাজনৈতিক বা ৰাষ্ট্ৰীয় আৰু আঞ্চলিকতাবাদী আদৰ্শৰ প্ৰতিনিধি স্বৰূপে সাৰ্থক ৰূপত অংকন কৰি এটি ৰাজনৈতিক আন্দোলন প্ৰস্ফুটিত কৰাতেই অকল ইয়াত লেখকৰ কৃতকাৰ্যতা সীমাবদ্ধ নহয়। এনে ৰাজনৈতিক শক্তি, আদৰ্শ আদি মানৱীয় তথা গাৰ্হস্থ্য জীৱনৰ আবেদনেৰে সিক্ত কৰি

এই উপন্যাসত সেই ৰাজনৈতিক শক্তিবোৰত ওপৰঞ্চি আয়তন দান কৰা হৈছে। এই বিষয়তেই 'ইয়াৰুইংগম' পূৰ্বৰ ৰাজনৈতিক উপন্যাস 'ৰাজপথে ৰিঙিয়ায়'তকৈ ওপৰলৈ গৈছে।

এক জাপানী সৈন্যৰ দ্বাৰা প্ৰবঞ্চিত হৈ ভৰ যৌৱনত পতিতাৰ অভিশপ্ত জীৱন যাপন কৰিবলগীয়া হ'ল নাগিনী গাভৰু চাবেংলাই। চাবেংলা কিন্তু অসৎ চৰিত্ৰৰ নহয়। সৎ আদৰ্শ আৰু সজ কৰ্মৰ প্ৰতি আগ্ৰহী এই গাভৰুৱে বিশ্বাঙৰ দৰে এক আদৰ্শবাদী ডেকাৰ প্ৰতি স্বাভাৱিকতে আকৰ্ষণ অনুভৱ কৰে। অৱশ্যে তাইৰ দৰে পতিতা এজনীয়ে বিশ্বাঙক পাব নোৱাৰে, তাকো তাই জানে। আৰু ইয়েই আনে তাইৰ মনলৈ বেদনা। তথাপি তাই তাইৰ মনৰ মানুহ বিশ্বাঙক তেওঁৰ মনৰ মানুহ খুটিংলাৰ সৈতে বিৱাহিত হোৱাত সহায় কৰে। মনৰ বেদনা পাহৰিবলৈ তাই লাগি পৰে মানৱীয় কৰ্মত— জীৱন মাষ্টৰৰ মাতৃহাৰা শিশুটিক নিজৰ শিশুৰ দৰে পালন কৰিবলৈ লৈ। শিক্ষা বিষয়ত অনগ্ৰসৰ নগা পাহাৰত শিক্ষা দান কৰিবলৈ যোৱা জীৱন মাষ্টৰ এজন অসমীয়া লোক। নগাসকলৰ মাজত সিহঁতৰে এজনৰ দৰে থাকি নাগিনী ছোৱালী এজনী বিয়া কৰাই তেওঁ পৰ্বত ভৈয়ামৰ একতাৰ ডোল সবল কৰিছে গৈ। জীৱন মাষ্টৰো শেষলৈ ভিডেশ্যেলীৰ হিংসাত্মক কাৰ্যৰ বলি হ'ল। জীৱন মাষ্টৰৰ উপকাহিনী আৰু চাবেংলাৰ উপকাহিনী দুয়োটায়েই ৰাজনৈতিক উপন্যাসখনত এটি ওপৰঞ্চি আয়তন দান কৰিছে। অৱশ্যে উপন্যাসখনৰ ৰাজনৈতিক বিষয়বস্তুৰ পিনৰ পৰা চাবেংলাৰ উপকাহিনী যিদৰে প্ৰয়োজনীয়, জীৱন মাষ্টৰৰ উপকাহিনী সেইদৰে প্ৰয়োজনীয় নহয়। ই নগা পাহাৰৰ সমসাময়িক সমাজখনৰ শিক্ষা বিষয়ৰ দিশটোৰ এটি পৰিচয় দিয়াতহে মাথোন সহায় কৰিছে।

আনহাতে খুটিংলা আৰু বিশ্বাঙৰ প্ৰেমৰ কাহিনী যদিও এটি ব্যক্তিগত মানৱীয় আৱেগৰ কাহিনী, তথাপি সিও ৰাজনৈতিক আদৰ্শৰ বং লৈছে। সেয়েহে খুটিংলাক লৈ বিশ্বাঙৰ ভৱিষ্যৎ জীৱনৰ যি স্বপ্ন, সি প্ৰকাশিত হৈছে বিশ্বাঙৰ ৰাজনৈতিক স্বপ্নৰ মাজেদি। বিশ্বাঙে

খুটিংলাক এঠাইত কৈছে— তেওঁলোকৰ বৈবাহিক মিলনৰ পৰা যি সন্তান তেওঁলোকে পাব, তাৰ নাম থব ইয়াকইংগম্— ৰাইজৰ শাসন। (পৃ. ৩৮৪) ইপিনে আকৌ ৰাজনৈতিক কাৰ্য্যকো মানৱীয় সম্পৰ্কই বহু সময়ত ইয়াত আৱেদনশীল কৰি তুলিছে। আত্মগোপন কৰি থকা অৱস্থাতেই ভিডেশ্যেলীয়ে তেওঁৰ আন্দোলন অধিক প্ৰসাৰিত কৰিছে। তেওঁৰ অনুগামী লোকৰ সংখ্যা বাঢ়ি গৈছে। যিসকল তেওঁৰ আন্দোলনৰ বিপক্ষে গৈছে সেইসকলৰ যাকে পাইছে ধৰি নি তেওঁৰ হাবিতলীয়া গুপ্ত আদালতত শাস্তি দিছে। স্বাভাৱিকতে ৰিশ্বাঙকো ধৰি নিয়াৰ আচনি তেওঁৰ আছে। চাৱেংলাই এই কথা গম পালে আৰু ৰিশ্বাঙক জনাই দিলে, যদিও তাই নিশ্চিত যে ৰিশ্বাঙে বিয়া কৰাব খুটিংলাকে, তাইক নহয়।

ৰাজনীতিত মানৱীয় আৱেদনৰ অন্য এটি নমুনা। নগাসকলৰ মানসিক দৃঢ়তা, কাৰ্যপটুতা, হিংস্ৰতা আৰু নিজৰ ঠাই, নিজৰ মানুহ, নিজৰ আদৰ্শক সৰ্বতোপ্ৰকাৰে ৰক্ষণাবেক্ষণ দিয়া প্ৰবৃত্তি— এই নগা চাৰিত্ৰিক বৈশিষ্ট্যবোৰৰ প্ৰতিনিধি নাজেক বুঢ়া বুলি আগতেই উনুকিয়াই অহা হৈছে। বিদেশী ধৰ্ম গ্ৰহণ কৰা নগা খৃষ্টানসকলক দেখিব নোৱাৰা, নগাসকল পৰম্পৰাগত নগা হিচাপেই সততে থাকি যোৱাটো বিচৰা বুঢ়া নাজেকৰ পুত্ৰই কিন্তু চিলঙলৈ পঢ়িবলৈ গৈ বিয়া কৰালে এজনী খৃষ্টান খাচী ছোৱালী। ই নাজেকৰ বাবে এটা মৰ্মান্তিক আঘাত। সেই বাবে এই পৃথিবীত তেওঁৰ আত্মাৰ সদগতিৰ বিধান কৰিবলৈ মৃত্যুৰ আগে আগে বাচি থৈ গ'ল তেওঁৰ 'থিলাকাপো' হিচাপে তেওঁৰ সৈতে সম্পৰ্কৰহিত ভিডেশ্যেলীক। ভিডেশ্যেলী অকল ভিন ফৈদৰ নগাই নহয়, তেওঁ খৃষ্টানো। তথাপি তেৱেঁই নাজেকৰ উপযুক্ত 'থিলাকাপো' হব পাৰিব; কাৰণ, নাজেকৰ ভাষাত সি হ'ল "খাটি নগা"। মৃত্যুশয্যাত নাজেকৰ এই বিষয়ৰ কথাখিনি বেছ আকৰ্ষণীয়:

'কাক কৰিবি থিলা-কাপো?'

নাজেকে উত্তৰ দিলে, 'ভিডেশ্যেলী'ক।

খেৰা আচৰিত হ'ল, 'ভিডেশ্যেলী আমাৰ মানুহ নহয়,

সি আংগামী।'

'হব নোৱাৰিছে। তথাপি সি খাটি নগা।'

'তদুপৰি তাৰ লগত তোৰ মুঠেই চেহেৰা নিমিলে। তাৰ চকু এটা ঘুণীয়া।'

'চেহেৰাৰ মিল নাথাকিলে কি হ'ল, আমাৰ মনৰ মিল আছে। আমাৰ ভিতৰত যদি আচল নগা কোনোবা আছে, তেন্তে সিয়ে।' (পৃ. ১০১-১০২)

ভিডেশ্বেলীয়েও তেওঁৰ স্বপ্নৰ নগা ৰাষ্ট্ৰৰ বাবে গঢ়ি তোলা আন্দোলনতেই ব্যস্ত যদিও এই মৃত্যুমুখী বুঢ়াৰ কামনাক তুচ্ছ জ্ঞান নকৰিলে। বুঢ়াৰ কামনাত সঁহাৰি দি কোনো দিন তেওঁৰ আন্দোলনত সহাঁৰি নিদিয়া এই বুঢ়াজনৰ বিষয়ে ভিডেশ্বেলীয়ে কলে, 'বুঢ়া মানুহৰ ভিতৰত মোৰ আন্দোলনৰ কথা বুজা মানুহ একমাত্ৰ এই জনেই।' (পৃ. ১০৪)

এইদৰেই মানৱীয়, সামাজিক আৰু ৰাজনৈতিক দিশৰ সমন্বয়ত উপন্যাসৰ কাহিনী আগবাঢ়িছে। শেষৰ পিনে ভিডেশ্বেলীৰ গৰিলা বাহিনীৰ হাতত বিশ্বাং বন্দী হৈছে; তথাপি ভিডেশ্বেলীয়ে কিন্তু বিশ্বাঙৰ প্ৰাণহানি কৰা নাই। ভাৰতীয় সৈন্যবাহিনীৰ অভিযানৰ হাত সাৰিবলৈ শিবিৰ স্থানান্তৰ কৰা সময়ত ভিডেশ্বেলীয়ে তেওঁক মুক্তি দি যায়। শক্তিৰ পিনৰপৰা এই দুই দলৰ ভিতৰত এনেকৈ ভিডেশ্বেলীৰ দলৰেই শক্তি বেছি যেন দেখা গ'লেও কাহিনীৰ শেষত কিন্তু এই আভাস আছে যে সৰ্বশেষত বিশ্বাঙৰ সংগঠন আৰু শান্তি-মূলক গান্ধীবাদী আদৰ্শৰহে জয় হ'বলৈ বাধ্য। সেয়েহে ভিডেশ্বেলীৰ গৰিলা বাহিনীৰ হাতত আহত হৈ সিহঁতৰ গুপ্ত শিবিৰত বন্দী হৈ থকাৰ পিছতো বিশ্বাঙে উপলব্ধি কৰিছে যে নগা পাহাৰলৈ এদিন শান্তি আহিবই; ইয়াত তাৰ আদৰ্শৰ ইয়াকইংগম বা ৰাইজৰ শাসন প্ৰৱৰ্তিত হ'বই। (পৃ. ৩৮৪)

কোৱা বাহুল্য ১৯৬০ চনত প্ৰকাশিত এই উপন্যাসৰ এই আশ্বাস নগা পাহাৰৰ তথা ভাৰতৰ ৰাজনীতিত 'প্ৰফেটিক' বুলি প্ৰমাণিত্‌ হৈছে, ফিজোৰ দলৰ নগা জাতীয়তাবাদৰ আন্দোলন আৰু কাৰ্যকলাপ তল

পেলাই ১৯৬১ চনত ভাৰতৰ অংগ স্বৰূপে নাগালেণ্ড স্থাপিত হোৱাৰ লগে লগে। উপন্যাসৰ আৰম্ভণীতেও বিশ্বাঙৰ মানসিক গঠনৰ বিষয়ে কবলৈ গৈ লেখকে লিখিছে, "সি (বিশ্বাঙে) জানে ভিডেশ্রেলী যি বাটে যাবলৈ বিচাৰিছে, সিহঁত তাৰ ওলোটা বাটে যাব খুজিছে। কিন্তু ভিডেশ্রেলীৰ এদিন মোহমুক্তি হ'বলৈ বাধ্য।" (পৃ. ২২)

কিন্তু 'ইয়াৰুইংগম'ক ইয়াৰ পূৰ্বৰ ভট্টাচাৰ্যৰ নিজৰ আৰু ১৯৬০ চনলৈ প্ৰকাশিত অন্য সকলো অসমীয়া ৰাজনৈতিক উপন্যাসতকৈ ওপৰৰ পৰ্যায় এটিলৈ লৈ যোৱাত বিশেষভাবে সহায় কৰিছে মূল চৰিত্ৰবোৰৰ ভিতৰত বিশ্বাং, খুটিংলা আৰু চাৱেংলাৰ মন আৰু অন্তৰৰ ভাব-অনুভূতিৰ প্ৰকাশে। এই কথা সচাঁ যে ভিডেশ্রেলীৰ দৰে সংগ্ৰামী চৰিত্ৰ এটাৰ এই উপন্যাসত কোনো অন্তৰ্দ্বন্দ্ব যেনেকৈ নাই, তেনেকৈ এই চৰিত্ৰকেইটাৰো প্ৰকৃত অৰ্থৰ কোনো অন্তৰ্দ্বন্দ্ব নাই। তথাপি ভিডেশ্রেলীৰ বিপৰীতে এই চৰিত্ৰবোৰৰ অন্তৰৰ অনুভূতি আৰু বহু সময়ত মানসিক ক্ৰিয়াৰ পৰিচয় উপন্যাসখনত আছে। এয়া বিশ্বাঙৰ মানসিক ক্ৰিয়াৰ প্ৰকাশ:

> 'এটা পৰ্বতীয়া নিগনিয়ে নগা পাহাৰখন খানি পেলোৱাৰ আশা কৰা যেনে হাস্যকৰ, তাৰ আশাও তেনে হাস্যকৰ।' বিশ্বাঙে মনে মনে ভাবিলে। এটা মানুহৰ অদমনীয় আশাৰে এখন ৰাজ্য গঢ়ি নুঠে; ৰাজ্য গঢ়িছে বৃটিছে, জাপানে আৰু আন আন সভ্য দেশবোৰে—যিবোৰৰ হাতত বিৰাট সৈন্যবাহিনী আৰু বোমাৰু বিমান আছে। ৰাজ্য পাতিছে ইংৰাজে—যাৰ ৰাজ্যত সূৰ্য্য ডুব নাযায়। ৰাজ্য পাতিছে আমেৰিকাই,—যাৰ ধনেৰে পৃথিৱী কিনিব পাৰি। তেনে ৰাজ্য পাতিব এটি অহোবলিয়া আংগামীয়ে; তদুপৰি ৰাজ্যখনেই বা কেলেই? সিহঁতক লাগে স্কুল, হাস্পতাল, ৰাস্তা। ৰাজ্য সিহঁতৰ হাৰমালহে হ'ব। ধন-সোণ, অস্ত্ৰ এইবোৰ ক'ৰ পৰা পাব? তাতকৈ বৰং এতিয়া যেনেকৈ আছে তেনেকৈ থকাই ভাল। (পৃ. ২১)

অন্য এঠাইত এয়া বিশ্বাণ্ডৰ অন্তৰৰ অনুভূতি :

মাকৰ কথাৰ লগে লগে বিশ্বাণ্ডৰ মনত পৰিল খুটিংলালৈ। আজি কালি আলিবাটৰ অকণ নির্জনতা পালেও তাৰ কল্পনাই ঢাপলি মেলে খুটিংলাৰ কাষলৈ। তাইৰ সুবলিত (?) দেহৰ সুঘ্রাণ সি পায় নিয়ৰৰ পৰশত তিতি থকা শৰত আৰু হেমন্তৰ বাহাক পাতবোৰত। মুকলি আকাশখনত কোমল ৰ'দৰ ছাঁত জিলিকা ঈষৎ আকাশখনত দেখা পায় সেই প্ৰণয় কামনা-বিগলিত খুটিংলাৰ চকুযুৰি। আজি হঠাতে সি কিছুদূৰ খোজ কাঢ়ি গৈয়েই দেখিলে এচপৰা সেউজীয়া ডুবৰিৰ ওপৰত এইমাত্র গলি শেষ হৈ যোৱা বৰফ-পানী। কালি নিশা বোধহয় তাত বৰফ পৰিছিল। তাৰ মনটো হঠাতে এক অজান কামনাৰ পৰশত সেমেকি গ'ল। (পৃ. ২৬৬—২৬৭)

এয়া চাৰেংলাৰ মনৰ প্ৰতিক্ৰিয়া :

নগা জীৱনৰ কঠোৰ শৃঙ্খলিত নীতি-নিয়মে তাইক যি এটি ভুলৰ বাবে আজীৱনলৈ কলংকিত কৰি থলে তাৰ পৰা তাই পুনৰ বিৱাহ কৰিও হয়তো উদ্ধাৰ নেপাব। কিন্তু এই সগৰ্ভা অৱস্থাত তাইক কোন পুৰুষেই বা আদৰৰ পত্নী কৰিবলৈ আগবাঢ়ি আহিব? কোন এনে পুৰুষ আছে যি আত্মসন্মান আৰু সামাজিক মৰ্যাদাবোধ বিসৰ্জন দি কেৱল এজনী পতিতাক উদ্ধাৰ কৰিবৰ বাবে জীৱনটো বৰবাদ কৰিবলৈ সাহ কৰিব? (পৃ. ২৫)

আৰু এয়া হ'ল খুটিংলাৰ মনৰ প্ৰতিক্ৰিয়া, তাইৰ প্ৰেমিক বিশ্বাণ্ডক বিদ্ৰোহী নগাসকলে ধৰি নিছে বুলি শুনাৰ পিছত :

'সিহঁতে তাক যদি ইতিমধ্যে মাৰি পেলালে?' নিজৰ চুলিখিনি ধুই ধুই খুটিংলাই ভাবিলে। সেইদিনা তাই অতীতৰ স্মৃতি ভৰা নৈৰ পাৰত গা ধোওঁতে অনুভৱ কৰিলে গাটো ৰম ৰমকৈ পুৰিছে, বুকুখনে হুক হুককৈ কান্দিছে।

কিমান আশা কৰিছিল আহিয়েই তাক লগ পাই প্ৰাণ খুলি কথা হ'ব অহা খৃষ্টমাচৰ মিলনোৎসৱৰ বিষয়ে। কিন্তু আহি পোৱাৰ পিছ দিনাই এনে এক দুৰ্ঘটনা ঘটি গ'ল, যাৰ ফলত হয়তো— (পৃ. ২৯৭-২৯৮)

বীৰেন ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাসৰ আগৰ আন কোনো অসমীয়া ৰাজনৈতিক উপন্যাসতে চৰিত্ৰবোৰৰ এনে মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়া প্ৰকাশিত নহৈছিল। 'সাধনা' আৰু 'অপূৰ্ণ'ত চৰিত্ৰবোৰক আমি বুজিছিলোঁ সিহঁতৰ কথা-বাৰ্তা আৰু কামৰ মাজেদি অথবা তাৰ উপৰি আকৌ সূত্ৰধাৰৰ ভূমিকাত থকা ঔপন্যাসিক বা কাহিনী বৰ্ণনা কৰোঁতাৰ মন্তব্যৰপৰা। ইয়াৰ ফলতেই ভট্টাচাৰ্যৰ পূৰ্বৰ ৰাজনৈতিক ঔপন্যাসিকসকলৰ চৰিত্ৰ সমূহ দ্বিমাত্ৰিক আৰ্হি চৰিত্ৰহে আছিল। ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাসৰ চৰিত্ৰসমূহ সেইবোৰৰ বিপৰীতে সিহঁতৰ মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰে আমাৰ বাবে একো একোজন বাস্তৱ জীৱন্ত লোক—ত্ৰিমাত্ৰিক ব্যক্তি চৰিত্ৰ। অৱশ্যে বীৰেন ভট্টাচাৰ্যৰ পূৰ্বৰ ৰাজনৈতিক ঔপন্যাসিক বোলোঁতে ইয়াত যি সকলে প্ৰত্যক্ষভাবে আৰু প্ৰধানকৈ ৰাজনীতিক লৈ উপন্যাস ৰচনা কৰিছিল, সেই সকলকহে বুজোৱা হৈছে। বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত' (১৯৪৪) বা প্ৰফুল্লদত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি' (১৯৫২) উপন্যাসতো ৰাজনীতি আছে; কিন্তু ৰাজনীতি প্ৰধানকৈ আৰু প্ৰত্যক্ষভাবে নথকা এনে উপন্যাস এই আলোচনাত আমাৰ দৃষ্টিৰ আঁতৰত ৰাখিছো। বীৰেন ভট্টাচাৰ্যৰ আলোচ্য উপন্যাসতো আকৌ ভিডেশ্যেলী আৰু ফানিটফাঙৰ দৰে প্ৰধান চৰিত্ৰও মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়াবিহীন দ্বিমাত্ৰিক চৰিত্ৰ; এনেবোৰ চৰিত্ৰ মানসিক দ্বন্দ্বৰ প্ৰকাশেৰে সমুজ্জ্বল স্বকীয় ব্যক্তিত্বসম্পন্ন চৰিত্ৰ নহয়।

## ॥ মৃত্যুঞ্জয় ॥

বীৰেন ভট্টাচাৰ্যৰ অন্যখন প্ৰধান ৰাজনৈতিক উপন্যাস হ'ল 'মৃত্যুঞ্জয়' (১৯৭০)।[১৭] 'প্ৰতিপদ'ত হেমিংওৱেৰ প্ৰভাৱ ধৰা পৰাৰ দৰে

এই জাতীয়তাবাদী উপন্যাসখনতো হেমিংওয়েৰ প্ৰভাৱ ধৰা পৰে। কিন্তু পূৰ্বতে উল্লেখ কৰাই হৈছে, 'মৃত্যুঞ্জয়' পৰম্পৰাগত আংগিকৰ পিনৰ পৰা 'ইয়াকইংগম'ৰ সমগোত্ৰীয়হে; 'প্ৰতিপদ'ৰ সমগোত্ৰীয় নহয়। স্বাভাৱিকতে 'মৃত্যুঞ্জয়'ত পৰা হেমিংওয়েৰ প্ৰভাৱ আংগিকৰ ক্ষেত্ৰত নহয়; সি হ'ল কাহিনী প্ৰধান এই উপন্যাসৰ কাহিনী ভাগত। অৱশ্যে ইয়াৰ লগতে 'প্ৰতিপদ'ৰ দৰে এটি প্ৰধান চৰিত্ৰৰ নিৰ্মাণতো হেমিং-ওয়েৰ 'কোড্ হিৰো'ৰ আৰ্হি গ্ৰহণ কৰা হৈছে।

'মৃত্যুঞ্জয়'ৰ কাহিনীও অৱশ্যে 'প্ৰতিপদ'ৰ ঘটনাৰ দৰে অসমৰ ইতিহাসৰ এটি সঁচা ঘটনাক কেন্দ্ৰ কৰি ৰচিত। তথাপি হেমিংওয়েৰ 'ফৰ্ হুম্ দা বেল্ ট'ল্চ'ৰ কাহিনীৰ বহুতো কথা এই উপন্যাসলৈকো ধাৰ কৰি অনা হৈছে। উদাহৰণ স্বৰূপে, হেমিংওয়েই 'ফৰ্ হুম দা বেল্ ট'ল্চ'ত স্পেইনৰ গৃহ যুদ্ধৰ সময়ত (.৯৩৬-৩৭) ৰিপাব্লিকান দলৰ নিৰ্দ্দেশ অনুসৰি এটি গৰিলা দলে এখন দলং বোমাৰে উৰুৱাই প্ৰতিপক্ষ ফেচিষ্ট দলক বাধা দিয়াৰ কাহিনী অংকন কৰিছে। ইয়াকে কৰোঁতে দলটোৰ কেন্দ্ৰীয় চৰিত্ৰ ৰবাৰ্ট জৰ্ডান মাৰাত্মকভাৱে আহত হৈছে আৰু সোনকালেই সেই আঘাতত তেওঁৰ মৃত্যু হৈছে। তথাপি এই চৰিত্ৰটিৰ বীৰোচিত নিৰ্ভীক কামে তেওঁৰ দলৰ উদ্দেশ্যে পৰিপাটিকৈ সাধন কৰিছে। ঠিক একেদৰে 'মৃত্যুঞ্জয়' উপন্যাসতো স্বাধীনতা আন্দোলনৰ এটা বিশেষ পৰিস্থিতিত সহিংস উপায় গ্ৰহণ কৰা কেতবোৰ যুঁজাৰুৱে গৰিলা উপায়ে ৰেল লাইনৰ চিৰী খুলি ৰেল এখন বগৰাইছে। এই কামতো ইয়াৰ বাবে নিযুক্ত প্ৰধান চৰিত্ৰ ধনপুৰ মাৰাত্মকভাৱে আহত হৈছে আৰু সোনকালেই এওঁৰো মৃত্যু হৈছে। তথাপি ইয়াতো 'ফৰ হুম'ৰ ৰবাৰ্ট জৰ্ডানৰ দৰে ইয়াৰ ধনপুৰে নিজৰ মৃত্যুৰেই দলৰ উদ্দেশ্য সাধন কৰি গৈছে।

ইয়াৰ উপৰিও হেমিংওয়েৰ এই উপন্যাসখনত ৰবাৰ্ট জৰ্ডানে শত্ৰুৰ হাতত নিপীড়িত, লাঞ্ছিত আৰু সতীত্বহাৰা হোৱা ছোৱালী মেৰিয়াক ভাল পাই বিয়া কৰাবলৈ সিদ্ধান্ত লৈছে। 'মৃত্যুঞ্জয়'তো ধনপুৰে বুটিছ চৰকাৰৰ সৈন্যৰ হাতত নিপীড়িত, লাঞ্ছিত আৰু সতীত্বহাৰা



৬

হোৱা ছোৱালী সুভদ্ৰাক ভাল পাই বিয়া কৰাবলৈ সিদ্ধান্ত লৈছে। অৱশ্যে এই দুয়োটা প্ৰেমৰ ঘটনাৰ প্ৰকৃতি, অগ্ৰগতি আৰু পৰিণতি একেবাৰে একে নহয়। জৰ্ডান আৰু মেৰিয়াৰ গৰিলা শিবিৰৰ প্ৰেম প্ৰায় মুক্ত প্ৰেম; তেওঁলোকৰ ভাবৰ আদান-প্ৰদান আৰু মিলনত বাধা নাই। মেৰিয়াৰ পিতৃৰ আৰু পৰিয়ালৰ ৰাজনৈতিক আদৰ্শৰ বাবে পিতৃ, পৰিয়াল আৰু মেৰিয়াৰ ওপৰত শত্ৰুপক্ষই কৰা অমানুষিক অত্যাচাৰৰ কথা জনাৰ পিছত জৰ্ডানৰ তাইৰ প্ৰতি ভালপোৱা গভীৰ আৰু দৃঢ় হৈছে। ৰাজনৈতিক আদৰ্শৰ বাবেই সুভদ্ৰাও শত্ৰুপক্ষৰ মিলিটাৰীৰ হাতত লাঞ্ছিত আৰু নিৰ্যাতিত হৈছে বুলি জনাৰ পিছত সুভদ্ৰাৰ প্ৰতি ধনপুৰৰ প্ৰেম গভীৰ আৰু দৃঢ় হৈছে; আৰু সতীত্বহাৰা সুভদ্ৰাক বিয়া কৰাবলৈকো ধনপুৰে সিদ্ধান্ত লৈছে। অৱশ্যে জৰ্ডান 'ফৰ হুম'ত মাৰাত্মকভাবে আহত হোৱাৰ পিছত, নিজৰ মৃত্যু অৱশ্যম্ভাৱী বুলি জানি মেৰিয়াক তেওঁ নিজে নিজৰ ওচৰৰ পৰা জোৰকৈ আঁতৰাই পঠিয়াই নিঃসংগভাবে মৃত্যুৰ ক্ষণ গণিছে; ধনপুৰে 'মৃত্যুঞ্জয়'ত কিন্তু সুভদ্ৰাক বিয়া কৰাবলৈ সিদ্ধান্ত লৈছে যদিও সতীত্বহাৰা সুভদ্ৰাই ধনপুৰক ভালপোৱা স্বত্বেও এনে কথা ভাবিব নোৱাৰি ধনপুৰৰ অজ্ঞাতসাৰেই আত্মহত্যা কৰিছে। জৰ্ডান আৰু মেৰিয়াৰ পাশ্চাত্য জগতৰ প্ৰেমৰ দৰে ধনপুৰ আৰু সুভদ্ৰাৰ প্ৰেম মুক্তও নহয়। ইইঁতৰ ইটোৰ প্ৰতি সিটোৰ প্ৰেম অন্তঃসলিলা ফল্গুৰ দৰে—সংৰক্ষণশীল ভাৰতীয় সমাজত হ'ব পৰা বিধৰ প্ৰেম। গতিকে মেৰিয়া-জৰ্ডানৰ প্ৰেমৰ কাহিনীৰ ছাঁ সুভদ্ৰা ধনপুৰৰ প্ৰেমৰ কাহিনীত থাকিলেও ভট্টাচাৰ্যই ইয়াক ভাৰতীয় ৰূপ দি নিজৰ প্ৰতিভাৰ চিনাকি দিছে।

দুয়োখন উপন্যাসৰ চূড়ান্ত ঘটনাটিৰ পটভূমিও প্ৰায় একে—পৰ্বতীয়া হাবি। অৱশ্যে 'ফৰ্ হুম'ৰ সমগ্ৰ কাহিনী এই হাবিতেই ঘটে; 'মৃত্যুঞ্জয়'ৰ কাহিনীৰ পটভূমি কিন্তু সমগ্ৰ নগাওঁ জিলা বুলি কব পাৰি—যদিও প্ৰধানকৈ মায়ং অঞ্চলহে ইয়াৰ পটভূমি।

হেমিংওৱেৰ উপন্যাসৰ গৰিলা দলটোৰ নিৰ্দিষ্ট কাৰ্যটি যিদৰে এটি কূটাঘাতমূলক কাৰ্য, বীৰেন ভট্টাচাৰ্যৰ উপন্যাসৰ নিদিষ্ট কাৰ্যটিও

সেইদৰে এটি কূটাঘাতমূলক কাৰ্য। তথাপি কিন্তু দুয়োটা দলৰ আদৰ্শ একে নহয়। 'ফৰ্ হুম্ দা বেল্ ট'ল্চ'ত গৰিলা দলটোক মূল ৰিপাব্লিকান দলটোৱেই দলং ভাঙি দিয়া কামটো কৰিবলৈ নিৰ্দেশ দিছে। 'মৃত্যুঞ্জয়'ৰ গৰিলা দলটোৰ লোকসকল মূল দল কংগ্ৰেছৰেই হ'লেও আনহাতে, কংগ্ৰেছৰ অহিংস আদৰ্শৰ পৰা এই দলৰ হিংসাত্মক আদৰ্শ সম্পূৰ্ণ ভিন্ন। এই দলটোৱে এই কূটাঘাতমূলক কাৰ্যত সেই বাবে কংগ্ৰেছৰ নিৰ্দেশ নোহোৱাকৈয়েই ব্ৰতী হৈছে। অহিংস আদৰ্শৰ এটা দলৰ লোকে হিংসাত্মক কাৰ্যত ব্ৰতী হোৱাত এই দলৰ দলপতি গোঁসাই নৈতিক দ্বন্দ্বৰ সন্মুখীন হৈছে; আৰু এই দ্বন্দ্বটোৱেই উপন্যাসখন উচ্চ পৰ্যায়লৈ তোলাত বহু পৰিমাণে সহায় কৰিছে। গতিকে ভট্টাচাৰ্যৰ উপন্যাসৰ চূড়ান্ত ঘটনাটি হেমিংওৱেৰ উপন্যাসৰ চূড়ান্ত ঘটনাটিৰ অনুকৰণ হোৱা স্বত্বেও ইয়াতো ভট্টাচাৰ্যৰ নিজস্ব প্ৰতিভাৰ স্বাক্ষৰ আছে।

আনহাতে এই দুই উপন্যাসৰ এই দুই চূড়ান্ত দৃশ্যৰ কিছুমান সৰু সুৰা কথাত ধৰা পৰা বিশেষ মিলে ভট্টাচাৰ্যৰ উপন্যাসৰ এই কথাবোৰ হেমিংওৱেৰ উপন্যাসৰ অনুকৰণৰূপেই চিহ্নিত কৰি ৰাখিব। ৰেল বগৰোৱা অভিযানত কৃতকাৰ্য হৈয়ো শত্ৰুৰ গুলীত আহত হৈ মৃত্যুৰ ক্ষণ গণা ধনপুৰৰ শাৰীৰিক আৰু মানসিক অৱস্থা দলং ভাঙি দিয়া কাৰ্যত কৃতকাৰ্য হৈয়ো শত্ৰুৰ গুলীত আহত হৈ মৃত্যুৰ ক্ষণ গণা ৰবাৰ্ট জৰ্ডানৰ শাৰীৰিক আৰু মানসিক অৱস্থাৰ লগত একে। 'ফৰ্ হুম্ দা বেল্ ট'ল্চ'ত ডিনামাইটৰ সহায়ত দলং বগৰোৱাৰ লগে লগে জৰ্ডানৰ বাওঁ ভৰিটোত শত্ৰু পক্ষৰ গুলী লাগে। তেনে অৱস্থাত এয়া ৰবাৰ্ট জৰ্ডানৰ শাৰীৰিক আৰু মানসিক অৱস্থা :

> তাৰ পিছত পাছলৈ ঘূৰি দলঙৰ পিনে চাওঁতেই দেখিলে, ৰাস্তাৰ ওপৰত থকা সেই মটাম্লা বৰণৰ গধুৰ আপচু টেংকৃথনৰ পৰা জুইৰ ফিৰিঙতি ওলাইছে। কিন্তু এইবাৰ হোঁচ হোঁচ শব্দ মুশুনিলে—মাত্ৰ পালে এটা উৎকৎ গোন্ধ, আৰু লগতে শুনিলে জনজনাই যোৱা এটা প্ৰকাণ্ড শব্দ—যেন এটা বয়লাৰহে ফাটি ছিৰাছিৰি হ'ল। ......

তেওঁ লৰচৰ কৰিব নোৱাৰা হ'ল, এনে নহয়। তেওঁ সোঁকালে কোনোমতে যাব পাৰিছে। কিন্তু সোঁহাতে গ'লেও যোঁৱাৰ হলত চেপেটা খাই থকা তেওঁৰ বাওঁ ভৰিটো একেবাৰে অচল হৈ পৰি আছে। তেওঁৰ ধাৰণা হ'ল, ভৰিটোত যেন এটি নতুন সাঁফিৰ উদ্ভৱ হৈছে,—উকৰ সাঁফি নহয়, আন এটা সাঁফি—যিটো কজাৰ দৰে ইফালে সিফালে ঘূৰে; কি হৈছে তেওঁ লাহে লাহে গম পালে। (বীৰেন ভট্টাচাৰ্যৰ অনুবাদ, পৃ. ৫৯৬)

পিছলৈ ঠেটেলা খাই যোৱা ভৰিখন লৈ জৰ্ডানে নিজে নিজে ভাবিছে এনেদৰে:

মৰিব লাগিব বুলি যদি জানিছাই,—তেনেহলে মৰিবলৈ ভয় কিহৰ? কি কোৱা? ওহোঁ, সঁচাই, ভয় কৰিবলৈ একো নাই। এই স্নায়ুবোৰ ঠেটেলা খাই যোৱাটো বৰং ভালেই হৈছে। হাড় য'ত ভাগিছে—তাৰ তলৰ ছোৱাত কিবা আছে বুলি মই ধৰিব পৰা নাই। (পৃ. ৬০৬)

ইয়াৰ বিপৰীতে, 'মৃত্যুঞ্জয়'ত ধনপুৰে ভৰিত আঘাত পোৱা অৱস্থাৰ বিৱৰণ তুলনাৰ যোগ্য:

সি ওপৰলৈ উঠি গৈ আছে। হঠাতে সোঁভৰিটো ভাগি যোৱা যেন পালে। খুব যন্ত্ৰণা হৈছে। ভৰিটো লৰচৰ কৰিব পৰা নাই। অঁ, এটা শব্দও আহি কাণত পৰিছেহি। গুলীৰ শব্দ। (প্ৰথম সংস্কৰণ, পৃ. ১৮২)

ইয়াৰ কিছু পিছত এয়া ধনপুৰৰ অৱস্থা:

সোঁ ভৰিটোৰ কলাফুলটো অৱশ্যে যন্ত্ৰণাত লৰচৰ কৰিব নোৱাৰা হৈছিল। (কষ্টত) মুখখন কলা পৰি গ'ল। কিন্তু তাৰ ইচ্ছা শক্তি অদম্য আছিল। ওপৰ পাবলৈ মাথোন আৰু এটা চিপৰ দৰ্কাৰ। সি জৰীডালত ধৰি পুনৰ বগুৱা বাবলৈ ধৰিলে। এইবাৰ ভৰি চোচোঁৰা খাই গ'ল। কিন্তু সি কোনো ৰকম ওপৰ পালে গৈ। ওপৰ পোৱাৰ লগে লগে

তাৰ সৌভবিষ্যৎ নাই যেন বোধ হ'ল। (পৃ. ১৮৫-১৮৬)

এই অৱস্থাত উপন্যাস দুখনিৰ দুয়োটি চৰিত্ৰৰ নিজৰ নিজৰ প্ৰেমিকাৰ মনত পৰিছে—যদিও কিছু ভিন্ন ৰূপত। একে অৱস্থাতে আকৌ সম্পূৰ্ণ একে ৰূপত দুয়োৱে অনুভৱ কৰিছে, পৃথিৱীখনৰ প্ৰতি এক দুৰ্বাৰ আকৰ্ষণ। এয়া ৰবাৰ্ট জৰ্ডানৰ অনুভূতি: "পৃথিৱীখন বৰ ধুনীয়া ঠাই—ইয়াৰ কাৰণে যুঁজ কৰি ভাল লাগে। এনেহেন ধুনীয়া পৃথিৱী এৰি যাবলৈ টান।" (পৃ. ৬০৬) আৰু এয়া ধনপুৰৰ অনুভূতি: "আকৌনো এই সংসাৰলৈ ক'ত আহিব সি? পিচে আকৌ ৰাতিপুৱাৰ বেলি জানো সি দেখা পাব?" (পৃ. ২১৪)

মূঠৰ ওপৰত কাহিনীৰ জুমুধি আৰু প্ৰধান চৰিত্ৰ বিশেষৰ ভাত নিৰ্দিষ্ট ভূমিকা আৰু তাৰ পৰিণতি দুয়োখন উপন্যাসতে একেই। তৎস্বত্বেও ধনপুৰো জৰ্ডানৰ অবিকল নকল নহয়; আৰু 'মৃত্যুঞ্জয়'ৰ কাহিনীও 'ফৰ্ হুম'ৰ কাহিনীৰ অবিকল নকল নহয়। বৰং বীৰেন ভট্টাচাৰ্যাৰ 'মৃত্যুঞ্জয়' হেমিংওৱেৰ তেওঁৰ ওপৰত পৰা এটা সুখকৰ প্ৰভাৱৰ ফল। কিয়নো, কাহিনীৰ জুমুধি, প্ৰধান চৰিত্ৰ বিশেষৰ পৰিকল্পনা আদি হেমিংওৱেৰ 'ফৰ্ হুম্ দ্য বেল্ ট'ল্‌চ'ৰ পৰা ধাৰ কৰা হ'লেও, ইয়াৰ সহায়ত ভট্টাচাৰ্যই আমাৰ স্বাধীনতা আন্দোলনৰ আটাইতকৈ গুৰুতৰ কালছোৱাৰ এটি পৰিস্থিতি অসমীয়া বৈষ্ণৱ পৰম্পৰাৰ সমসাময়িক সমাজখনৰ পটভূমিত অতি সুন্দৰকৈ ফুটাই তুলিব পাৰিছে। বৈষ্ণৱ পৰম্পৰাৰ অসমীয়া সমাজখন আৰু ভাৰতৰ অহিংস স্বাধীনতা আন্দোলনৰ এটি বিশেষ হিংসাত্মক পৰিস্থিতিয়ে তাত কৰা প্ৰতিক্ৰিয়া—এই কথাই উপন্যাসখন পঢ়িলে পাঠকৰ মনত ইমান সুন্দৰকৈ ধৰা পৰে যে হেমিংওৱেৰ সৈতে উপন্যাসখনৰ মিলৰ কথাবোৰ সততকাই মনলৈ নাহেই।[১৪] ইয়াৰ কাহিনী কথন ৰীতিও পৰম্পৰাগত আৰু গতিকে অসমীয়া পাঠকৰ বাবে পৰিচিত।

'মৃত্যুঞ্জয়'ত অসমীয়া সমাজ আৰু ইয়াৰ বৈষ্ণৱ পৰম্পৰা প্ৰতিফলিত হোৱা বুলি কওঁতে এই কথা অৱশ্যে মনত ৰাখিব লাগিব যে ই প্ৰাথমিকভাৱে আৰু বিশেষকৈ কিন্তু বৈষ্ণৱ পৰম্পৰাৰ নগাঁওৰ সমাজখনহে

ফুটাই তুলিছে। নগাঞা পাৰ্বলীয়া লোকসকলৰ কথন-ভংগী পৰ্যন্ত এই উপন্যাসত ফুটি উঠিছে। বৰদোৱাক কেন্দ্ৰ কৰি গঢ় লোৱা নগাঞা সমাজৰ বৈষ্ণৱ পৰম্পৰা মাণিক বড়া, আহিনা কোঁৱৰ আদিৰ কথাৰ ঢং আৰু আচাৰ-ব্যৱহাৰত ধৰা পৰে। আহিনা কোঁৱৰে "কৃষ্ণক চিন্তি" বুলি কথাই কথাই উচ্চাৰণ কৰা, মাণিক বড়াই 'কীৰ্তন-ঘোষা', 'নামঘোষা'ৰ দৰে বৈষ্ণৱ গ্ৰন্থবোৰৰ পৰা কথাই কথাই উক্তি দিয়া— এনেবোৰ ভকতীয়া পৰম্পৰা-উদ্ভূত মুদ্ৰাদোষৰ ব্যৱহাৰে সমাজখনৰ প্ৰকট বৈষ্ণৱ পৰম্পৰাৰ আভাস স্পষ্ট কৰিছে। এয়া ভকতীয়া পৰম্পৰাৰ প্ৰাথমিকভাবে নগাঞা আৰু সামগ্ৰিক ভাবে অসমীয়া সমাজৰ কথা-বতৰা :

> সকলোৱে এইবাৰ মাণিক ভকতলৈ চালে। মাণিক ভকতে গাৰ কুৰ্তাটো খুলি আটিল মঙহাল দেহটো উলিয়াই দেখুৱালে, মানুহটোৰ খোপা প্ৰভু ঈশ্বৰৰ খোপাতকৈ দীঘল। জয়ৰামে সুধিলে—কোন সত্ৰৰ ভকত বুলিলে ?
>
> মাণিক বৰাই আথে-বেথে মাত লগালে—কুৰুৱাবাহিৰ।
>
> জয়ৰামে কলে—চাৰিসত্ৰৰ এখন। মই কেবাবাৰো ৰাসত গৈছিলোঁ বুজিছে। চাৰি সত্ৰৰ এখন বুলিও ধন সম্পত্তি কম, কিন্তু মান-সম্ভ্ৰম যথেষ্ট। শিচো ভৰি আছে।
>
> মাণিক বৰাই কলে—আপুনি একা ?
>
> জয়ৰামে কলে, মই ইয়াৰে।
>
> অঁ। এই সত্ৰৰে। আপোনালোক চৈতন্যপন্থী ?
>
> অঁ।
>
> তেনেতে মধু কেওটে চিঞৰিলে, আহক ভকত, গা ধোৱকহি।
>
> মাণিক ভকতে গামোচাখন কান্ধত লৈ পাছফাললৈ গ'ল গৈ। ভিভিৰামে সুধিলে, আপোনালোকে ৰাধাকো মানে হ'ব পায় ?
>
> অঁ।

কীৰ্ত্তন, দশম একা?

উৰা, নেমানিম কিয়? সকলো ভাগৱতৰ হে কথা। ভক্তিৰ প্ৰকাৰটো সামান্য বেলেগ জানিবা। —জয়ৰামে ক'লে। (পৃ. ২৬-২৭)

এয়া অন্য এটি গাৱঁলীয়া দৃশ্য:

ধনপুৰে ক'লে, মই মানুহহে ভকত নহওঁ, ভগৱান ক'ত আছে দেখা নাই। অত্যাচাৰ হ'লেও দেখা নিদিয়ে। এজনী গাভরু ছোৱালীক অত্যাচাৰ কৰা দেখি ভগৱান নোলাল। ভগৱান থাকিলেও তেওঁ কণা, নহ'লে কলা।

সকলো অবাক হ'ল। জয়ৰামে ক'লে—ই পাষণ্ডৰ দৰে কথা কৈছে। আহিনা কোঁৱৰ দোপাত কানীয়া আছিল, এতিয়া কানি এৰিছে যদিও কানীয়াৰ দৰে সদায় চকু কেইটা মুদি থাকে। তেওঁৰ বয়স চল্লিছ পঞ্চল্লিছ মান হ'ব। তেওঁ ডাঙৰকৈ চকু মেলি ক'লে—চাওঁ, এইবোৰ ক'ৰ ম্লেছ বামাচাৰী ওলালহি? কৃষ্ণ!

ভিভিৰামে ক'লে, ই বাটত ভকতৰ লগত এই বিষয়ে তৰ্ক কৰি আহিছে। (পৃ ২৮)

ইয়াৰ অলপ পিছৰ একেটা দৃশ্যৰে অন্য এটি অংশ:

ধনপুৰে এটা বিড়ী উলিয়াই ললে। সকলোৰে ডাঙৰৰ আগত বিড়ী খোৱা দেখি আহিনাৰ গা জ্বলি উঠি ক'লে, ইয়াকে বোলে অল্পবিদ্যা ভয়ংকৰী। কৃষ্ণ! দুটামান ইংৰাজী বঙলা আখৰ পঢ়ি একেবাৰে টিংখোপত উঠিছে গৈ। সিদ্ধ মুনিসবে যাক বিচাৰি ফুৰে, ই তেওঁক লঠা মাটিতে বিচাৰে। কৃষ্ণ! (পৃ. ২৯)

বিদেশী কাহিনীৰ ছাঁত লিখিত যদিও, বিদেশী উপন্যাসৰ চৰিত্ৰৰ আৰ্হিত ইয়াৰ চৰিত্ৰবিশেষ ৰচিত যদিও, এনে নিভাঁজ গাৱঁলীয়া পৰিৱেশৰ সৃষ্টিয়ে সেই অনুকৰণৰ দিশটোকো পাঠকৰ তেনেই চিনাকি কৰি তুলিব পাৰিছে।

সি যি কি নহওক, উপন্যাসখনৰ বিষয়বস্তুলৈ আহোঁহক। এনে এক হাড়ে হিমজুৰে অসমীয়া পৰম্পৰাৰ সমাজতো সৰ্বভাৰতীয় ইতিহাসে আচোৰ পেলায়। গান্ধীৰ নেতৃত্বত গঢ়ি উঠা সৰ্বভাৰতীয় স্বাধীনতা আন্দোলনে এই সমাজকো চোৱেছি। উদাহৰণ স্বৰূপে, ধনপুৰে ঈশ্বৰ নামানোঁ বুলি কোৱা আৰু ডাণ্ডৰৰ আগত বিড়ি খোৱা কথাত আহিনা কোঁৱৰৰ যি তৰ্জন গৰ্জনৰ উক্তি ওপৰত দিয়া হ'ল, তাৰেই এয়া ওপৰঞ্চি অংশ :

> বগা বণ্ডালখনে আহি স্কুল-কাছাৰী পাতি বন্দী—মেলেছ স্থষ্টি কৰিলে। ইহঁতক তুৰন্তে নেখেদিলে নহ'ব। কৃষ্ণ! কৃষ্ণ! উস্ কটা ভগৱান নাই বুলি কয়, কৃষ্ণক চিন্তি—তোক মই হাতে হাতে দেখুৱাব পাৰোঁ ঈশ্বৰক। (পৃ. ২৯)

গোটেই উপন্যাসখনেই দৰাচলতে এখন গভীৰ ধৰ্মীয় পৰম্পৰাত বুৰ গৈ থকা সমাজ স্বাধীনতা আন্দোলনৰ ৰাজনীতিত কেনেকৈ নিমজ্জিত হ'ল, তাকেই দেখুৱাইছে। এই প্ৰাচীন ধৰ্মনিষ্ঠ সমাজখনৰ ধৰ্মৰ পৰা ৰাজনীতিলৈ যি ত্বৰান্বিত পৰিক্ৰমা, তাৰ মূলতে আছিল গান্ধীৰ চুম্বক শক্তিসম্পন্ন নেতৃত্ব, তেওঁৰ আদৰ্শৰ যাদুকৰী প্ৰভাৱ। ধৰ্মীয় সমাজখনে গান্ধীক নেতা হিচাপে লওঁতে গান্ধী তেওঁলোকৰ বাবে স্বাভাৱিকতে হৈ উঠিল অন্য এক অৱতাৰ। এনে এখন গ্ৰাম্য, সৰল, ধৰ্মীয় সমাজে গান্ধীক এক অৱতাৰ বুলি তেওঁৰ নেতৃত্বত স্বাধীনতা আন্দোলনত অৱতীৰ্ণ হোৱাৰ কথা ভাৰতীয় ইংৰাজী ঔপন্যাসিক ৰাজা ৰাওয়েও 'কণ্ঠপুৰ' (১৯৩৮) উপন্যাসখনত দেখুৱাইছে। অৱশ্যে 'কণ্ঠপুৰ'ত দেখুওৱা স্বাধীনতা আন্দোলন সম্পূৰ্ণৰূপে গান্ধীবাদী, অহিংস স্বাধীনতা আন্দোলন। ১৯৩০ চনত গান্ধীয়ে নিমখ আইন অমান্য কৰি দাণ্ডি যাত্ৰা কৰা সময়ৰ এখন গাঁৱৰ সেই আন্দোলন। 'মৃত্যুঞ্জয়'ত চিত্ৰিত কৰা স্বাধীনতা আন্দোলন আনহাতে ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ পৰিপ্ৰেক্ষিতত গান্ধী, নেহৰুৰ পৰা আৰম্ভ কৰি সমগ্ৰ দেশৰ নেতৃবৰ্গক বুটিছ চৰকাৰে জেলত সুমুৱাই থোৱাৰ ক্ষোভত মূল অহিংস আন্দোলনৰ সূঁতি স্বৰূপে যি হিংসাত্মক কাৰ্য

চাৰিওপিনে নেতৃবিহীন দেশপ্ৰেমিক জনসাধাৰণে সংঘটিত কৰিছিল, সেই হিংসাত্মক আন্দোলনৰ অসমৰ স্মৃতিটোৰহে এটি চিত্ৰণ। ইয়াক ফুটাই তোলা হৈছে এখন জিলাৰ এটি অঞ্চলৰ বৈষ্ণৱ পৰম্পৰাৰ কেতবোৰ গান্ধীৰ অনুগামী লোকে এটি বিশেষ হিংসাত্মক কাৰ্যত লিপ্ত হোৱা এটি ঘটনাৰ মাজেদি।

গান্ধীৰ অহিংস আন্দোলনৰ মুঁজাক যদিও, গান্ধী মহাত্মাৰ পৰা আৰম্ভ কৰি জিলা পৰ্যায়ৰ নেতাসকললৈকে যেতিয়া সকলো নেতাকে বৃটিছ চৰকাৰে ১৯৪২ চনৰ আগষ্ট মাহৰ আঠ তাৰিখে 'ভাৰত-ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰাৰ পিছতেই জেলত ভৰাই থলে, স্বাধীনতাকামী জনসাধাৰণে তাক সহ্য কৰিব নোৱাৰি নেতৃবিহীন অৱস্থাত ৰেল বগৰোৱা, দলং ভঙা, চৰকাৰী সম্পত্তিত জুই দিয়া বা তাক নষ্ট কৰা আদি হিংসাত্মক কাৰ্যত নামি পৰিল। ভাৰতৰ বিভিন্ন ঠাইত হোৱাৰ দৰে অসমৰ বিভিন্ন ঠাইতো এনে কাৰ্য সংঘটিত হৈছিল। এই কালছোৱাৰ এনে হিংসাত্মক আন্দোলনৰ প্ৰথম সাৰ্থক অসমীয়া উপন্যাস হ'ল পশুপতি ভৰদ্বাজৰ 'ৰঙা ৰঙা তেজ' (১৯৬৮)[১৯]। এই কালছোৱাৰ এই আন্দোলনৰ দ্বিতীয় সাৰ্থক আৰু উচ্চতৰ পৰ্যায়ৰ অসমীয়া উপন্যাস হ'ল 'মৃত্যুঞ্জয়'। ১৯৪২ চনৰ ৮ আগষ্টত বোম্বাইত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত যি ভাৰত-ত্যাগ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল, তাৰ প্ৰতিক্ৰিয়া অসমত কি হৈছিল, তাৰ বাবে আমি কেশৱ নাৰায়ণ দত্তৰ 'লেণ্ড্মাৰ্ক্চ্ অব্ দি ফ্ৰীডম্ ষ্ট্ৰাগ্ল্ ইন্ এছাম্' গ্ৰন্থ (২য় সংস্কৰণ, পৃ. ৯৭) চাব পাৰোঁ। ৮ আগষ্টৰ পিছদিনাই অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি মহম্মদ তৈয়বুল্লা, ফকৰুদ্দিন আলি আহমদ, বিষ্ণুৰাম মেধি, দেৱেশ্বৰ শৰ্মা, ডঃ হৰেকৃষ্ণ দাস, লীলা বৰুৱাকে আদি কৰি সকলো আগশাৰীৰ নেতাকে অসমত গ্ৰেপ্তাৰ কৰিছিল। বোম্বাইৰ সেই ঐতিহাসিক কংগ্ৰেছ অধিবেশনত যোগ দিবলৈ যোৱা গোপীনাম বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাক উভতি আহোঁতে বাটতে ধুবুৰীত গ্ৰেপ্তাৰ কৰিছিল। সৰ্বভাৰতীয় নেতাসকল গ্ৰেপ্তাৰ হৈছিল প্ৰস্তাৱ গ্ৰহণৰ দিনাখনেই ৰাতি। এনে অৱস্থাত

বৃটিছক ভাৰত ত্যাগ কৰিবলৈ দিয়া প্ৰস্তাৱটো গ্ৰহণ কৰাত বাহিৰে তাক কাৰ্য্যকৰী কৰিবলৈ কোনো কাৰ্যপন্থা নেতাসকলে গ্ৰহণ কৰিব নোৱাৰিলে। সেয়েহে জনসাধাৰণে গান্ধীৰ "কৰিম নাইবা মৰিম" মন্ত্ৰ সাৰোগত কৰি যিয়ে যেনেকৈ পায় তেনেকৈ বৃটিছক ভাৰত ত্যাগ কৰোৱাত ব্যস্ত হ'ল। ইয়াৰ ফলতেই সংঘটিত হ'ল সমগ্ৰ ভাৰতত অজস্ৰ হিংসাত্মক কাৰ্য। 'মৃত্যুঞ্জয়' উপন্যাসৰ ৰেল আলিৰ ফিচ্‌প্লেট খুলি ৰেল বগৰোৱা কাৰ্যও এই অৱস্থাৰেই বহুতো হিংসাত্মক কাৰ্যৰ এটি। এই কাৰ্য নগাওঁ জিলাৰ জাগীৰোড অঞ্চলত সচাঁসঁচিকৈয়েই সংঘটিত হৈছিল।

উপন্যাসখনত সমসাময়িক আৰু ঐতিহাসিকভাবে সত্য বহুতো ঘটনাৰ বিৱৰণ আৰু উল্লেখ আছে। এইবোৰে উপন্যাসখনত বাস্তৱ পৰিবেশ এটিৰ ( verisimilitude ) সৃষ্টি কৰাত সহায় কৰিছে। বাৰপূজীয়াত তিলক ডেকাই কেনেকৈ নিজৰ কৰ্তব্য কৰি মিলিটাৰীৰ হাতত প্ৰাণ এৰিলে (পৃ. ৯), কামপুৰত ভোগেশ্বৰী ফুকননী, ঠগীৰাম সূত আৰু লক্ষ্মী হাজৰিকা কেনেকৈ মৃত্যুৰ মুখত পৰিল (পৃ. ৪২-৪৩), ব্ৰজ শৰ্মাই কেনেকৈ সৰভোগৰ সামৰিক ঘাটি জ্বলাই দিলে (পৃ. ৫০), কামৰূপৰ বিহাবাৰীৰ ৰাজহুৱা সভাত মদন আৰু ৰাউতা কেনেকৈ পুলিচৰ গুলীত নিহত হ'ল (পৃ. ৫০-৫১), গহপুৰত কনকলতা (পৃ ৭৪) আৰু ঢেকিয়াজুলিত তিলেশ্বৰীক (পৃ ৭৫) কেনেকৈ পুলিচে মাৰিলে, সৰু পথাৰৰ ৰেল দুৰ্ঘটনাৰ বাবে কুশলকোঁৱৰক দোষী সাব্যস্ত কৰি কেনেকৈ ফাঁচী দিলে ( পৃ. ৮০ ), গোৱালপাৰাত নিধন কোচৰ বধ (পৃ. ৮০), কাৰাগাৰত কমলা মিৰিৰ মৃত্যু বৰণ (পৃ. ১৩৫)— স্বাধীনতা আন্দোলনৰ চূড়ান্ত পৰ্য্যায়ৰ সময়ছোৱাত অসমত ঘটা এই আটাইবোৰ বাস্তৱ ঘটনা উপন্যাসখনৰ পাতলৈ আনি এই ৰাজনৈতিক উপন্যাসখনৰ কাহিনীটোৰ ৰাজনৈতিক পটভূমি নিৰ্মাণ কৰা হৈছে। লেখকে বেছ কৌশলেৰে এইবোৰ ঘটনা উপন্যাসখনৰ পাতলৈ আনিছে। এইবোৰ হয় কোনো চৰিত্ৰৰ চাক্ষুষ অভিজ্ঞতালৈ আনি তেওঁৰ হতুৱাই এইবোৰৰ বিৱৰণ দিয়াইছে, নাইবা এইবোৰ সমসাময়িক

ৰাজনৈতিক পৰিস্থিতিৰ কোনোজনে আগবঢ়োৱা পৰ্য্যালোচনা হিচাপে কাহিনীত স্থান পাইছে। এইবোৰৰ মাজেদি বৃটিছ শাসকসকলৰ কলংকিত দমন কাৰ্য্য আৰু আনপিনে স্বাধীনতা যুঁজাৰুসকলৰ চৰম ত্যাগৰ আদৰ্শও অংকিত হৈছে।

সমসাময়িক ভাৰতীয় ৰাজনৈতিক আৰু লগতে আন্তৰ্জাতিক পৰিস্থিতিৰ আভাসো উপন্যাসখনত কলাৰ ৰূপত দাঙি ধৰা হৈছে। এয়া মহদানন্দ গোঁসাইৰ মুখত আন্তৰ্জাতিক পৰিস্থিতিৰ কথা :

> ইংৰাজৰ অৱস্থা বেয়া। জাপানে কাবু কৰি আনিছে। ইহঁতি যেনেকৈ পলাইছে, অসম এৰি যাবলৈ আৰু বেছি দিন নাই। আমি জাপানীৰ তলতো থাকিব নোৱাৰোঁ। গতিকে নিজৰ গৰিলা ফৌজ কৰি স্বাধীন চৰকাৰ পাতিব লাগিব। শুনিছোঁ সুভাষ বসুও আহিছে আই. এন. এ. লৈ। (পৃ. ৩৫)

স্বাধীনতা যুঁজত অৱতীৰ্ণ হোৱা অসমীয়া জনসাধাৰণৰ মাজত গান্ধীৰ নাম যদিও মুখে মুখে বুলি উপন্যাসখনত দেখুৱাই বাস্তৱতা ৰক্ষা কৰা হৈছে, সেইদৰে সৰ্বভাৰতীয় নেতা জৱাহৰলাল আৰু অসমৰ নেতা গোপীনাথ বৰদলৈৰ নাম মানুহৰ মুখে মুখে দিয়া কিন্তু হোৱা নাই। দৰাচলতে জৱাহৰলাল আৰু গোপীনাথ বৰদলৈৰ নামো একে সময়ত অসমত মানুহৰ মুখে মুখে আছিল। আনহাতে অসমত তুলনামূলকভাবে সেই সময়ত কম পৰিচিত কংগ্ৰেছৰ ছচিয়েলিষ্ট দলৰ নেতা জয়প্ৰকাশ নাৰায়ণ আৰু ৰাম মনোহৰ লোহিয়াৰ উল্লেখ একাধিকবাৰ কৰা হৈছে। (পৃ. ১৮, ১৪০, ২০৬)

অৱশ্যে এইকেইগৰাকী প্ৰধান নেতাৰ ক্ষেত্ৰত এনে ঘটিছে যদিও, অন্য কিছুমান বাস্তৱলোকৰ, বিশেষকৈ নগাৱঁৰ অন্য কেতবোৰ সমসাময়িক বা অতীতৰ নেতাৰ বা শ্ৰদ্ধেয় ব্যক্তিৰ উল্লেখ কিতাপখনত বিস্তৰ। এইবোৰেও পৰিস্থিতিত বাস্তৱতা দান কৰিছে। এই লোকসকলৰ নাম পোনে পোনে ব্যৱহাৰ নকৰি হয় তেওঁলোকৰ উপাধি মাথোন, নহয় তেওঁলোকৰ নামৰ সামান্যভাবে পৰিৱৰ্তিত কোনো ৰূপ

ব্যৱহাৰ কৰা হৈছে। কিন্তু পাঠকৰ বুজিবলৈ অসুবিধা নহয় যে ভূঞা মানে নগাৱঁৰ বিখ্যাত কংগ্ৰেছী নেতা হলধৰ ভূঞা, ডা. বৰুৱা মানে ভুৱনেশ্বৰ বৰুৱা—ইত্যাদি। গুণাভিৰাম বৰুৱাৰ নাম অৱশ্যে একে আৰু সম্পূৰ্ণ ৰূপতেই ৰখা হৈছে। নগাঞা জন-মানসত 'ছোট চাহাব' গুণাভিৰাম বৰুৱাই এৰি যোৱা প্ৰভাৱৰ অংকন কিতাপখনত বেছ মনোৰম। (পৃ. ১২৩) এনে প্ৰভাৱশীল লোক বা নেতাসকলৰ সঘন উল্লেখে ইতিহাসৰ অ'ত ত'ত ঘটা সামান্য বিকৃতিক ঢাকি ৰখাত সহায় কৰিছে। আনহাতে গান্ধীৰ প্ৰতি অসমীয়া মানুহৰ ভক্তি, ভালপোৱা, আনুগত্য, বিভিন্ন চৰিত্ৰৰ কথা-বতৰা আৰু আচৰণৰ মাজেদি এনে সুন্দৰকৈ প্ৰকাশিত হৈছে যে ই সেই ঢাক খাই থকা বিকৃতিৰ ওপৰত বাৰ্ণিছৰ প্ৰলেপ হিচাপে কাম কৰিছে।

এয়া বাইজৰ ওপৰত গান্ধীৰ প্ৰভাৱৰ আভাস তথা কাহিনীত বৰ্ণিত নগাৱঁৰ স্বাধীনতা আন্দোলনৰ ছবি : কামপুৰৰ ওচৰত কংগ্ৰেছৰ কাৰ্যসূচীমতে শান্তিসেনাৰ কাম চলি আছে। কামপুৰ হাইস্কুলত কংগ্ৰেছ পতাকা উত্তোলন কৰি বিদ্ৰোহ প্ৰদৰ্শন কৰা হ'ল। পতাকা উত্তোলন কৰিলে ধনপুৰ লস্কৰ বোলা ডেকা ছাত্ৰ এজনে। তেওঁৰ সাহসৰ বাবেই তেওঁক শান্তি সেনাত ভৰ্তি কৰোৱা হ'ল; আৰু মহাত্মা গান্ধীৰ "কৰিম বা মৰিম" পণ লোওৱা হ'ল। বিপ্লৱ দমনৰ বাবে কামপুৰত পুলিচৰ অত্যাচাৰ হোৱা সময়ত দুজন বয়সস্থ স্বাধীনতা যুঁজাৰু ভিভিৰাম আৰু মাণিক বড়াৰ লগত তেওঁ কামপুৰ এৰি মায়ঙৰ পিনে গৈ আছে। মাণিক বড়াৰ বিষয়ে আৰু ধনপুৰ আৰু ভিভিৰামৰ আগত তেওঁ কোৱা কথাৰ বিষয়ে লেখকে লিখিছে, "মাণিক বড়া ভকত; কথাই কথাই প্ৰহ্লাদৰ কথা কয়। নৃসিংহৰ দৰেই এই যুগতো দৰিদ্ৰ নাৰায়ণৰ অৱতাৰ হৈছে। সেই অৱতাৰ তাৰ মতে গান্ধী।...... গান্ধীয়ে আমাক বাট কাটি দিছে, আমি মাত্ৰ যাব লাগে।" (পৃ. ৮)

মায়ং অঞ্চলৰ এজন সাধু, হোজা লোক মধু সেই অঞ্চলৰ কংগ্ৰেছ সভাপতি, দৈপাৰা সত্ৰৰ মহানন্দ গোঁসাইৰ আজ্ঞামতে আন্দোলনত

নামিছে আৰু গোসাঁইৰ কল্পিত বেল বগবোৱা কাৰ্যত লিপ্ত হৈছে। বেল বগবোৱাৰ দৰে ৰক্তাক্ত কাৰ্যত লিপ্ত হ'বলগীয়া হোৱাত এয়া এই লোকজনৰ মানসিক সংঘাত "মহাপুৰুষে কৈ গৈছে—'কুকুৰ শৃগাল গৰ্দভৰো আত্মা ৰাম, জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।' মহাত্মাই জেলৰ বাহিৰত থকা হ'লে এনে কাম কেতিয়াও কৰিবলৈ নিদিলে-হেঁতেন।…গোঁসাইক সি দেৱতা মনা দি মানি আহিছে, আজিও মানিব। কিন্তু জীৱবধৰ ভয়ত তাৰ আত্মা কঁপি উঠিছে।" (পৃ. ৪৫)

অসমীয়া বৈষ্ণৱ আদৰ্শৰ সৈতে মহাত্মা গান্ধীৰ আদৰ্শ কিদৰে অসমীয়া গ্ৰাম্য সমাজত এক হৈ দেখা দিছিল, ই তাৰ এক উদাহৰণ। অসমীয়া সমাজত গান্ধীৰ প্ৰভাৱৰ কাৰণো ইয়াৰপৰা আৰু ওপৰৰ মাণিক বড়াই গান্ধীক দৰিদ্ৰ নাৰায়ণ ৰূপত দেখা কথাৰপৰা বুজা যায়। কিছু সময়ৰ এনে মানসিক দ্বন্দ্বৰ পিছত মধু নামৰ এই গাৱঁলীয়া সৰল লোকজনে গোসাঁইক এৰাব নোৱাৰি তেওঁৰ আজ্ঞা মানিবলৈ সিদ্ধান্ত লৈও ভাবিছে, "এইটো কাম গান্ধীৰ সত্যাগ্ৰহ নহয়; এইটো কাম জীৱবধৰ কাম।" (পৃ. ৪৬)

বেল বগবোৱা অভিযানত দৈপাৰা আৰু মায়ং এৰি যাব খোজা সময়ত গোসাঁইৰ মাহঁতৰ "ৰজা" বাণেশ্বৰৰ লগত মতদ্বৈধ হ'লত এয়া বাণেশ্বৰে কোৱা কথা: "তোমালোকৰ অতপালি সহিবলৈ কংগ্ৰেছত যোগ দিয়া নাছিলোঁ। গান্ধী মহাত্মাৰ কথা শুনিহে দিছিলোঁ। এতিয়া তোমালোকে গান্ধীৰ পথ এৰি আনৰ পথ ধৰিছা। তোমালোকে হিংসাৰ পথ লৈছা।" (পৃ. ৭৮)

গোসাঁয়ে নিজে যেতিয়া গাওঁ আৰু ঘৰ এৰি আগ বাঢ়িল হিংসাত্মক অভিযানটোত, তেতিয়া তেওঁৰ মনো সংঘাতময় হৈ পৰিল; তেনে অৱস্থাত মহিলা স্বাধীনতা-সংগ্ৰামী কলীবাইয়ে তেওঁক উৎসাহ দিছে এই বুলি:

> মোৰ সোণামুৱাহঁতক বিপ্লৱৰপৰা বিৰত কৰে বুলি মোৰ ভয় লাগিছিল। মহাত্মাক লগ পাবৰে পৰা সূতা কাটিছোঁ। আজি পুৱাও ভিমিৰ লগত বহি সূতা কাটিছোঁ। এড়ালো

> সূতাত আউল লগা নাই। তোমালোকৰ সূতা কটাৰ অভ্যাস নাই। সেই বাবেই মনত আউল লাগিছে, বুজিছা। (পৃ. ১৬৭)

মহদা গোসাঁইৰ গুপ্ত অভিযানৰ সমলো কথাৰ বুজ পোৱা লয়ৰাম খোলা এজনৰ গোসাঁইৰ দলৰ প্ৰতি আনুগত্যত সন্দেহ হ'লত, গোসাঁইৰ দলে তেওঁক মাৰি পেলোৱাৰ কথা চিন্তা কৰিলে। কিন্তু একালে বৈষ্ণৱ আৰু আনফালে গান্ধীবাদী এই লোকসকলে মানুহ মৰাৰ কথা ভাবিব নোৱাৰে :

> আহিনাই শাস্ত্ৰ, ভগৱান (?), গান্ধীৰ উদ্ধৃতি দি লয়ৰামক প্ৰাণে নেমাৰিবৰ বাবে সকলোকে খাটিছিল। সেই আকুতিত মাণিক বড়াৰ মনো গলি গৈছিল। (পৃ. ১৩৪)

বেল বগৰোৱা অভিযানৰ নেতা মহদা গোসাঁই গান্ধীৰ পৰম ভক্ত হৈয়ো, জীৱই শিৱ আদৰ্শৰ নৈষ্ঠিক বৈষ্ণৱ হৈয়ো, স্বাধীনতাৰ পথ চমু কৰাৰ বাবে হিংসাত্মক কাৰ্যত অৱতীৰ্ণ হৈছে— অন্ততঃ গান্ধী প্ৰমুখ্যে নেতাসকলক জেলত থোৱাৰ প্ৰতিক্ৰিয়াত। কিন্তু বেলখন সঁচাই যেতিয়া বগৰোৱা হ'ল, বেল আলিৰ পহৰাদাৰ সৈনিকক গুলীয়াই হত্যা কৰা হ'ল, গান্ধীবাদী, বৈষ্ণৱ গোসাঁইৰ মনতো তেতিয়া আত্মদ্বন্দ্বই চূড়ান্ত অৱস্থা পাইছে। আনহাতে তেওঁৰে অনুগামী ডেকা ৰূপনাৰায়ণৰ আৰু গোসাঁইৰ এয়া কথা-বাৰ্তা :

> মানুহ নেমাৰিনো ক'ত কোনে যুঁজ কৰিছে পৃথিৱীত? গোসাঁয়ে ঘপকৰে উত্তৰ দিলে, কিয় গান্ধীয়ে?
>
> ... ... ...
>
> ৰূপনাৰায়ণে একো উত্তৰ নিদিলে। গান্ধীৰ কথা শুনালেই তাৰ খং উঠে। মানুহজন সৎ দেৱতাৰ দৰে। কিন্তু মানুহৰ মুক্তিৰ যুঁজ অহিংসাৰে নহয়। হোৱা হ'লে ইমান দিনে স্বাধীনতা পালেহেঁতেন ভাৰতে। কিন্তু ভাৰতে স্বাধীনতা নাপালে। কাৰণ মহাত্মা গান্ধী নহয়নে? সুভাষ বসুৰে

ঠিক কথা কৈছে। যুদ্ধ কৰিব লাগিব। জয়প্ৰকাশ-লোহিয়াই আচল বাট দৰ্শাইছে। (পৃ. ২০৬)

পিছে ৰূপনাৰায়ণে ইমানৰ পিছতো গান্ধীৰ প্ৰতি সম্মান বিসৰ্জন দিব পৰা নাই :

> তথাপি দেখোন বিবেকে মনা নাই। ঠিকেইতো— গান্ধীয়েতো তাকেই কৈ গ'ল আমাক— এতিয়া এই মুহূৰ্তৰ পৰা হিংসা এৰা। এই মুহূৰ্তৰপৰা প্ৰেমৰ সংগ্ৰাম আৰম্ভ কৰা।
>
> অসম্ভৱ।
>
> গান্ধীজী মহান। কিন্তু এজন মহান হ'লে বাকী সকলোবোৰ ভাল হৈ নেয়ায় নহয়।
>
> কিন্তু তাত আকৌ কিন্তু— (পৃ. ২০৬-২০৭)

গান্ধীৰ প্ৰভাৱ অসমত বিস্তৰ আৰু গভীৰ আছিল যদিও, গান্ধীৰ আদৰ্শক আওকাণ কৰি এচাম লোকে কেনেকৈ হিংসাত্মক কাৰ্যত লিপ্ত হ'ব পাৰিছিল, এই মানসিক সংঘাতৰ প্ৰকাশৰপৰা তাক ভালকৈ বুজিব পাৰি। ৰূপনাৰাণৰ দৰে লোকসকলেই সেই সময়ত অসমত বাস্তৱিক ভাবে যিবোৰ হিংসাত্মক কাৰ্য সংঘটিত কৰিছিল (উপন্যাসৰ কেন্দ্ৰীয় ৰেল বগৰোৱা ঘটনাটোৰ বাহিৰেও), সেইবোৰৰ বহুতৰেই হয় উপন্যাসখনত উল্লেখ আছে, নহয় বিৱৰণেই স্থান পাইছে। যেনে— কামপুৰৰ মালবাহী ৰেল বগৰোৱা ঘটনা (পৃ. ৩)। ইয়াৰ লগে লগে বা প্ৰতিক্ৰিয়াত আকৌ বৃটিছে যিবোৰ উৎপীড়ণ বা হিংসাত্মক কাৰ্য কৰিছিল, সেইবোৰো উল্লেখ বা বিৱৰণ বিস্তৰ। তিলক ডেকা, ভোগেশ্বৰী, কনকলতা আদিৰ মৃত্যুৰ বিৱৰণৰ কথা আগতে কৈ অহা হৈছে। তাত বাহিৰে তুলনামূলকভাবে কম পৰিচিত অথচ ঐতিহাসিক-ভাবে সত্য নগাওঁ জিলাৰ এনে ঘটনা উপন্যাসখনত বিস্তৰ ভাবে আছে। যেনে—জোঙাল বলহু গড়ত গুণাভি বৰদলৈৰ হত্যা (পৃ. ৩২) হেম পাতৰ, কানাই (কলাই? —কৰুণানন্দ দত্তৰ পূৰ্বোল্লিখিত গ্ৰন্থ, পৃ. ১৩৯ দ্ৰষ্টব্য) কোচ আদিৰ হত্যা (পৃ. ১৯) অথবা কামপুৰৰ

জনজাতিয়াবৰ ওপৰত পুলিচৰ অত্যাচাৰ (পৃ. ৩)। এই সন্দৰ্ভত এই কথা কোৱা উচিত হ'ব যে ১৯৪২ চনৰ অসমত যি আন্দোলন, তাত যদিও অসমত প্ৰতিখন জিলাৰেই অবিহণা আছে আৰু 'মৃত্যুঞ্জয়' উপন্যাসেও তাক দেখুৱাইছে, তথাপি নগাওঁ জিলাতেই হৈছিল এই আন্দোলন আটাইতকৈ বেছি প্ৰকট—বিশেষকৈ হিংসাত্মক কাৰ্যৰ দিশত। অমলেন্দু গুহয়ো তেওঁৰ পূৰ্বোল্লিখিত গ্ৰন্থত দেখুৱাইছে (পৃ. ২৭২), কেনেকৈ নগাৱঁত এই আন্দোলনৰ সময়ত এই বিপ্লৱে উগ্ৰতম ৰূপ লৈছিল—সৰু সুৰা কূটাঘাত মূলক কাৰ্যত বাহিৰে তিনি ঠাইত ৰেলৰ চিৰী খুলি পেলোৱা হৈছিল। সেইদৰে চৰকাৰে দমন মূলক নীতি কঠোৰভাবে এই জিলাত প্ৰয়োগ কৰিছিল আৰু অনেক লোকক গুলীয়াই হত্যা কৰা হৈছিল। এইপিনৰ পৰা আমাৰ স্বাধীনতা আন্দোলনৰ এই বিশেষ পৰিস্থিতিটো ফুটাই তুলিবৰ বাবে নগাওঁ জিলাৰ এটি ঘটনা 'মৃত্যুঞ্জয়' উপন্যাসখনৰ বাবে লোৱাটো যথোপযুক্তই হৈছে ; ই লেখকৰ ব্যক্তিগত ৰুচিৰ কথা মাথোন নহয়।

উপন্যাসখনত বৰ্ণিত বা উল্লিখিত বহুতো ঘটনা সত্য হোৱাৰ উপৰি ইয়াৰ বহুতো চৰিত্ৰও বাস্তৱ লোকৰ অনুকৃতি। উপন্যাসখনত অংকিত অভিযানটিৰ কেন্দ্ৰীয় চৰিত্ৰ মহদা গোসাঁই এজন বাস্তৱ লোকেই। মায়ঙৰ মহদানন্দ গোস্বামী নামৰ এই লোকজন বাস্তৱতো জাগীৰোডৰ ওচৰৰ ৰেল বগৰোৱা অভিযানটোৰ নায়ক আছিল। অভিযানটোত অৱশ্যে উপন্যাসখনত দেখুৱামতে মহদা গোস্বামীৰ মৃত্যু হোৱা নাছিল ; আৰু উপন্যাসখনত দেখুৱাৰ দৰে তেওঁ শ্বাসৰোগীও নহয়। তেওঁ এতিয়াও সুস্থ শৰীৰে জীৱিত। সেইদৰে বিয়াল্লিছৰ আন্দোলনৰ সময়ৰ বৃটিছ চৰকাৰৰ অনুগত পুলিচ বিষয়া লম্বোদৰ শইকীয়াই হ'ল উপন্যাসৰ পুলিচ বিষয়া শইকীয়া। উপন্যাসত আভাস দিয়া দৰেই লম্বোদৰ শইকীয়াই সেই সময়ত স্বাধীনতাকামী জন-সাধাৰণৰ মাজত তেওঁৰ বৃটিছ আনুগত্য আৰু কৰ্তব্যনিষ্ঠাৰ বাবে সন্ত্ৰাসৰ সৃষ্টি কৰি জনসাধাৰণৰ অভিশাপৰ ভাগী হৈছিল। একেদৰে উপন্যাসৰ চৰিত্ৰ লয়ৰাম, ভিভিৰাম, দধি বৰদলৈ, আহিনা কোঁৱৰ,

মধু কেওট, মাণিক বৰা আদি সকলোবোৰ বাস্তৱ লোক; আৰু তেওঁলোকৰ আচল নামকেই উপন্যাসতো ব্যৱহাৰ কৰা হৈছে।

এই ৰাজনৈতিক উপন্যাসখনত ধৰা পৰা সামাজিক বাস্তৱতাৰ কেতবোৰ দিশো মন কৰিবলগীয়া। নগাওঁ তথা অসমৰ গ্ৰাম্য সমাজৰ দুই এক দিশ হুবহু একে ৰূপত উপন্যাসখনত স্থান পাইছে। তেনে এটি দিশ হ'ল আমাৰ সমাজত জাতিৰ বিচাৰ। ইজাত সিজাতৰ মাজত একো একোখন প্ৰাচীৰ। তথাপি প্ৰধান সামূহিক সমস্যাবোৰত সকলো জাতিৰ লোক এক গোট হ'ব পাৰে — জাতিৰ ভেদভাব অব্যাহত ৰাখিও। এই কথা বুজাবলৈকেই সৰবজান বৰ্ণনাকাৰীৰ ভূমিকাত থকা লেখকে ইয়াত চৰিত্ৰ সমূহৰ বা ঘটনা প্ৰবাহৰ বিষয়ে মন্তব্য দিওঁতে চৰিত্ৰসমূহৰ জাতৰ উল্লেখ কৰিছে। চৰিত্ৰবোৰৰ মাজৰ কথা-বতৰালৈকো জাতৰ কথা আহিছে। যেনে—"মিকিৰণীজনীয়ে কপাহ আনিছিল।" (পৃ. ৪) "বৰ ভাল শিপিনী বাইদেউ। জানই নহয় বাৰপূজীয়াত ঘৰ। পৰিছিল কামপুৰৰ কোঁচ মানুহ এঘৰলৈ।" (পৃ. ৮) "মধু কেওটে কলে, তুমি কি মানুহ? মাণিক বৰাই কলে, কোঁচ। তুমি? কেওট।" (পৃ. ২১) ধনপুৰ লস্কৰ কছাৰী, মাণিক বড়া কোঁচ, মধু কেওট। এওঁলোকক চাহ দিব দৈ পাৰা সত্ৰৰ গোসাঁনীয়ে নিজে। এই দৃশ্যৰ বিৱৰণ এনে:

> তেনেতে এহাতমান ওৰণি লৈ বোকা বৰণীয়া কপাহী মেখেলা-চাদৰ পিন্ধা ঘুটমুটীয়া বগী মানুহ এজনীয়ে দুভাগ চাহ আনি মাণিক বড়াৰ ওচৰত থৈ গ'ল। ঠাই টুকুৰা দখিয়ে হাতেৰে ম'চি ধূলি জাৰি দিছিল। তাৰ পিচত তেওঁ সোমাই আৰু এবাটি চাহ আনিলে গৈ। সেই চাহ ধনপুৰক দিব খোজোঁতেই ধনপুৰে হাতেৰে লব্ খুজিলে, কিন্তু গোসাঁনীয়ে নিদিলে, দখিয়ে ঠাই ম'চি দিলত তাতে থলে। ধনপুৰে বালাৰ থুনথুননি শুনিলে, আৰু গোসাঁনীৰ গোলাপ ফুল যেন ৰঙা গাভৰু মুখখন দেখিলে। গোসাঁইতকৈ বয়সে বহুত সৰু হ'ব গোসাঁনী; সচৰাচৰ বামুণ-গোসাঁইৰ



৭

> ছোৱালীৰ কম বয়সতে বিয়া হয়। দধিয়ে কলে, বোপা, হাতে হাতে লব নাপায়। তুমি বাটি চুলে গোসাঁনীয়ে আকৌ গা ধুব লাগিব। (পৃঃ ৩০-৩১)

এয়া আকৌ ধনপুৰে কামৰূপৰ স্বাধীনতা যুঁজৰ কথা কৈছে: "মদন আৰু ৰাউতা। এটা কলিকতাৰ ল'ৰা। ইটো কছাৰীৰ।" (পৃ.৫১) অন্য এঠাইত আকৌ মধুৱে কৈছে, "মানুহ কেইটা মায়ঙৰ লেখৰ মানুহ। দধি দৈৱজ্ঞৰ ল'ৰা, মাষ্টৰ, সং কিন্তু পিত কিমান তাক মই কব নোৱাৰোঁ।" (পৃ. ৫৯)

বিভিন্ন চৰিত্রৰ মুখত জাতৰ বিচাৰৰ কথা দিয়াত বাহিৰে, সৰবজান বৰ্ণনাকাৰীৰ ভূমিকাত হ'লেও, লেখকেও ইয়াঁত জাতৰ বিচাৰ কৰিছে। ইয়াৰ উপৰি, মহদা গোসাঁই বামুণ বাবে তেওঁৰ মন হিংসাত্মক কাৰ্য কৰাৰ সময়ত দ্বন্দ্বময়। দ'ধি দৈৱজ্ঞ; তাৰো সাহ কম। ধনপুৰ কছাৰী; এতেকে সি দুঃসাহসী আৰু কাৰ্যক্ষম। জাতি ভেদত বিশ্বাস কৰা লোকৰ মানুহৰ জাতিগত স্বভাৱ সম্পৰ্কে এনে ধাৰণা লেখকৰ সৃষ্ট কাহিনীতো ধৰা পৰিছে বাবে লেখক নিজেও জাতিভেদৰ সংস্কাৰৰ পৰা মুক্ত নহয় বুলি সন্দেহ হব খোজে। কিন্তু লেখক অন্ততঃ স্বজ্ঞানে আমাৰ সমাজৰ এই প্ৰথাৰ সমৰ্থক নহয়, দৰ্শকহে—কেতিয়াবা নিৰ্লিপ্ত, কেতিয়াবা সমালোচনাশীল। স্বাধীনতাৰ হিংসাত্মক অভিযানত নমাৰ আগে আগে ধনপুৰে তাৰ প্ৰেমিকা ডিমিক কৈছে:

> শেহত দেখিলোঁ সহস্ৰ গাঁঠিৰ বান্ধ।··· খেতিয়ক হ'লে মাটি লাগে। আধি খোৱা মানে গোলামী কৰা। নাম-ঘৰত সোমাবলৈও তাত গোসাঁই-মহন্তৰ প্ৰতিপত্তি। ধৰ্মত বামুণৰ অধিকাৰ। এমুঠিমান মানুহে পুৰুষানুক্ৰমে সকলো ভোগ কৰিছে, আৰু আমালৈ থৈছে উচ্ছিষ্টখিনি।" (পৃ. ১১৪)

তেওঁ পুনৰ কৈছে, "সহস্ৰ গাঁথিৰ বান্ধ। তই মিকিৰৰ ছোৱালী। মই কছাৰী, ডিলি গাৰো। ৰূপনাৰায়ণ কৈৱৰ্ত মানুহ। ক'তা আমি দেখোন অসমীয়াকে হ'ব পৰা নাই, মানুহ হ'ম কেতিয়া?" (পৃ. ১১৮)

জাতি বা সম্প্ৰদায়ৰ বাচ-বিচাৰৰ কথাবোৰেৰে নগঞা তথা অসমীয়া সমাজৰ চিত্ৰণত বাস্তৱতা দান কৰিব খোজা হৈছে যদিও, মুছলমান সম্প্ৰদায়টোক উপন্যাসখনৰ অংকিত সমাজখনৰ পৰা বাদ দি যোৱা-টোৱে কিন্তু সত্যৰ বিকৃতি ঘটাইছে। নগাৱঁৰ অসমীয়া সমাজৰ থলুৱা মুছলমান সম্প্ৰদায়টো কেনেকৈ এটি অপৰিহাৰ্য অংগ, তাক বুজিব পাৰি নৱকান্ত বৰুৱাৰ 'ককাদেউতাৰ হাড়' (১৯৭৩) পঢ়িলে। অৱশ্যে "মৃত্যুঞ্জয়" উপন্যাসে ১৯৪২ চনৰ আন্দোলনহে চিত্ৰিত কৰিছে, গতিকে এই আন্দোলনত ভাগ লোৱা সম্প্ৰদায়সমূহহে উপন্যাসখনলৈ আহিব। কিন্তু থলুৱা মুছলমান সম্প্ৰদায়টোৰ, বিশেষকৈ নগাৱঁত, এই আন্দোলনত কোনো উল্লেখযোগ্য ভূমিকা নাছিলনেকি? ১৯৪২ চনৰ আন্দোলনৰ শ্বহীদসকলৰ মাজত অসমত বা নগাৱঁত অৱশ্যে কোনো মুছলমান শ্বহীদ নাছিল। কিন্তু ১৯৪১ চনকো সামৰি গোটেই স্বাধীনতা আন্দোলনৰ কালছোৱা ললে—এই আন্দোলনত নগাৱঁতেই হওক বা সমগ্ৰ অসমতেই হওক—এই সম্প্ৰদায়ৰ বৰঙণি বিশেষ মূল্যৱান। ১৯৪১ চনতেই অসম কংগ্ৰেছৰ সভাপতি আছিল মহম্মদ তৈয়্‌বুল্লা। অসমৰ যিসকল আগশাৰীৰ নেতাক ১৯৪২ চনত জেলত ভৰাই থোৱাৰ ফলত উপন্যাসত অংকিত ধৰণৰ হিংসাত্মক কাৰ্য জনসাধাৰণে সংঘটিত কৰিছিল, তাৰ ভিতৰত আছিল মহম্মদ তৈয়্‌বুল্লাৰ দৰে অবিচল ভাৰতীয় জাতীয়তাবাদী মুছলমানত বাহিৰে অন্য এক ভাৰতীয় জাতীয়তাবাদী ফখৰুদ্দিন আলি আহমদ। ঠিক ১৯৪২ চনৰ আন্দোলনত নগঞা মুছলমানৰ ভূমিকা বিষয়ক তথ্য অৱশ্যে মোৰ হাতত নাই। কিন্তু ১৯২১ চনতে যেতিয়া গান্ধীৰ বা ভাৰতীয় জাতীয় কংগ্ৰেছৰ আহ্বানত অসমত অসহযোগ আন্দোলন গঢ়ি উঠিছিল, তাত নগঞা মুছলমানৰ ভূমিকা বিশেষভাবে উল্লেখযোগ্য। এই বিষয়ৰ কেইটামান তথ্য শ্ৰীৰঞ্জিত কুমাৰ দেৱ গোস্বামীৰ মূল্যৱান সংগ্ৰহৰ পৰা ইয়াত দাঙি ধৰাটো অসংগত নহ'ব।

(ক) ২৯/১/২১ তাৰিখে নগাওঁ চহৰত প্ৰথম বাৰৰ বাবে খিলন সভাত ৰাজহুৱাভাবে 'বন্দে মাতৰম' ধ্বনি তোলা হৈছিল, তাত স্থানীয়া

ছাত্রসকলৰ তৰফৰ পৰা আন্দোলন সমৰ্থন কৰি মহম্মদ চেৰিফে বক্তৃতা দিছিল। এই সভাখন অনুষ্ঠিতও হৈছিল নগাওঁ চিভিল হাস্পাতালৰ সমুখৰ ঈদগাহ পথাৰত। সভাত উপস্থিত লোকসকলৰ মাজত আছিল নগাৱঁৰ অক্লান্ত স্বাধীনতা যুঁজাৰু ইছলাম খাঁ।

(খ) কলেজ ত্যাগ কৰি আন্দোলনত নমা এই সময়ৰ ডেকা-সকলৰ ভিতৰত এজন আছিল মহবুব আলি। আলিৰ বাহিৰে এই আন্দোলন প্ৰগাঢ় কৰাত বিশেষ ভাগ লৈছিল মঃ ফখৰুদ্দিন নামৰ এজনে।

(গ) অসহযোগ আন্দোলনত বিশেষ ভাগ লৈ যথেষ্ট ত্যাগ স্বীকাৰ কৰা এজন নগঞা মুছলমান উকীল আছিল খান চাহাব মুকদ্দিন আহমেদ। ২.৩.২১ তাৰিখে নবীন চন্দ্ৰ বৰদলৈৰ উপস্থিতিত এখন ৰাজহুৱা সভাত এওঁ অসহযোগৰ তাৎপৰ্য ব্যাখ্যা কৰে। জুবিলী পথাৰত এই সভা অনুষ্ঠিত হৈছিল। ২৩.৮.২১ তাৰিখে মহাত্মা গান্ধীৰ উপস্থিতিত যি বিলাতী পোছাক দাহ পৰ্ব অনুষ্ঠিত হৈছিল, তাত খান চাহাবেও তেওঁৰ বিলাতী পোছাক দাহ কৰে। ইয়াৰ উপৰি এই সভাতে তেওঁ ৰাজহুৱাভাবে খান চাহাব উপাধি ত্যাগ কৰে। নগাওঁ পৌৰ সভাৰ অধ্যক্ষ পদো তেওঁ এই আন্দোলনৰ খাটিৰতেই ইস্তফা দিয়ে। তৰুণৰাম ফুকনৰ আহ্বানত আহমেদে ওকালতি ব্যৱসায় স্থগিত ৰাখে, যাতে অসহযোগ আন্দোলনত সম্পূৰ্ণৰূপে ব্ৰতী হ'ব পাৰে। এই বাবে এওঁক বৃন্দাৱন গোস্বামীৰ লগতে আমোলাপট্টি নাট্যমন্দিৰৰ সন্মুখৰ পথাৰত ৰাজহুৱাভাবে সম্বৰ্ধনা জনোৱা হয় ১৯.১০.২১ তাৰিখে।

(ঘ) ১৬.১২.২১ তাৰিখে আমোলাপট্টি পথাৰত অনুষ্ঠিত এখন সভাত যোগদান কৰি গ্ৰেপ্তাৰ বৰণ কৰা লোকসকলৰ ভিতৰত আছিল মহবুব আলি, ইচাহক শেখ, মহম্মদ চেৰিফ, মহম্মদ আৰফান।

অৱশ্যে মুচলিম লীগৰ প্ৰভাৱত নগঞা মুছলমানৰ এই উদ্যম অসমৰ অন্য ঠাইৰ মুছলমানৰ দৰে ক্ৰমে ক্ৰমে পৰি আছিছিল। কিন্তু ১৯৪২ চনত সকলো নগঞা মুছলমান স্বাধীনতা আন্দোলনৰ পৰা নিশ্চয় আঁতৰি থকা নাছিল ; আৰু গতিকে উপন্যাসখনত এওঁ-

লোকৰ স্থান থাকিব লাগিছিল। নোহোৱা বাবে উপন্যাসখনৰ সাহিত্যিক মূল্য খৰ্ব হোৱা নাই ঠিকেই। কিন্তু এই আন্দোলনত এই সম্প্ৰদায়ৰ ভূমিকাৰ আভাস দিব পৰা কোনো ঘটনা বা চৰিত্ৰও থকা হ'লে সমসাময়িক ইতিহাস আৰু বেছি অবিকৃত ৰূপত ইয়াত প্ৰতিফলিত হৈছে বুলি কব পৰা গ'লহেঁতেন। অৱশ্যে মুছলমানৰ উল্লেখ উপন্যাসখনত একেবাৰে নাই—এনে নহয়। থলুৱা অসমীয়া মুছলমানৰ সমসাময়িক স্বাধীনতা আন্দোলনত লোৱা ভূমিকাৰ কথা উপন্যাসখনত নাই যদিও পূৰ্ববংগৰ পৰা অসমলৈ বোৱা মুছলমানৰ সোঁত আৰু সি অসমীয়া মানুহৰ মনত কৰা প্ৰতিক্ৰিয়াৰ কথা উপন্যাসখনত আছে :

> এইফালে লুইতৰ চাপৰি আছে, শুনিছোঁ তাত ভাল খেতি হয়। আৰু শুনিছোঁ বোলে দেখৰ নেপালী আৰু মৈমনচিঙীয়া লোকে চাপৰি ভৰি পৰিলহি।
>
> ভিভিৰামে কলে, চৰকাৰে মৈমনচিঙীয়া আনি ভৰাই দিলেহি। শুনিছনে অসমখন বোলে মুছলিম লীগে পাকিস্তানত ভৰাব খুজিছে।
>
> মাণিক বৰাই গল খেকাৰি মাৰি কলে, মুছলিম লীগৰ বাপেকৰ সাধ্য নাই। (পৃ. ১৩)

উপন্যাসখনৰ চৰিত্ৰায়নো এটি মন কৰিবলগীয়া দিশ। ইয়াৰ গৌণ চৰিত্ৰ কলী বাইদেউ, ডিমি, ৰূপনাৰায়ণ, দধি বৰদলৈ আদিক আন্দোলনৰ একো একোটা নিৰ্দিষ্ট দিশ ফুটাই তুলিবৰ বাবে অনা হৈছে। কলী বাইদেউ নিষ্ঠাৱতী গান্ধীবাদী মহিলা। এনে বহুতো দৃঢ়মনা স্বাধীনতা যুঁজাৰু মহিলা অসমৰ গাওঁ-ভূঁইত ওলাইছিল। ডিমি অবলা জনজাতীয় ছোৱালী আন্দোলনৰ তাৎপৰ্য সুবুজিও আন্দোলনৰ যোদ্ধাৰ প্ৰতি তাইৰ সহানুভূতি। তাইও এক শ্ৰেণীৰ সৰলা গাৱঁলীয়া, বিশেষকৈ জনজাতীয় গাৱঁলীয়া ছোৱালীৰেই প্ৰতিনিধি। ৰূপনাৰায়ণ শিক্ষিত এচাম গাৱঁলীয়া ডেকাৰ প্ৰতিনিধি যিসকলে হিংসাত্মক কাৰ্যপন্থাই স্বাধীনতাৰ চমু পন্থা বুলি বিশ্বাস কৰি ১৯৪২ চনৰ স্বাধীনতা আন্দোলনৰ গান্ধীবাদ বিৰোধী হিংসাত্মক কাৰ্যবোৰ

সাধিত কৰিছিল। দধি বৰদলৈ গাৱঁলীয়া শিক্ষিত লোকৰ এজন, যিয়ে স্বাধীনতা মনে প্ৰাণে, যি উপায়েই নহওক, বিচাৰিছিল। এনে গৌণ চৰিত্ৰবোৰ একো একোটা বিশেষ ভূমিকাৰ বাবে সৃষ্ট প্ৰতিনিধিত্ব মূলক চৰিত্ৰ। উপন্যাসখনৰ দুটি প্ৰধান চৰিত্ৰ মহদানন্দ গোসাঁই আৰু ধনপুৰৰ চৰিত্ৰ আনহাতে একোটা বিশেষ মনোভংগীৰ আহি হৈয়ো সম্পূৰ্ণৰূপে নিজস্ব ব্যক্তিত্বসম্পন্ন চৰিত্ৰ। এই দুই চৰিত্ৰৰ চিত্ৰণত লেখকৰ বিশেষ কৃতিত্ব ফুটি উঠিছে এই বাবেই যে সিহঁত আহি হৈয়ো ব্যক্তিত্বসম্পন্ন চৰিত্ৰ হোৱাৰ উপৰি সিহঁতৰ কোনোটোকেই অযথা বা অস্বাভাৱিকৰূপে আদৰ্শায়িত কৰিবলৈ লেখকে চেষ্টা কৰা নাই। 'প্ৰতিপদ'ৰ গিয়াছুদ্দিনৰ চৰিত্ৰটিৰ দৰে এওঁলোক গুণী হৈয়ো হয় ঠাইবিশেষে দুৰ্বল, নহয় দিশবিশেষে দোষ-ত্ৰুটীৰ অধিকাৰী।

দৈপাৰা সত্ৰৰ মহদানন্দ গোসাঁই সত্ৰৰ গোসাঁই হিচাপে আৰু থলুৱা কংগ্ৰেছৰ সভাপতি হিচাপে সকলোৰে নমস্য। স্বাধীনতাৰ পথ চমু কৰাৰ বাবে বেল বগৰোৱা যিটো কাৰ্য, তাৰ পিছপিনৰ মস্তিষ্কটো হ'ল এই গোসাঁইৰ। সৌশৰীৰেও এই কাৰ্যত তেওঁ লিপ্ত আৰু এই কাৰ্যৰ সম্পাদনতেই তেওঁৰ মৃত্যু। সন্দেহ নাই, তেওঁৰ এই মৃত্যু পূৰ্ণমাত্ৰাই বীৰোচিত। শেষ সংকট কালৰ তেওঁৰ সকলো কাৰ্যই, সকলো আচৰণেই প্ৰকৃত নায়ক আৰু বীৰৰ দৰে। তথাপি ৰাজনৈতিক জ্ঞানগত দিশত তেওঁৰ অনুগামী কৈৱৰ্ত ডেকা ৰূপনাৰায়ণৰ সমকক্ষও তেওঁ নহয়। ৰূপনাৰায়ণৰ তুলনাত তেওঁৰ "ইতিহাস চেতনা ইমান প্ৰখৰ নহয়।" (পৃ. ২০৭)

শাৰীৰিক ভাবেও তথাকথিত উপন্যাসৰ বা নাটকৰ নায়কসকলৰ দৰে এওঁৰ স্বাস্থ্য নিখুঁত নহয়। বৰং এওঁ ভগ্ন স্বাস্থ্যৰ, কাঁহি থকা, দৰব খাই থকা এক শ্বাসৰোগী। স্বাধীনতাৰ অদম্য স্পৃহাই তেওঁক গৰিলা যুদ্ধৰ থলীলৈ টানি আনিছে আৰু তাতো তেওঁ কাঁহ দমাবলৈ কিস্তিত মকৰধ্বজ মাৰি খাইছে; জুই ধৰি বুকু সেকিছে। তথাপি কিন্তু কতো তেওঁ নিজৰ কাম এৰাই চলা নাই বা নিজৰ কাম কৰিবলৈ আনক পঠা নাই। ধনপুৰ আৰু ভিভিৰামে ফিচ প্লেট খোলা সময়ত

বেল আলিৰ পহৰাদাৰ আহি ওলালে গুলীয়াই হত্যা কৰিবলৈ এফালে তেওঁ ৰাখিছে ৰূপনাৰায়ণক আৰু আনফালে আছে তেওঁ নিজে। পহৰাদাৰ আহি ধনপুৰৰ ভৰিত গুলী কৰি তাক আহত কৰিলত গোসাঁই আৰু ৰূপনাৰায়ণেও লগে লগে গুলী চলালে আৰু পহৰাদাৰ সৈনিকক নিহত কৰিলে। নিহত সৈনিকক হোলাৰ পানীত পেলাই দি ৰুগ্ন গোসাঁই লাগিল আহত ধনপুৰৰ শুশ্ৰূষাত। বেল অহাৰ আগে আগে যিখন ট্ৰলী আহিছিল, তাৰ ড্ৰাইভাৰ আৰু আৰোহীকো গোসাঁই আৰু ৰূপনাৰায়ণে গুলী কৰি মাৰি বেল আলিৰ পৰা আঁতৰালে। অৱশেষত যেতিয়া গাড়ীখন বাগৰি পৰিল, তেতিয়া কিন্তু বিবেকবান গোসাঁই অচল হৈ পৰিল এই নিজহাতে সম্পন্ন কৰা ৰক্তাক্ত কাৰ্যৰ মনোবেদনাত আৰু লগে লগে বেয়াকৈ উক দিয়া শ্বাসৰোগটোৰ বাবে। তেওঁৰ অনুগামীসকলে তেওঁক দাঙি নিবলৈ ওলাল; গোসাঁয়ে কিন্তু সেইকামে তেওঁলোকৰ বিপদ আনিব বুলি তাত অমান্তি হৈ পাহাৰৰ গুহাটোতে পৰি থাকিবলৈ সিদ্ধান্ত ললে। তেওঁৰ সুৰক্ষাৰ বাবে দধি আৰু ৰূপনাৰায়ণে তেওঁৰ লগতে থাকি যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। কিন্তু তেওঁৰ লগত আনৰ মৃত্যু হোৱাটো তেওঁ নিবিচাৰে। তেওঁ তেওঁলোকক পুলিচৰ হাতৰ পৰা বচাবলৈ তাৰ পৰা আঁতৰিবলৈ আদেশ দি মাথোন কলে, "দল-পতিৰ শেষ কৰ্তব্য কৰি যাম। তোমালোক যোৱা। তোমালোক বাচা। তোমালোকে বাকীবোৰক লগ ধৰি কৰা, দলপতিৰ আদেশ 'বিপ্লৱ চলাই যোৱা।' " (পৃ. ২১১) এইদৰেই সেই বীৰত্বপূৰ্ণ কাৰ্যৰ অন্তত ৰুগ্ন, অচল গোসাঁই তাতেই পৰি ৰ'ল ভুকি ভুকি অহা চিকাৰী কুকুৰক অনুসৰণ কৰি আগুৱাই আহি থকা শত্ৰু পক্ষৰ সন্মুখীন হৈ নিশ্চিত মৃত্যু বৰণ কৰিবলৈ—তথাপি অৱশ্যে বন্দুক টোৱাই।

এনে জীৱন আৰু এনে মৃত্যু সকলো দোষ-ত্ৰুটীৰ স্বত্বেও নিঃসন্দেহে বীৰোচিত। কিন্তু এই মহদা গোস্বামীক কেৱল ৰাজনৈতিক নেতা বা বীৰ হিচাপেই দেখুৱা হোৱা নাই। এনে এক বীৰ একে সময়তে এজন পাৰ্থিৱ জগতৰ সংসাৰিক লোকো। যুদ্ধক্ষেত্ৰত মকৰধ্বজ বটি

খাবলগীয়া হোৱা আৰু বুকুত জুইৰ সেক লবলগীয়া হোৱাৰ দৰে দুৰ্বলতাতেই তেওঁৰ সীমাৱদ্ধতা শেষ নহয়। এই শাৰীৰিক দুৰ্বলতাৰ বাহিৰে অন্য দহজন সাধাৰণ লোকৰ দৰে তেওঁৰ মানসিক দুৰ্বলতাও আছে। নৈষ্ঠিক বৈষ্ণৱ এজনে গান্ধীৰ আদৰ্শৰে স্বাধীনতা আন্দোলনত নামিছিল। কিন্তু তেওঁক স্বাধীনতাৰ স্পৃহাই আৰু পৰিস্থিতিয়ে টানি নিলে বৈষ্ণৱ আদৰ্শৰ তথা গান্ধীৰ আদৰ্শৰ বিপৰীত হিংসাত্মক আদৰ্শৰ পিনে। ইয়াৰ ফলতেই তেওঁৰ মনত উপজিল সংঘাত। দলে-বলে, অস্ত্ৰে-শস্ত্ৰে যেতিয়া তেওঁ হিংসা কাৰ্যত অৱতীৰ্ণ হৈছে, তেতিয়াও মানসিক সংঘাতে তেওঁক বাৰে বাৰে ব্যতিব্যস্ত কৰিছে। হাতত বন্দুক লৈ কৰ্মক্ষেত্ৰলৈ ওলাই যোৱাৰে পৰা গাৰ্হস্থ্য জীৱনৰ পৰা বিদায়, আধ্যাত্মিক আদৰ্শৰ পৰা চ্যুতি আৰু গান্ধীবাদৰ পৰা ভ্ৰষ্ট হোৱাৰ বেদনা—এই তিনিওটাই তেওঁক বেয়াকৈ জুকলা কৰিছে। "কিন্তু আকৌ জানো গোসাঁনীক তেওঁ লগ পাব? কোনে জানে?" (পৃ. ১৪৫) ঘৰৰ পৰা ওলাই যোৱাৰ সময়ৰ এনে ভাবৰ পিছত যেতিয়া হিংসাত্মক কাৰ্য সমাধান কৰা হ'ল, তেতিয়া এয়া তেওঁৰ অৱস্থা:

> গোসাঁইৰ হাত দুখনত তেতিয়াও মানুহৰ কেঁচা তেজ লাগি আছিল; সেই তেজৰ দাগৰ পৰশ মানুহটোৱে সহ্য কৰিব পৰা নাছিল। অলপ দূৰ গৈ মানুহটোৰ হাত ভৰি কঁপিবলৈ ধৰিলে। বোধহয় ঠাণ্ডাত জ্বৰ উঠি মানুহটোৰ গা অৱশ কৰি পেলাইছিল (?)। কিন্তু মন আৰু অথিৰ অৰিৰ হৈছিল। এবাৰ মনৰ আৱেগ দমন কৰিব নোৱাৰি মানুহ-টোৱে ক'লে, মানুহ নমৰাকৈ যদি যুঁজিব পাৰিলোঁহেঁতেন, তেন্তে কিমান সুন্দৰ হ'লহেঁতেন। কিন্তু তাকে ইহঁতে নিদিলে। মহাত্মা বাহিৰত থকাহেঁতেন কিজানি এনে যুঁজ নহ'লহেঁতেন। (পৃ. ২০৪)

বিৱেকৱান, ধাৰ্মিক, সন্মানিত লোক গোসাঁইৰ এনে মানসিক সংঘাতত শেচক্‌ছ্‌পীয়েৰৰ 'জুলিয়াচ্‌ চীজাৰ' নাটকৰ বিৱেকৱান, চিন্তাশীল সন্মানিত ব্যক্তি ব্ৰুটাচৰ দেশৰ মংগলৰ বাবে জুলিয়াচ্‌ চীজাৰৰ

হত্যাত লিপ্ত হবলগীয়া হোৱাত হোৱা মানসিক সংঘাতৰ অনুৰণন শুনা যায়। শেচক্‌ছপীয়েৰৰ ব্ৰুটাচে ৰক্তপাত নকৰাকৈ উদ্দেশ্য সাধন কৰাৰ উপায় নেদেখি দুখ কৰিছে এনেদৰে :

O, that we could come by Caesar's spirit,
And not dismember Caesar! But, alas,
Caesar must bleed for it.

( Act II, Sc. i, ll. 169-171 )

ইয়াৰ বিপৰীতে 'মৃত্যুঞ্জয়'ত একে পৰিস্থিতিত এয়া গোসাঁয়ে দুখ কৰিছে, "মানুহ নমৰাকৈ যদি যুঁজিব পাৰিলোঁহেঁতেন, তেন্তে কিমান সুন্দৰ হ'লহেঁতেন।" (পৃ. ২০৪) দৰাচলতে মহদা গোসাঁইৰ চৰিত্ৰ-টিত শেচক্‌চ্‌পীয়েৰৰ ব্ৰুটাচৰ চৰিত্ৰৰ ছাঁ আছে। অৱশ্যে ব্ৰুটাচৰ দৰে পৰিস্থিতিতে একে আদৰ্শৰে গোসাঁইক সৃষ্টি কৰা হৈছে যদিও গোসাঁই ব্ৰুটাচৰ দৰে তেওঁৰ উচ্চ মানসিক ভংগীৰে আকৰ্ষণীয় হৈ নুঠিল। ফলত ব্ৰুটাচতকৈ গোসাঁই বহুত তলৰ পৰ্যায়ৰ সৃষ্টি হৈ ৰ'ল।

সি যি কি নহ'ক, গোসাঁইৰ শাৰীৰিক দুৰ্বলতা আৰু মানসিক সংঘাতৰ কথালৈ আহোঁ। কূটাঘাতমূলক কাৰ্য্যটো কৰাৰ পিছত গোসাঁইৰ এয়া এটি অৱস্থা :

> গোসাঁইৰ গাত তেতিয়া গোসাঁই নাছিল। দমাব নোৱাৰা কাঁহটো অনবৰত উঠি আছিল। মূৰ গৰম হৈ পৰিছিল। তেওঁ মাথোন সেহাই সেহাই কলে, একুৰা জুই যদি ধৰি দিয়া দধি, ভাল হয়। দেহটোত একো নাই। মনটো কোনো-ৰকম লাগি আছে। কোন মুহূৰ্তত আত্মা ভুকংকৈ উৰা মাৰে কব নোৱাৰোঁ। (পৃ ২০৮)

এই গৰিলা বীৰজনৰ শ্বাসৰোগজনিত শাৰীৰিক অক্ষমতা আৰু তেওঁৰ মৃত্যুৰ ইংগিতৰ প্ৰতীকধৰ্মী তাৎপৰ্য আছে। মূল অহিংসাত্মক স্বাধীনতা যুদ্ধৰ আদৰ্শৰ পৰা চ্যুত হোৱা এনে যোদ্ধাৰ শেষ ফলৰ ই ইংগিত দিছে।

জীৱনৰ শেষ মুহূৰ্তত গোসাঁইৰ অনুগামী কেইজনক সিহঁতৰ

প্ৰাণৰক্ষাৰ বাবে আঁতৰাই পঠিয়াই নিজে যেতিয়া নিশ্চিত মৃত্যুৰ বাবে অপেক্ষা কৰি ৰ'ল, তেতিয়া এই শ্বাসৰোগী বীৰ দলপতিজনে কৈছে :

> শ্বাসৰোগে বুকু একেবাৰে থকা সৰকা কৰিছে। হাওঁফাওঁ চলিছেনে নাই কব নোৱাৰোঁ। বন্ধ হৈ যাব পাৰে অলপতে। তাতোকৈ ডাঙৰ কাৰণ মোৰ প্ৰাণ মৰি আহিছে। এই হাতখনত মানুহৰ তেজ লাগি আছে। এইটো মোৰ সহ্য হোৱা নাই। মোৰ বিৱেক বিকল হৈ গৈছে। আচলতে মোৰ নৈতিক দ্বন্দ্ব ঘটিছে। মিছা কথা কৈ লাভ নাই। মই অহিংস যুঁজহে ভাল পাওঁ। সেই যুজঁহে আচল যুঁজ। (পৃ. ২১০)

এনে আদৰ্শৰ দ্বন্দ্বৰ লগতে তেওঁৰ মনত পুনৰ প্ৰৱাহিত হৈছে গাৰ্হস্থ্য বা দাম্পত্য প্ৰেমৰ বিৰহ বেদনা। শত্ৰু যেতিয়া যম দূতৰ দৰে আহি তেওঁৰ তেনেই ওচৰ পাইছে, তেতিয়া এয়া তেওঁৰ উপলব্ধি :

> হঠাতে যেন কৰবাত শৰপঞ্জৰে বন্দা শুনিলে। ভ্ৰম হৈছে নেকি? নহয় ঠিকেইতো শুনিবলৈ পাইছে গোসাঁনীৰ কান্দোন। ভ্ৰম হোৱা নাই। ভ্ৰম হবলৈ কি আছে। এয়েই সংসাৰ। বিচিত্ৰ কিন্তু একসুৰীয়া। নিজৰ কাম তেওঁ কৰিলে। তিৰোতাক একো দিব নোৱাৰিলে, কিন্তু কাৰনো কি দি যায়? এইবোৰেই মায়া। সংসাৰত কেৱল আছে কৰ্তব্য। কঠোৰ অলংঘনীয় কৰ্তব্য। (পৃ. ২১২)

সাংসাৰিক মায়া আৰু কৰ্তব্যবোধৰ এই দ্বন্দ্বৰ বিপৰীতে পুনৰ তেওঁৰ মনলৈ আহিছে ৰাজনৈতিক আদৰ্শৰ দ্বন্দ্ব। এনে ক্ষেত্ৰত, মৃত্যুৰ ঠিক আগমুহূৰ্ত তেওঁৰ নিজৰ বিষয়ে নিজৰ ৰায় : "আৰু হিংসা। অ', দেশৰ কাৰণেই এই পণ। একো দোষণীয় হোৱা নাই। ইতিহাসে ক্ষমা কৰিব তেওঁক। কিন্তু, কিন্তু নিজৰ ধৰ্মপ্ৰাণ বিৱেকে ক্ষমা নকৰে।" (পৃ. ২১২)

এনে মানসিক সংঘাতে মহদানন্দ গোসাঁইক একালে যেনেকৈ সাধাৰণ ধাৰণাগত বীৰৰ আসনৰ পৰা নমাই আনিছে, আনপিনে তেনেকৈ তেওঁক মানুহ হিচাপে বেছি বাস্তৱ কৰি তুলিছে। মহদা গোসাঁইৰ এই দ্বন্দ্বময় মানসিক দিশটো এটা অতি আকর্ষণীয় দিশ। ক্রুটাচৰ মানসিক দ্বন্দ্বৰ উচ্চ পর্যায় যদিও এই দ্বন্দ্বই পোৱা' নাই, তথাপি অসমীয়া ৰাজনৈতিক উপন্যাসত মানসিক সংঘাতৰ এয়েই এতিয়ালৈকে চূড়ান্ত পর্যায়। অন্য কথা বাদ দিলেও অকল এই বাবেই 'মৃত্যুঞ্জয়' অসমীয়া ৰাজনৈতিক উপন্যাসবোৰৰ ভিতৰত শ্রেষ্ঠ। সামাজিক বা অন্য শ্রেণীৰ অসমীয়া উপন্যাসতো মানসিক সংঘাতে এনে তীব্র ৰূপ আগতে পোৱা নাই। অৱশ্যে এনে মন্তব্য কৰাৰ অর্থ এইটো নহয় যে 'মৃত্যুঞ্জয়' এই বিষয়ত বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত' (১৯৪৪) আৰু 'সেউজী পাতৰ কাহিনী'তকৈও (১৯৫৯) উচ্চ পর্যায়ৰ উপন্যাস।

'জীৱনৰ বাটত' উপন্যাসৰ তগৰৰ আৰু কমলাকান্তৰ শেষৰ পিনৰ মানসিক দ্বন্দ্ব আৰু 'সেউজী পাতৰ কাহিনী'ৰ নৰেশ্বৰৰ মানসিক দ্বন্দ্ব মৃদু, ধীৰ অথচ নিৰন্তৰ প্ৰৱাহমান। ফল্গুৰ স্ৰোতৰ দৰে অদৃশ্যভাবে বোৱা এওঁলোকৰ অন্তর্দ্বন্দ্বই মহদা গোসাঁইৰ মানসিক দ্বন্দ্বৰ তীব্ৰতা কেতিয়াও পোৱা নাই যদিও, এনে বহিঃপ্ৰকাশহীন দ্বন্দ্বই বেছি স্বাভাৱিক আৰু মর্মস্পর্শী। তগৰ আৰু নৰেশ্বৰৰ অন্তর্দ্বন্দ্ব প্ৰকাশ পাইছে উপন্যাস দুখনৰ অন্তৰীকৃত (internalised) কার্য্য বা ঘটনা-প্ৰবাহৰ মাজেদি। আনহাতে মহদা গোসাঁইৰ তীব্ৰ মানসিক দ্বন্দ্ব প্ৰকাশিত হৈছে তেওঁৰ মুখৰ কথাবোৰৰ মাজেদিহে। ঠাই বিশেষত এনে প্ৰকাশ এনে স্থূল ৰূপবো হোৱা দেখা গৈছে: "মোৰ বিৱেক বিকল হৈ গৈছে। আচলতে মোৰ নৈতিক দ্বন্দ্ব ঘটিছে।" (পৃ. ২১০) বিষয়বস্তুৰ কথা বাদ দিলেও এই অন্তর্দ্বন্দ্বৰ দৃষ্টিকোণৰ পৰাও 'জীৱনৰ বাটত' বা 'সেউজী পাতৰ কাহিনী' আৰু 'মৃত্যুঞ্জয়' দুবিধ ভিন্ন প্ৰকৃতিৰ উপন্যাস। বিৰিঞ্চি বৰুৱাৰ উপন্যাসৰ অন্তৰীকৃত, কাৰ্যৰ বিপৰীতে 'মৃত্যুঞ্জয়'ৰ কার্য হ'ল বহিঃকৃত (externalised)। এই

বাবে 'জীৱনৰ বাটত' আৰু 'মৃত্যুঞ্জয়'ৰ কোনখন শ্রেয়ঃ তাৰ বিচাৰ অবান্তৰ। আৰু এই বাবেই ডঃ প্রফুল্ল কটকীৰ 'মৃত্যুঞ্জয়ে' 'জীৱনৰ বাটত'খনৰ "গাদী লবালে"[২০] বোলা উক্তিৰ সার্থকতা মানি লব নোৱাৰি।

গোসাঁইৰ চৰিত্ৰৰ আলোচনা কৰোঁতে উপন্যাসখনৰ এটি বিশেষ দিশ চকুত পৰে—উপন্যাসখনত কৰা প্ৰতীকৰ ব্যৱহাৰ। গোসাঁইৰ শ্বাসৰোগ আৰু মৃত্যু গোসাঁয়ে গ্ৰহণ কৰা আদৰ্শৰ অৰ্থব্যঞ্জক প্ৰতীক বুলি আগতেই উন্মুকিওৱা হৈছে। মৃত্যুৰ আগমুহূৰ্তত শৰ পঁহুৰ কান্দোনত গোসাঁয়ে গোসাঁনীৰ কান্দোন শুনা, কাজলী গাইজনীয়ে বিস্তৃত অৰণ্যত পোৱালি হেৰুৱাই হেম্বেলিওৱা, ধনপুৰৰ সপোন—এই আটাইবোৰৰ প্ৰতীকী অৰ্থ আছে। মনকৰিবলগীয়া কথা যে হেমিংওৱেৰ 'ফৰ্ হুম্ দা বেল্ ট'ল্চ্' উপন্যাসখনতো মেৰিয়াৰ চুলি খুৰোৱা মূৰটো প্ৰতীক হিচাপে ব্যৱহাৰ হোৱাৰ উপৰি এনে আৰু বহুতো প্ৰতীকধৰ্মী ঘটনা আছে। প্ৰতীকৰ এনে ব্যৱহাৰে উপন্যাসখনৰ মূল্য চৰাইছে।

উপন্যাসখনৰ দ্বিতীয় প্ৰধান চৰিত্ৰ ধনপুৰ। ধনপুৰৰ কাৰ্য আৰু ভূমিকা কাহিনীৰ আদিৰ পৰা অন্তলৈ ইমান ব্যাপ্ত আৰু উজ্জ্বল যে এই চৰিত্ৰৰ আগত গোসাঁইৰ চৰিত্ৰও আনকি ম্লান আৰু গৌণ হৈ পৰে। দৰাচলতে ধনপুৰেই উপন্যাসখনৰ নায়ক; গোসাঁইক কব পাৰি উপন্যাসখনৰ বিষয়বস্তু বুলিহে। কাৰ্যক্ষমতা, কৰ্তব্যনিষ্ঠা, সবল ব্যক্তিত্ব আৰু বাস্তৱ দৃষ্টিভংগীৰে ধনপুৰ কাহিনীটোত আকৰ্ষণৰ কেন্দ্ৰবিন্দু। তথাপি এই চৰিত্ৰৰ সৃষ্টিত ঔপন্যাসিকৰ কৃতিত্ব হ'ল চৰিত্ৰটিক গোসাঁইৰ চৰিত্ৰটিৰ দৰে অযথা আদৰ্শায়নৰ পৰা মুক্ত কৰি ৰখাত। ছাত্ৰ হিচাপে ধনপুৰ ভাল নাছিল। তেওঁ "বিশেষ চেষ্টাৰ বলতো হাইস্কুলৰ দেওনা পাৰ হব নোৱাৰা, ধূমপানাসক্ত।" (পৃ. ১) "ক্লাচত মাষ্টৰে অংক বুজায়, সি ভাবি থাকে অন্য কথা। এদিন অংক বুজাই থাকোঁতে সি টোপনিয়াই টোপনিয়াই মিকিৰ গাভৰু এজনীৰ কথা ভাবি আছিল।" (পৃ ৩-৪) শাৰীৰিক গঠন, বল আৰু সাহসত

তেওঁ আদৰ্শ। তেওঁৰ "ৰবাব টেঙা যেন কেটোৰ ক'লা (?) গোঁফযুক্ত গোলমুখ! বেক্ ব্ৰাছ্ কৰা চুলিৰে সৈতে অতিকায় বীৰ্যৱ'ন দেহটোৰ অবিস্মৰণীয় বৈশিষ্ট্য হৈছে বিশাল লোচনৰ দৃষ্টি। সেই দৃষ্টিত যেন সংবৰ্তক অগ্নিহে বিৰাজ কৰিছে…।" (পৃ ১) অথচ "ধনপুৰৰ মোটোহা আঙুলি দুটা দেখি ভিভিৰামে খুব সভয়ে চাইছিল, গাৱঁলীয়া প্ৰবাদমতে এনে আঙুলিৰ মানুহে বিনাদ্বিধায় লোকক হত্যা কৰিব পাৰে।" (পৃ. ১-২)

"খামি ডাঠ বাহুবলী" (পৃ ৭৬) এই ডেকা সদায় কামৰ মানুহ। সাঁতোৰাত পাকৈত, গুলী চলোৱাত পাকৈত ধনপুৰে ভয় কি নাজানে। কাম সিদ্ধ কৰিবৰ বাবে যিকোনো বাধা ওফৰাই দিবলৈ তেওঁ পৰাংমুখ নহয়। কিন্তু দৈহিকভ'বে তেওঁ যিমান চহকী, মানসিকভাবে সিমান চহকী নহয়। আৰু এই কথাতেই ধৰা পৰে 'প্ৰতিপদ'ৰ গিয়াছুদ্দিন আৰু হেমিংওৱেৰ 'কোড্ হিৰো'সমূহৰ লগত তেওঁৰ সাদৃশ্য। সৰবজান বৰ্ণনাকাৰীৰ ভূমিকাত থকা লেখকৰ বৰ্ণনামতে, "তাৰ ভৰা শক্তিও নাই, স্কুলত কেইশ্ৰেণীনো পঢ়িবলৈ পালে? কিন্তু তাৰ এটা ধৰিব পৰা শক্তি আছে, তাৰে যিখিনি ধৰিব পাৰে ধৰে।" (পৃ ৫৮) হেমিংওৱেৰ 'কোড্ হিৰো' সমূহেও এইদৰে প্ৰধানকৈ মগজুৰ সহায়ত জীয়াই নাথাকি ইন্দ্ৰিয়ৰ অবলম্বনত জীয়াই থাকে। অৱশ্যে হেমিংওৱেৰ প্ৰধান চৰিত্ৰবোৰৰ দৰেই ধনপুৰৰো এটা আদৰ্শ আছে। তেওঁৰ সহজ বুদ্ধিৰে ঢুকি পোৱা সৎ আৰু অসতৰ সৰল ধাৰণা এটিৰ ওপৰত প্ৰতিষ্ঠিত এই আদৰ্শ। সেই আদৰ্শৰ ৰূপায়ণৰ বাবেই তেওঁ বিদেশী চৰকাৰ ওফৰাবলৈ স্বাধীনতা আন্দোলনত নামিছে আৰু কুটাঘাতমূলক কাৰ্যত লিপ্ত হবলৈ কুণ্ঠাবোধ কৰা নাই। দলপতি গোসাঁয়ে য'ত ইতস্ততঃ কৰিছে, তাতো ধনপুৰ দৃঢ়ভাবে আগুৱাই গৈছে। ৰেল আলিৰ ফিচ্ প্লেট খোলাত তেওঁৰ লগৰ জন বিফল হ'লত, তেওঁ নিজৰ জীৱন বিপন্ন কৰিও অভিযানটোৰ সফলতাৰ বাবে লগৰজনৰ কামটো নিজে কৰি দিছে। এইবাবেই শেষত তেওঁ শত্ৰুৰ গুলীত আহত হৈ মৃত্যুৰ মুখত পৰিল। কিন্তু তাৰ বাবে তেওঁৰ দুখ নাই।

গুলী খাই আহত হোৱাৰ পিছতো তেওঁৰ মনোবল অটুট হৈ ৰল। তেওঁৰ ৰক্ষাৰ ব্যৱস্থা ললে তেওঁৰ সতীৰ্থসকল বিপন্ন হ'ব— অভিযান বিফল হ'ব—এই আশংকাত সতীৰ্থসকলক তেওঁ তেওঁৰ ওচৰৰ পৰা আঁতৰাই খেদোৱাত জোৰ দিছে। দলপতি গোসাঁইৰ নিৰ্দেশমতে সতীৰ্থসকলে আকৌ তেওঁকহে আঁতৰাই নিব খুজিছে। তেনে অৱস্থাত ধনপুৰৰ এয়া বুজনি:

> আৰু কঢ়িয়াই নি কি লাভ? আপোনালোক যাওক প্ৰভু ঈশ্বৰ। মই আৰু চৌবিশ ঘণ্টাও বাচি নেথাকো যেন লাগিছে। মিছাকৈ এইদৰে কষ্ট কৰে কিয়? মই নিজে নিজৰ দেহা চম্ভালোঁ যিমান সময়লৈকে পাৰোঁ। হাতত ৰাইফলটো আছে। শত্ৰু দেখিলে বধিম। নেদেখিলে পৰা ৰেলখনলৈকে চাম। (পৃ. ১৮৯)

মৃত্যুৰ শীতল স্পৰ্শ শৰীৰত অনুভৱ কৰিও পৰোপকাৰ, সৌজন্যবোধ আৰু কৰ্তব্যনিষ্ঠা তেওঁ পাহৰা নাই। সেয়েহে সতীৰ্থসকলক তেওঁ-লোকৰ মংগলৰ বাবে নিজৰ ওচৰৰ পৰা আঁতৰি যাবলৈ কওঁতে তেওঁ কৈছে, "দধি, তুমি এই শিলচটাত আগবাঢ়ি থাকিবা। গোসাঁইইঁতৰ বাট হেৰাব পাৰে। আৰু দেখা নহ'ব বুলি কৰা" (পৃ ১৯৯)

কিন্তু এনে এক বাস্তৱমুখী, সবলমনা ডেকাও জীৱনৰ শেষ মুহূৰ্ত কেইটাত পৃথিৱীৰ প্ৰতি ভালপোৱা আৰু নাৰীৰ প্ৰেম লৈ আৱেগ প্ৰৱণ হৈ উঠে। সকলোৰে পৰা বিদায় লৈও পৃথিৱীৰ পৰা প্ৰেমিকাৰ পৰা আৰু নিজৰে পৰা বিদায় লবলৈ তেওঁ টান পায়: "কঁকালৈকে গা মূৰ জঠৰ হ'ল। গা ছোৱাতো একো নাই যেন লাগিছে। .... ... মৰণৰ আগজাননী। অ'কৌনো এই সংসাৰলৈ ক'ত আহিব সি? পিছে আকৌ ৰাতিপুৱাৰ বেলি জানো সি দেখা পাব?" (পৃ. ২১৪) ক্ষন্তেক পিছৰ তাৰ উপলব্ধি: "ৰেলৰ চিৰি তোলা, বিপ্লৱ, মুক্তি, ক্ৰোধ এইবোৰ বৰ দূৰৰ বস্তু যেন লাগিছে। কিন্তু সুভদ্ৰাক পাহৰিব পৰা নাই। ... তাই যে নাই! কলৈ গ'ল তাই?

……এতিয়াও সুভদ্ৰাৰ আৰু এটি প্ৰতিমূৰ্তি জীয়াই আছে। ডিমি! ডিমি! ডিমি! ডিমি!" (পৃ. ২১৪-২১৫) মন কৰিবলগীয়া কথা যে সুভদ্ৰাক মনে-চিতে ভাল পাইও, বিয়া কৰাবলৈ সিদ্ধান্তলৈও ধনপুৰে আকৌ ডিমিকো ভাল পায়। আৰু সুভদ্ৰা আৰু ডিমি হ'ল দেখিবলৈ একে। (পৃ. ১১) সুভদ্ৰাৰ অনুপস্থিতিত ধনপুৰৰ বাবে ডিমিয়েই সুভদ্ৰা। ইয়াৰ তাৎপৰ্য কি?

দ্বিতীয় সংখ্যা "সংলাপ"ত এই বিষয়ে বীৰেন ভট্টাচাৰ্যই লিখিছে ("মোৰ উপন্যাস: নেপথ্যৰ কথা", পৃ. ২৮৭) যে এই কথাত ভট্টাচাৰ্যৰ নিজৰ মনৰ anima ও প্ৰকাশ পাব পাৰে। দৰাচলতে ওপৰত আমি বীৰেন ভট্টাচাৰ্যৰ জীৱন সম্পৰ্কে যি ধাৰণাৰ কথা কৈ আহিছোঁ—জীৱনৰ সকলো সংগ্ৰাম, সকলো আদৰ্শৰ ওপৰতো কাম কৰে মানুহৰ জীৱন-প্ৰবাহ অবিচ্ছিন্ন কৰি ৰখাৰ সহজ-প্ৰবৃত্তিয়ে—সেয়েই এই ধনপুৰৰ প্ৰেমৰ এই প্ৰকৃতিতো কাম কৰিছে। মানৱ প্ৰজাতিৰ নিৰৱচ্ছিন্নতা অটুট ৰখাৰ বাবে পুৰুষৰ প্ৰয়োজন নাৰীৰ—ধনপুৰৰ প্ৰয়োজন সুভদ্ৰাৰ। সেই বাবে এজনী সুভদ্ৰাৰ অভাৱত ধনপুৰে বিচাৰিব অন্য এজনী সুভদ্ৰা—ডিমি। জীৱনৰ শেষ মুহূৰ্তত দুৰ্বাৰ স্বাধীনতা-যোদ্ধা ধনপুৰে সুভদ্ৰা বা ডিমিক বিচৰাৰ তাৎপৰ্য এয়েই।

ইমানৰ পিছত উপন্যাসখনৰ প্ৰকৃত মূল্যৰ বিচাৰলৈ আহিব পাৰি। 'ৰাজপথে ৰিঙিয়ায়'ত বীৰেন ভট্টাচাৰ্যই প্ৰকৃত সমাজবাদৰ প্ৰতিষ্ঠাৰ বাবে আপোচহীন সংগ্ৰামৰ প্ৰয়োজনীয়তাৰ কথা প্ৰকাশ কৰিছিল। ইয়াৰ বিপৰীতে ভাৰতৰ স্বাধীনতাৰ অসাৰ্থকতাৰ কথা দোহাৰা হৈছিল। এয়া নিশ্চয় এক স্বাস্থ্যকৰ মনোভংগী। অৱশ্যে কেৱল ৰাজনৈতিক দিশতেই উপন্যাসখনৰ সকলো কথা সীমাবদ্ধ থকা বাবে আৰু বিষয়-বস্তু আৰু আংগিকৰ সুসমন্বয় নঘটা বাবে সেই উপন্যাস প্ৰধান সাহিত্যকৰ্মৰ শাৰীলৈ উঠিব নোৱাৰিলে। 'ইয়াৰুইংগম'ত কেৱল ৰাজনীতিৰ গণ্ডীৰ ভিতৰতেই ইয়াৰ ৰাজনৈতিক বিষয়বস্তু সীমাবদ্ধ নাৰাখি ৰাজনীতিক সামাজিক আৰু মানৱীয় দিশৰ লৈতেও সংযুক্ত

কৰি ৰাজনৈতিক পৰিস্থিতি এটাক বহল দৃষ্টিৰে চোৱা হৈছে। 'ইয়াৰুইংগম' সেয়েহে এক প্ৰধান উপন্যাস। কিন্তু ইও তথাপি অতি উচ্চ মূল্যৰ সাহিত্য বুলি পৰিগণিত হব নোৱাৰে; কিয়নো উচ্চ পৰ্যায়ৰ সাহিত্যকৃতিয়ে তাৰ বিষয়বস্তু সম্যকভাবে দাঙি ধৰাৰ লগে লগে যি এক জীৱনানুভূতি বা জীৱনবোধৰ উদ্ৰেক কৰে, এই উপন্যাসে সেই জীৱনানুভূতি বা জীৱনবোধৰ উদ্ৰেক কৰিব নোৱাৰে। 'প্ৰতিপদ'তো 'ৰাজপথে ৰিঙিয়ায়'ৰ সীমাবদ্ধতা নাই; কিন্তু 'প্ৰতিপদে'ও 'ইয়াৰু ইংগম'ৰ দৰে সামৰণিত কোনো গভীৰ জীৱনবোধৰ আভাস পাঠকৰ মনলৈ আনিব নোৱাৰে। তদুপৰি ইয়াত উত্থাপিত যি সমাজবাদ আৰু তাৰ বাবে কৰা যি সংগ্ৰাম উপন্যাসখনত চিত্ৰিত হৈছে, তাৰ মূল্য যদিও উচ্চ, তথাপি শেষত এই সংগ্ৰামৰ নায়কে ৰণাংগন ত্যাগ কৰিবলগীয়া হোৱা সময়ত সেই আদৰ্শত লাগি থকাৰ স্পষ্ট ইংগিত নিদিলে। বৰং তেওঁ হৈছে আদৰ্শভ্ৰষ্ট। তেওঁৰ অনুগামী যোদ্ধাসকলে সংস্থানহীন অৱস্থাত হৈছে পথহাৰা, নিৰুপায়। সমাজবাদী আদৰ্শৰ ভ্ৰান্তি আৰু সংগ্ৰামী লোকৰ দুৰৱস্থাৰ অৱশ্যম্ভাৱিতাৰ এনে চিত্ৰন কোনো প্ৰকাৰে তাৎপৰ্যপূৰ্ণ কৰি তুলিব নোৱাৰিলে সি পাঠকৰ স্থায়ীভাবে আদৰৰ বস্তু হৈ থকা টান। 'মৃত্যুঞ্জয়' এনে সীমাৱদ্ধতা আৰু দুৰ্বলতাৰ ওপৰত।

'মৃত্যুঞ্জয়'ৰ যোদ্ধাসকলো 'প্ৰতিপদ'ৰ যোদ্ধাসকলৰ দৰে শেষত ছেদেলি ভেদেলি হৈছে। প্ৰধান যোদ্ধা দুয়োজনৰেই ইয়াত মৃত্যু হৈছে। তথাপি কোনো নতুন দৰ্শন ভ্ৰান্ত বা বিক্ষিপ্তভাবে ইয়াত আৰোপিত হোৱা নাই। আন হাতে যি স্বাধীনতাৰ বাবে জনসাধাৰণে কৰা সংগ্ৰাম ইয়াত অংকিত হৈছে, আৰু যি সংগ্ৰামত এই উপন্যাসৰ প্ৰধান চৰিত্ৰ দুটিয়ে প্ৰাণ আহুতি দিয়া দেখুৱা হৈছে, সেই স্বাধীনতা সম্পৰ্কে ধাৰণাও ইয়াত বেছ স্বাস্থ্যকৰ। 'প্ৰতিপদ'ত স্বাধীনতা পালেই সকলো সমস্যাৰ সমাধান হব বুলি প্ৰধান চৰিত্ৰ গিয়াছুদ্দিনে শেষত মত পোষণ কৰাৰ দৰে 'মৃত্যুঞ্জয়'তো অৱশ্তে সকলো সংগ্ৰামীয়েই মত পোষণ কৰিছে। 'প্ৰতিপদ'ৰ গিয়াছুদ্দিনৰ দৰে ধনপুৰেও ইয়াত

কৈছে, "প্ৰথমতে স্বৰাজ, স্বৰাজ পালে বাকীবোৰ গাঁথিব বান্ধ সোনকালে খোল খাব। জাত, খিতাপ, ধনী-দুখীয়াৰ প্ৰভেদ এইবোৰ।" (পৃ. ১১৫) কিন্তু উপন্যাসৰ শেষত কেৱল ৰাজনৈতিক স্বাধীনতাৰ যে একো অৰ্থ নাই, সেই ভাব উত্থাপিত কৰা হৈছে। দুই প্ৰধান যোদ্ধাৰ মৃত্যুৰ পিছত, স্বাধীনতা যুদ্ধয়েই বিধবা আৰু নিথৰুৱা কৰা বিপৰীত শিৱিৰৰ দুগৰাকী সৰলা নাৰীয়ে একে লগ হৈ এই সাৰুৱা মন্তব্য কৰিছে, "ভাবিছোঁ স্বাধীনতা পালে মানুহবোৰ ভাল হ'বনে নহয়।" (পৃ. ৩০৪) এয়েই উপন্যাসখনৰ সামৰণি আৰু এয়েই এনে অতি সাৰ্থক কলাৰ ৰূপত প্ৰকাশ কৰা 'মৃত্যুঞ্জয়' উপন্যাসৰ বক্তব্য।

আদিৰে পৰা স্বাধীনতাই সৰ্বস্ব বুলি তাৰ বাবে যুদ্ধ, ত্যাগ, প্ৰাণবলি আদি দেখুওৱা এখন উপন্যাসৰ সামৰণিত আকস্মিকভাৱে এনে এক বক্তব্য আৰোপিত হ'লে, তালৈ মন দিয়া নগ'লহেঁতেন। কিন্তু ই এক আৰোপিত বক্তব্য নহয়। যি লক্ষ্যৰ বাবে হোৱা যুদ্ধই দুই পক্ষৰ এই দুই নিৰপৰাধ নাৰীক এনেভাবে নিথৰুৱা কৰিলে, সেই লক্ষ্যৰ প্ৰকৃত তাৎপৰ্য এই দুই নাৰীৰ উপলব্ধিত ধৰা দিছে তেওঁলোকৰ জীৱনৰ কৰুণতম অভিজ্ঞতাৰ ফলস্বৰূপে। আৰু পাঠকে তাৰ উমান পাইছে যুদ্ধ, ত্যাগ, বলিদানৰ অদ্ভুত এক তাৎপৰ্যপূৰ্ণ পৰিৱেশত। কাহিনীৰ মাজতো স্বাধীনতা লাভেই যে সকলো সমস্যাৰ সমাধান কৰিব নোৱাৰে—তাৰ আভাস দিয়া হৈছে। স্বৰাজ পালেই জাত, খিতাপ, ধনী-দুখীয়াৰ প্ৰভেদৰ দৰে আমাৰ সমাজৰ সমস্যাবোৰৰ সমাধান হব বোলা ধনপুৰৰ যি ওপৰত দি অহা উক্তি, তাৰ উত্তৰত সৰল, জনজাতীয় ছোৱালী ডিমিয়ে কৈছে, "স্বৰাজ পালে হ'ব পায় বামুণ-ভকত, গাৰো-কছাৰী, ধনী-দুখীয়া নাইকিয়া হ'ব? নহয়, চাই থাকিবি।" (পৃ. ১১৫)

ইয়াৰ আংগিক পৰম্পৰাগত। সৰবজ্ঞান লেখকে এটি কাহিনী বৰ্ণাই গৈছে। চৰিত্ৰসমূহৰ বিষয়ে, সিহঁতৰ কৰ্ম, উদ্দেশ্য, মনোভাবৰ বিষয়ে সকলো সম্ভেদ লেখকেই কাহিনী বৰ্ণনাকাৰী হিচাবে দিছে। পৰম্পৰাগত উপন্যাসৰ এই ৰীতি আমাৰ সাধুকথা, মহাকাব্য, পুৰাণ



৮

আদিবো ৰীতি। তথাপি ইয়াৰ চৰিত্ৰসমূহ—বিশেষকৈ প্ৰধান চৰিত্ৰ দুটি দণ্ডিনাথ কলিতা বা দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাসৰ চৰিত্ৰৰ দৰে অন্তৰৰ সম্ভেদহীন ছায়ামময় চৰিত্ৰ নহয়। ধনপুৰ আৰু মহদা গোসাঁই স্বকীয় ব্যক্তিত্বৰে, অন্তৰৰ ভাব-অনুভূতিৰে ত্ৰিমাত্ৰিক চৰিত্ৰ। কিন্তু কাহিনী আৰু চৰিত্ৰ নিৰ্মাণত লেখকৰ কৃতকাৰ্যতা ধৰা পৰিছে বিশেষকৈ এটা কথাত। এই দুই বিষয়ত হেমিংওৱেৰ প্ৰভাৱ থকা স্বত্বেও ইয়াৰ কাহিনী আৰু চৰিত্ৰসমূহ আমাৰ তেনেই পৰিচিত সমাজখনৰেই বুলি বিশ্বাস হয়। ইয়াৰ কাহিনী যেনেকৈ আমাৰ সমসাময়িক ইতিহাসৰ এটি সচাঁ ঘটনা, ইয়াৰ চৰিত্ৰসমূহো হাড়ে হিমজুৱে অসমীয়া। হেমিংওৱে বা শ্বেচক্‌ছ্‌পীয়েৰ্‌ নপঢ়া কোনো পাঠকৰ ধৰিবৰ উপায় নাই যে ধনপুৰৰ পূৰ্বাৰ্হি আছে আমেৰিকান উপন্যাসত বা মহদা গোসাঁইৰ পূৰ্বাৰ্হি আছে ইংৰাজী নাটকত।

সৰ্বোপৰি লেখকৰ ইয়াত ধৰা পৰা কৃতকাৰ্যতা হ'ল, ইয়াৰ ভাৰতীয় জাতীয়তাবাদী ৰাজনৈতিক বিষয়বস্তুৰ লগত ইয়াৰ সামাজিক আৰু মানৱীয় দিশৰ সমন্বয় সাধনত। প্ৰাথমিকভাবে নগাঞা পৰম্পৰাগত সমাজখন, আৰু বহল অৰ্থত অসমীয়া পৰম্পৰাগত সমাজখনৰ এটি সুন্দৰ চিত্ৰ ইয়াত অংকিত হৈছে। ৰাজনৈতিক বিষয়বস্তু এই সমাজৰ পটভূমিত সম্যক ৰূপত ফুটি উঠিছে। লগতে ৰাজনৈতিক অভিযানৰ চিত্ৰনৰ মাজতে মানৱীয় ভাব-অনুভূতিৰ মৰ্মস্পৰ্শী কাহিনী এটিবো সৃষ্টি হৈছে। 'প্ৰতিপদ' আৰু 'ইয়াৰুইংগম'তো অৱশ্যে এই গুণকেইটা ধৰা পৰাৰ কথা কৈ অহা হৈছে। তথাপি সেই দুই উপন্যাসতকৈ 'মৃত্যুঞ্জয়' ওপৰৰ পৰ্যায়ৰ—ইয়াৰ ৰাজনৈতিক আদৰ্শৰ অধিকতৰ মূল্যৱান তাৎপৰ্যৰ বাবে অকল নহয়। 'মৃত্যুঞ্জয়'ত উত্থাপিত মানৱীয় সমস্যাটি এটি বেছি তাৎপৰ্যপূৰ্ণ, বেছি অন্তৰস্পৰ্শী সমস্যা। মহদা গোসাঁইৰ সংঘাতৰ কাহিনী, ধনপুৰৰ প্ৰেম, দৃঢ়তা আৰু আত্মোৎসৰ্গৰ কাহিনীয়ে পাঠকৰ মন আৰু চিত্তত গভীৰ সাঁচ বহুৱায়। এইবাবেই 'মৃত্যুঞ্জয়' অসমীয়া ৰাজনৈতিক উপন্যাসসমূহৰ ভিতৰত শ্ৰেষ্ঠ উপন্যাস। একে কাৰণতে ই এক উচ্চ মূল্যৰ প্ৰধান সাহিত্যকৃতি। তথাপি অৱশ্যে

ই চিৰস্থায়ী মূল্যৰ ( classic value ) সাহিত্যৰ অন্তৰ্গত নহয়। ইয়াৰ যি মানৱীয় আৱেদন সি গভীৰ হ'লেও স্থায়ী প্ৰকৃতিৰ নহয়। আনহাতে ইয়াত জীৱনৰ তাৎপৰ্যৰ নতুন উপলব্ধি ঘটাব পৰা তেনে কোনো উচ্চ পৰ্যায়ৰ দাৰ্শনিক বা বৌদ্ধিক আৱেদন নাই। টলষ্টয়ৰ "ওৱৰ্ এণ্ড্ পীচ্'ৰ অধ্যয়ন যেনেকৈ এক পাহৰিব নোৱাৰা অভিজ্ঞতা, ডষ্টয়েভ্স্কিৰ "ব্ৰাদাৰ্চ কাৰামাজোভ'ৰ অধ্যয়নে যেনেকৈ হৃদয়-মন উদ্বেলিত কৰি জীৱন আৰু জগতক পাঠকৰ চকুৰ আগত এক নতুন ৰূপত থিয় কৰায়, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়'ৰ অধ্যয়নৰ অভিজ্ঞতা সেই পৰ্যায়ৰ নহয়।

## ॥ মুনিচুনিৰ পোহৰ ॥

বীৰেন ভট্টাচাৰ্যৰ এই ধাৰাৰ পৰৱৰ্তী ৰাজনৈতিক উপন্যাস 'মুনিচুনিৰ পোহৰ' (১৯৭৯)[২১]। 'মৃত্যুঞ্জয়ে' ভাৰতৰ প্ৰাক-স্বাধীনতা যুগৰ জাতীয়তাবাদী মনোভাব আৰু স্বাধীনতা-যুদ্ধ, আৰু 'ইয়াৰুইংগমে' মোটামুটি সেই একে যুগৰে নগা পাহাৰৰ জাতীয়তাবাদ আৰু আঞ্চলিকতাবাদৰ সংঘৰ্ষৰ ছবি অংকন কৰিছে। 'মুনিচুনিৰ পোহৰে' আনহাতে স্বাধীনোত্তৰ কালৰ ভাৰতৰ এটি ৰাজনৈতিক সমস্যা প্ৰতিফলিত কৰিছে। ১৯৭৫ চনৰ মাজ ভাগত ইন্দিৰা গান্ধীৰ প্ৰধান মন্ত্ৰিত্বত ঘোষিত জৰুৰীকালীন অৱস্থাৰ কদৰ্য ৰূপ, তাৰ কুফল আৰু তাৰ বিৰুদ্ধে প্ৰতিবাদ এই উপন্যাসৰ কেন্দ্ৰীয় বিষয়। সেই অস্বাভাৱিক ৰাজনৈতিক পৰিস্থিতিত দেশৰ শাসনৰ ৰচী কেনেকৈ প্ৰকৃত সেৱাৰ ভাবত কাহানিও ব্ৰতী নোহোৱা চৰিত্ৰহীন লোক কিছুমানৰ হাতত পৰিছিল, সংবিধান অনুমোদিত শক্তি নেওচা দি সংবিধান-বহিৰ্গত শক্তিবিশেষেহে দেশ যে তেতিয়া চালিত কৰিছিল, আৰু এই শক্তিৰ চক্ৰৰ লোকসকলৰ ব্যক্তিগত ক্ষোভৰ পোটক তোলা তথা ব্যক্তিগত স্বাৰ্থ পূৰণ কৰাই যে তেতিয়া হৈ পৰিছিল ৰাজনীতিৰ খেলা, তাকেই এক সুকথিত অথচ সবল কাহিনীৰে এই উপন্যাসত দেখুওৱা

হৈছে। এনে পৰিস্থিতিত যে প্ৰকৃত সেৱাৰ আদৰ্শ থকা লোকসকলে দেশৰ বা ৰাইজৰ বাবে একোতো কৰিব নোৱাৰিছিলেই, কিবা কৰিলেও তেওঁলোকক হয় বিনা বিচাৰে জেলত ভৰাই থোৱা হৈছিল, নহয় যিকোনো অজুহাতত পুলিচৰ হতুৱাই অত্যাচাৰ কৰোৱা হৈছিল— তাকো উপন্যাসখনত দেখুওৱা হৈছে।

এই কেন্দ্ৰীয় বিষয়বস্তুৰ উপৰিও, ইয়াৰ এটি ওপৰঞ্চি বিষয়বস্তুও আছে। দুখীয়া, শোষিত ৰাইজৰ সেৱাৰ বাবে মাৰ্ক্সৱাদী আদৰ্শৰ গঠনমূলক কামেই উপযুক্ত নে গান্ধী-ৱিনোবাৰ আদৰ্শৰ গঠনমূলক কামেই উপযুক্ত—তাৰ বিচাৰো এই উপন্যাসে কৰিছে। এই দুই আদৰ্শৰ এটি ক্ষীণ, আভ্যন্তৰীণ সংঘাতৰ মাজেদি লেখকে ইয়াত এই আভাস দিছে যে, গান্ধী-ৱিনোবাৰ আদৰ্শই গঠনমূলক কামৰ বাবে প্ৰশস্ত।

উক্ত বিষয়বস্তু যিটো কাহিনীৰ মাজেদি ফুটাই তোলা হৈছে, সেয়া হ'ল মীনধৰ নামৰ এজন উজান বয়সৰ শিক্ষিত লোকৰ কাহিনী। গুৱাহাটীৰ এখন কলেজৰ বুৰঞ্জীৰ অধ্যাপনাৰ পৰা আঁতৰি আহি টায়ক অঞ্চলৰ নিজৰ গাঁৱত সোমাই পৰা মীনধৰ প্ৰতিভাৱান হোৱাৰ উপৰিও তেওঁৰ এটা প্ৰগতিশীল মনো আছে। গাঁৱত তেওঁৰ বৰ খুড়ীয়েকৰ মৃত্যু হৈছে; আৰু এওঁৰ শ্ৰাদ্ধ কৰিবলৈ কোনো নোহোৱাত মীনধৰেই শ্ৰাদ্ধ কৰিবলৈ গুৱাহাটী এৰি ঘৰলৈ আহিব লগীয়া হৈছে। প্ৰগতিশীল মনৰ মীনধৰৰ শ্ৰাদ্ধ, পূজা-পাটল আদিত অৱশ্যে বিশ্বাস নাই। তথাপি তেওঁ গুৱাহাটী এৰি ইমান দূৰৰ ঘৰলৈ শ্ৰাদ্ধ কৰিবৰ বাবেই যোৱাৰ কাৰণ উপন্যাসৰ ভাষাতেই হ'ল, "শ্ৰাদ্ধক সি মৃতকৰ প্ৰতি শেষ শ্ৰদ্ধাঞ্জলি বুলি গণ্য কৰিছিল।" (পৃ. ৩) "ঔৰ্দ্ধদেহিক কৰ্ম আৰু অন্যান্য ব্ৰাহ্মণ্য সংস্কাৰত মীনধৰৰ ৱিন্দুমাত্ৰও আস্থা নাছিল" (পৃ. ১) বাবেই তেওঁ শ্ৰাদ্ধৰ সময়ত পুৰোহিতক নিৰ্দেশ দিছিল, "চমু কৰাই ভাল হ'ব। বাদ বাকী যি থাকে গুৱাহাটীত কৰিম গৈ।" (পৃ. ২) এনে অৱস্থাত পুৰোহিত আৰু ধৰ্মীয় অনুষ্ঠানত আস্থা থকা লোকসকলৰ মনত তেতিয়া যেনে প্ৰতিক্ৰিয়া হ'ল বুলি দেখুওৱা হৈছে, সি আজিৰ যুগৰ এটি বাস্তৱ,

সাধাৰণ পৰিস্থিতি। মীনধৰৰ নির্দেশ পুৰোহিতে পালন কৰিবলৈ বাধ্য হ'ল, "কিজানি শেষ মুহূর্তত মীনধৰে শ্ৰাদ্ধত নবহোঁ বুলি কয়।" (পৃ. ১) সৰু খুড়ীয়েকেও পুৰোহিতক ক'লে, "তাৰ মতেই কৰিব লাগিব গজেন। এনেই লগৰীয়া (নগৰীয়া?) দেহা লঘোন সহ্য নহয়, তাতে ইহঁতৰ ধৰ্ম-কৰ্মৰ প্ৰতি মতি কম। গাওঁখনতো দেখিছাই, নিয়ম কাৰণ নমনাৰ সংখ্যাই সৰহ।" (পৃ. ২)

বৰ্তমানৰ সমাজত ধৰ্মীয় অনুষ্ঠানৰ প্ৰতি ডেকাসকলৰ শিথিল আনুগত্যৰ পৰিচয় দিবলৈকেই অকল এই দৃশ্যৰ অৱতাৰণা নহয়। ধৰ্মক কানি বুলি জ্ঞান কৰা মাৰ্ক্সবাদীসকলৰ লগত মীনধৰৰ মনোভংগীৰ মিল দেখুৱাবলৈকো এই দৃশ্যৰ অৱতাৰণা। দৰাচলতে মাৰ্ক্সবাদী পন্থাৰে গঠনমূলক কাম কৰাৰ উদ্দেশ্যে গঠিত এটি সংঘ এই গাঁৱত আছেও; আৰু সেই সংঘৰ ডেকা কৰ্মীসকলৰ লগত গাঁৱত থকা কেইদিনত মীনধৰৰ বেছ এটি বুজা পৰা আৰু সৌহার্দ্যও গঢ়ি উঠা দেখা গৈছে। মাৰ্ক্সবাদী ভাবধাৰাৰ এই সংঘটোৰ উৎপত্তি সম্পৰ্কে লেখকে লেখিছে, "এই ডেকা ল'ৰাকেইটা নিবনুৱা আৰু এলেহুৱা হৈ থকা অৱস্থাত জুৱা খেলাত লাগিছিল। সেই সময়তে পুলিচৰ চকুত সিহঁত পৰে আৰু সিহঁতৰ নাম দাগীৰ তালিকাত ভৰ্তি হয়। আজি কালি সিহঁত কৃষক সংঘৰ সদস্য। সিহঁতৰ আগৰ স্বভাৱ বদলিছে।" (পৃ ১৫২)

এই গাওঁখনৰ ন্যস্ত স্বাৰ্থৰ প্ৰতিপত্তিশালী লোকসকলত বাহিৰে অন্য সকলোৰে সিহঁতৰ প্ৰতি সদ্ভাব আছে যদিও, জৰুৰীকালীন অৱস্থা ঘোষিত হোৱাৰ লগে লগে, এই ন্যস্ত স্বাৰ্থৰ লোকসকলৰ প্ৰৰোচনাত সিহঁত পুলিচৰ চকুত পৰিল। সিহঁতৰ লগতে পুলিচৰ চকু পৰিল সিহঁতৰ লগত হলিগলি কৰা মীনধৰৰ ওপৰতো। তথাপি মীনধৰে এই কৃষক সংঘৰ সভ্যসকলৰ লগতে ৰাইজৰ সেৱাৰ বাবে গুপুতে জৰুৰীকালীন অৱস্থাৰ বিৰুদ্ধে কাম কৰি গৈ থাকিল। ৰাইজৰ এনে সেৱাত নিজকে ভালকৈ ব্ৰতী কৰিবলৈকেই তেওঁ আনকি চহৰৰ চাকৰি বাদ দি গাৱঁলৈকেই উভতি যোৱাৰ সংকল্প সোনকালেই গ্ৰহণ কৰিলে।

এই পৰ্য্যন্ত মীনধৰৰ আদৰ্শ আৰু পন্থা মাৰ্ক্সবাদীয়েই বুলি বুজা যায়। কিন্তু চহৰৰ চাকৰি এৰি গাইজৰ সেৱাত এনেকৈ ব্ৰতী হ'বলৈ হ'লে, মাৰ্ক্সবাদেই তেওঁৰ আদৰ্শ হব লাগিব নে গান্ধী-বিনোবাৰ আদৰ্শ ইহে তেওঁৰ আদৰ্শ হব লাগিব—এই লৈ সোনকালে তেওঁৰ মনত প্ৰশ্নৰ উদয় হল। মাৰ্ক্সবাদী আদৰ্শৰে দুৰ্গত জনৰ সেৱা কৰিবলৈ গ'লে যি শ্ৰেণী-সংগ্ৰাম, শ্ৰেণী-সংঘাতৰ কথা উঠে, তাক মীনধৰে অন্তৰৰ পৰা মানি লবলৈ টান পালে। গান্ধীবাদে আনহাতে কোনোটো শ্ৰেণীকেই ঘিণ নকৰাকৈ দুৰ্গতজনক সেৱা কৰিবলৈ শিকায়। গান্ধী-বিনোবাৰ আদৰ্শকেই এই কাৰণত মীনধৰে কাহিনীৰ শেষৰ পিনে নিজৰ আদৰ্শ বুলি গ্ৰহণ কৰিলে।

মীনধৰ কেনেকৈ প্ৰথম অৱস্থাত মাৰ্ক্সবাদী ভাবধাৰাৰ, তাক তলৰ উদাহৰণ দুটিৰপৰা বুজা যাব। কাহিনীৰ আদিত মীনধৰে ভাবিছে, "মইনা ককাইদেৱে যি শান্তিৰ কথা কৈছে সেই শান্তিত সুখী কেৱল শোষক আৰু শাসকসকল। শোষিত আৰু শাসিতৰ কণ্ঠ ৰুদ্ধ হৈ আছে। প্ৰকৃত উন্নতি এনে অৱস্থাত সম্ভৱ নহয়।" (পৃ ১৬)

জহৰা সন্তান বুলি পতিতা কৰি থোৱা নিথকৰা গাভৰু সেউতীক কৃষক সংঘৰ মোহনে বিয়া কৰাবলৈ ওলাইছে তাৰ প্ৰগতিবাদী আদৰ্শৰে গাৱঁৰ ন্যস্ত স্বাৰ্থৰ প্ৰতিপত্তিশালী লোকসকলে মোহন, সেউতী আৰু সিহঁতৰ মাৰ্ক্সবাদী নগৰীয়াসকলৰ এই কথাত বিপক্ষে গৈছে। এনে অৱস্থাত মীনধৰে ভাবিছে:

> এই ছোৱালীজনীক এঘৰীয়া কৰি থোৱাৰ একমাত্ৰ কাৰণ হৈছে তাই জহৰা। তাইৰ জন্মৰ বাবে তাইতো দায়ী নহয়! সমাজখন অন্ধ। ই মানুহক মানুহ বুলি চিনি নাপায়। মোহনে যদি তাইক বিয়া কৰায়, তেন্তে এই অন্ধ সমাজখনৰ চকু গজিব। এতিয়াতো মনুৰ যুগ নাই, মাৰ্ক্সৰ যুগ। (পৃ. ৩১)

কাহিনীৰ আদিৰ পিনে মাৰ্ক্সবাদৰ প্ৰতি এনে সহানুভূতিশীল

মীনধৰৰ কাহিনীৰ মাজ ভাগতো সহানুভূতি অটুট আছে যদিও, তেওঁৰ মনত ক্ৰমে ক্ৰমে ইয়াত নিহিত থকা শ্ৰেণী সংঘৰ্ষৰ কথাই সংঘাতৰ সৃষ্টি কৰিছে :

> চকুৰ আগত এতিয়া তাৰ পৰি আছে কেৱল মানৱ সম্পৰ্কৰ সমস্যা। সম্পত্তিৱান আৰু দুখীয়াৰ সম্পৰ্কত এটা সংঘৰ্ষৰ উপক্ৰম হৈছে ; যোগেনহঁতে এদিন হয়তো প্ৰবল আন্দোলন কৰিব। সন্ত্ৰস্ত মাটিগিৰীসকলে সেই আন্দোলন নাশ কৰিবলৈ চাব। মাটি সমস্যাৰ একমাত্ৰ সমাধান সকলোৱে মাটি চৰকাৰৰ হাতলৈ আনি সমূহীয়া খেতি কৰা। কিন্তু তাকে কৰিবলৈ বহুত দিন লাগিব। কিছুকালৰ বাবে মাটিহীনে প্ৰবল আন্দোলন চলাব, আধিয়াৰে বিচাৰিব মাটিৰ স্বত্ব। এই কাম কৰিবৰ বাবে কৃষক সংঘৰ জন্ম। চৰকাৰে সিহঁতৰ মানুহবোৰ গ্ৰেপ্তাৰ কৰি সেই কামত বাধা দিছে। (পৃ. ১২৮)

কাহিনীৰ শেষৰ পিনেও এপিনে তাৰ মাৰ্ক্সবাদৰ প্ৰতি সহানুভূতি আৰু আনপিনে শ্ৰেণী-সংঘৰ্ষক লৈ সি চিন্তান্বিত :

> গাঁৱৰ শ্ৰেণী সংঘৰ্ষৰ ছাঁ পৰি তাৰ পোহৰ মন কিঞ্চিত অন্ধকাৰ হৈ পৰিছিল। গাঁৱত ক্ষমতাৱান পক্ষ আৰু নিপীড়িত পক্ষৰ মাজত চলি থকা সংগ্ৰাম অনন্ত কাললৈ চলি থাকিব বুলিয়েই মীনধৰৰ ধাৰণা হ'ল। সেই সংগ্ৰামৰ সি মাথোন দ্ৰষ্টা, যদিও তাৰ সহানুভূতি স্পষ্টভাবে যোগেন হঁতৰ ফালে ধাবিত হৈছিল। সিহঁতে অকল ভাবেই নহয়, সকলো সৎ লোকৰেই সহানুভূতি লাভ কৰিবলৈ বাধ্য। (পৃ. ১৯৯)

কিন্তু মাৰ্ক্সবাদ আৰু মাৰ্ক্সবাদীৰ প্ৰতি এনে সহানুভূতিৰ স্বত্বেও, মাৰ্ক্সবাদৰ শ্ৰেণীৰ সংঘাতক লৈ সি উৎসাহিত হ'ব নোৱাৰে বাবেই, সি তাৰ গাৱঁৰ মাৰ্ক্সবাদীসকলৰ নেতা উষাধৰহঁতৰ লগত সম্পৰ্ক অক্ষুণ্ণ ৰাখিও নিৰ্দলীয় ভিত্তিত গঠনমূলক কাৰ্য কৰি যাবলৈহে সিদ্ধান্ত গ্ৰহণ কৰিছে :

> কিন্তু মীনধৰে যি পথেদি গাৱঁলৈ উন্নতি যাব খুজিছে, সেই পথ আছিল কঠিন। গাৱঁলৈ সি সেৱকৰূপে যাব খোজে। উষাধৰহঁতৰ দলৰ লগত তাৰ যথেষ্ট সম্পৰ্ক আছিল, আৰু সেই সম্পৰ্ক অক্ষুণ্ণ ৰাখি, নিৰ্দলীয় ভেটিত সি গাৱঁৰ বাবে গঠনমূলক কৰ্মসূচী গ্ৰহণ কৰিবলৈ মন মেলিছিল। (পৃ. ৫৬)

কাহিনীৰ আদি ভাগৰ মীনধৰৰ এনে মনোভাৱ ক্ৰমে ক্ৰমে দৃঢ় হৈ গৈ শেষত সি স্পষ্ট গান্ধীবাদী হৈ পৰাৰ উমান পোৱা যায় উপন্যাসৰ তলত তুলি দিয়া অংশবোৰৰ পৰা। এয়া গাওঁখনৰ পুৰোহিত আৰু নেতৃস্থানীয় লোক গজেন শৰ্মা আৰু মীনধৰৰ কথোপকথন :

> "শ্ৰেণী সংঘৰ্ষ জানো অনিবাৰ্য নহয়, মামা?" মীনধৰে প্ৰশ্ন কৰিলে।
>
> "নহয়। এই গাৱঁত অত্যাচাৰী মালিক এজনো নাই। ৰায়তেই লাহে লাহে বেছি প্ৰাধান্য লাভ কৰিছে। সকলোৱে মিলি যত্ন কৰিলে গোটেই গাওঁখনকে এক গোট কৰি উৎপাদন বঢ়াব পৰা যাব।" (পৃ. ৬০)

পিছলৈ গজেন শৰ্মাই গান্ধীবাদ আৰু মাৰ্ক্সবাদৰ আদৰ্শ আৰু কাৰ্য্যৰ পাৰ্থক্যৰ বিষয়ে উনুকিওৱা সময়ত মীনধৰে নিজকে গান্ধীবাদী বুলি অনুভৱ কৰিলে। এই ধৰণে :

> "...গান্ধীজীয়ে আৰু বিনোবাই দৰ্শোৱা গ্ৰামোন্নয়ন কাৰ্যসূচী গ্ৰহণ কৰি আমি ইয়াত কাম কৰিব খুজিছিলোঁ। কিন্তু আন্দোলনে আহি কৰ্মীসকলৰ মন উতলা কৰিলে; ইমাৰজেন্সীয়ে তেওঁলোকৰ মনত প্ৰতিৰোধৰ শক্তি জগাই দিলে। সঁচা কথা, এওঁলোকেই সত্যাগ্ৰহী। ......মই নিজে সত্যাগ্ৰহ কৰাৰ সিদ্ধান্তত মত দিয়া নাছিলোঁ। কিন্তু তেওঁলোকে নেমানিলে। একমাত্ৰ গঠনমূলক কামৰ দৃষ্টি গ্ৰহণ কৰি তেওঁলোক সন্তুষ্ট থাকিব নোৱাৰে।

… … আচল আন্দোলন হ'ল গ্ৰামোন্নয়নৰ কাম। তাতেই প্ৰকৃত সলনি নিহিত আছে।… …

মীনধৰে গজেন শৰ্মাৰ ব্যৰ্থতাৰ বেদনা মৰ্মে মৰ্মে অনুভৱ কৰিলে। বিপ্লৱীসকলৰ দুটা জাত। এটা জাতে আন্দোলনত বিশ্বাস ৰাখে, ইটো জাতে গঠনমূলক কাম কৰি ভাল পায়। মীনধৰে গজেন শৰ্মাৰ সৈতে একে জাতৰ বুলি অনুভৱ কৰিলে। (পৃ. ১৩৮-১৩৯)

মাৰ্ক্সবাদ নে গান্ধীবাদ, দলীয় ৰাজনীতি নে গঠনমূলক কাম— এই উপন্যাসৰ এই প্ৰশ্নই তিনি বছৰ পূৰ্বতে প্ৰকাশিত 'ৰঙা মেঘ' উপন্যাসতো উত্থাপিত হৈছিল। তাতো কেন্দ্ৰীয় চৰিত্ৰ আনন্দই মীনধৰৰ দৰে মাৰ্ক্সবাদী ভাবধাৰাৰ হৈয়ো কমিউনিষ্ট দলতো যোগ দিয়া নাই, আৰু শাসক কংগ্ৰেছ দলতো যোগ দিয়া নাই। তিনি বছৰ পিছৰ এই উপন্যাসৰ পাৰ্শ্ব বিষয়বস্তুতো সেই একে কথাকেই দেখা গ'ল। এই কালছোৱাৰ এয়া লেখকৰ নিজৰ মনৰো ধাৰণা বুলি ধৰি ললে, এই তিনি বছৰৰ ভিতৰত তেওঁৰ মনৰ এটি ক্ৰমাবিকাশ এই বুলি প্ৰতীয়মান হ'ব যে, ইতিমধ্যে তেওঁ মাৰ্ক্সবাদ তাৰ শ্ৰেণী সংঘৰ্ষৰ ধাৰণাৰ বাবে গ্ৰহণ যোগ্য নহয় বুলি সিদ্ধান্ত কৰি, গান্ধী-বিনোবাৰ গঠনমূলক কামৰ আদৰ্শকেই নিজৰ বাবে উপযুক্ত আদৰ্শ বুলি মানি ললে।

সি যি কি নহওক, উপন্যাসখনৰ মূল বিষয়বস্তু গণতন্ত্ৰ আৰু ৰাইজৰ প্ৰকৃত সেৱাৰ ভাবক নেওচা দিয়া ১৯৭৫-৭৬ চনৰ জৰুৰী-কালীন অৱস্থাৰ প্ৰতিবাদৰ কথালৈ আহোঁহক। এটি দাম্পত্য জীৱনৰ কাহিনীৰ মাজেদি বেছ কৌশলপূৰ্ণভাবে এই বিষয়বস্তু দাঙি ধৰা হৈছে। মীনধৰৰ দাম্পত্য জীৱনৰেই এই কাহিনী। কাহিনীমতে মীনধৰৰ বিৱাহিত জীৱন অশান্তিময়। তেওঁৰ আৰু তেওঁৰ পত্নীৰ মানসিক গঠন আৰু ভাবধাৰা সম্পূৰ্ণ ভিন্ন। মাৰ্জিত ৰুচিৰ, জন-সাধাৰণৰ প্ৰতি মৰম আৰু শ্ৰদ্ধা থকা মীনধৰে বিলাসিতাপ্ৰিয়, বস্তুবাদী সভ্যতাপ্ৰিয় ঘৈণীয়েকৰ বিষয়ে ভাবে এনেকৈ :

অলকাই তাকতো সুখ নিদিলেই, এই ঘৰত বোৱাৰী হৈ বাস কৰা দিন কেইটাতো বাপেকক শ্ৰদ্ধা নকৰিলে। গাঁৱৰ মানুহক তাই একে শাৰীৰ মানুহ বুলি গণ্য নকৰে, তাইৰ আদৰ্শ মানুহ হ'ল উদ্যোগ বা ব্যৱসায় মালিক, মেনেজাৰ বা উচ্চ চৰকাৰী চাকৰিয়াল। (পৃ. ৭)

এনে এক পত্নীৰ বাবেই নিজৰ গাওঁত কলেজ স্থাপিত হোৱা সময়ত মীনধৰে তাত অধ্যক্ষৰ পদবীটো পায়ো তাক গ্ৰহণ নকৰি অধ্যাপনা কৰিবলৈ যাব লগীয়া হ'ল গুৱাহাটীলৈ। গুৱাহাটীত অলকাই কোনো-দিনে গিৰীয়েক মীনধৰৰ ৰুচি-অৰুচি, সুখ-শান্তিলৈ চকু নিদি নিজৰ মতেই সততে চলি গ'ল। নিজৰ স্বাধীনতাৰ বাট সুচল কৰিবলৈ তেওঁ মীনধৰক একো নজনোৱাকৈয়েই চৰকাৰী উচ্চ বিষয়া, মন্ত্ৰী আদিক ধৰি মিলি চচিয়েল্ ৱেল্‌ফেয়াৰ্ অফিচাৰৰ চাকৰি এটি যোগাৰ কৰি ললে, চচিয়েল্ ৱেল্‌ফেয়াৰ্ বা সামাজিক মংগলৰ ভাব তেওঁৰ মনত কাহানিও নোহোৱা স্বত্বেও। অকল সেয়েই নহয়, মীনধৰৰ সম্মতি নোলোৱাকৈয়েই এখন কথাছবি উলিয়াবলৈ তেওঁ এজন ডেকা ডাইৰেক্টৰৰ লগত কলিকতাও পালে গৈ। ইপিনে মীনধৰৰ গাওঁৰ ঘৰত মাকক চাবলৈ কোনো নাই বাবে, মাকক তেওঁ আনিছিল ঘৈণীয়েকৰ সহায় আশা কৰিয়েই গুৱাহাটীলৈ। মাকৰ আলপৈচান ধৰা দূৰৈৰ কথা, তেওঁক পাৰে মানে দুৰ্ব্যৱহাৰ কৰিলে আৰু শেষত মাক-পুতেকক সেই ঘৰত এৰি তেওঁ চৰকাৰী কোৱাৰ্টাৰলৈ যাবলৈ ওলাল। মীনধৰে যেনিবা তেনে অৱস্থাত সেই ঘৰটোকে ঘৈণীয়েকক দি মাকক লৈ নিজে ভাড়া ঘৰলৈ গ'ল। সোনকালে অলকাৰ সেই ঘৰ "গুৱাহাটীৰ সমাজৰ উচ্চ বিষয়া আৰু মন্ত্ৰীসকলৰ পত্নীৰ পৰা আৰম্ভ কৰি সুপ্ৰতিস্থিত (?) শিল্পীসকল আৰু সাংস্কৃতিক কৰ্মীসকলৰ আড্ডা" হৈ পৰিল। (পৃ. ৫৫)

জৰুৰীকালীন অৱস্থাটো আমাৰ দেশৰ এনে এটি অৱস্থা, যেতিয়া এগৰাকী আদৰ্শহীনা, চৰিত্ৰহীনা লোকেও শাসক দলত ভুক্ত হ'ব পৰাই অকল নহয়, এই দলত অনায়াসে ভুক্ত হৈ ডাঙৰ সমাজ-

সেৱিকা বোলাবও পৰা হ'ল; আৰু মীনধৰৰ দৰে লোক তেতিয়া সভতে সাজু হৈ থাকিবলগীয়া হ'ল জেললৈ যাবলৈ। উপন্যাসৰ ভাষাত:

> তেওঁৰ দৰে অল্পগুণী নাৰীৰ বাবে ভাৰতীয় গণতন্ত্ৰই দিয়া একমাত্ৰ সহজলভ্য সুযোগ লাভ কৰিবৰ বাবে তেওঁ শাসক-দলৰ নিৰ্বাচনী প্ৰাৰ্থী হ'বৰ মন কৰিলে। ইমাৰজেঞ্চী কালত শাসকদলৰ সম্পূৰ্ণ ক্ষমতা এমুঠি মানুহৰ মাজত আৱদ্ধ হৈ পৰিছিল। তেওঁলোকৰ সন্মতি লাভ কৰিবলৈ তেওঁ বেছিদিন কষ্ট কৰিবলগীয়া নহ'ল। ভাল নাৰী প্ৰাৰ্থীৰ অভাৱ থকা বাবে তেওঁৰ প্ৰাৰ্থীত্বৰ (?) দাম বাঢ়ি গ'ল। কিন্তু তেতিয়াও নিৰ্বাচন ওচৰ চপা নাছিল; গতিকে অলকাই সমষ্টি নিৰ্বাচন কৰিবলৈ যথেষ্ট সময় পাইছিল। তেওঁ সঘনে যোৰহাটলৈ অহা-যোৱা কৰিবলৈ ললে। কিছু দিনৰ মূৰত অলকাই নিজৰ ঘৰৰ সমষ্টি বুলি মীনধৰহঁতৰ গাওঁ থকা সমষ্টিটোকেই বাচি ললে। (পৃ. ৫৫)

মীনধৰ তেতিয়া গাঁৱতেই। গাঁৱৰ মানুহৰ দুৰ্গতি দেখি তেওঁ তেতিয়া গুৱাহাটীৰ কলেজৰ চাকৰি বাদ দি গাৱঁতে থাকি তেওঁলোকৰ দুখ মোচনৰ বাবে কি কৰিব পাৰে চিন্তা কৰি আছে। এনে অৱস্থাত অলকাৰ দৰে এগৰাকী নাৰীয়ে গাৱঁলীয়া মানুহৰ মন জয় কৰাৰ এনে অপকৌশল কৰা দেখি ভাবিলে:

> এই গাৱঁলৈ সেই নাৰী এদিন বোৱাৰী হৈ আহিছিল, দুদিনৰ পিছত গাওঁখন নেওচা দি চহৰলৈ গুচি গৈছিল। ……সকলোৰে বাবে নিজৰ শক্তি-সামৰ্থ্য ব্যৱহাৰ কৰাৰ জীৱন-দৰ্শন তেওঁ কোনো কালে গ্ৰহণ কৰা নাই; নিজক সবাতোকৈ ওখত ৰাখি সকলোৰে দুখৰ বিনিময়ত নিজক চহকী কৰাৰ যি স্বাৰ্থপৰ দৰ্শন সেই দৰ্শনত তেওঁ মতলীয়া হৈ উঠিছে। তেওঁ আহিছে এই অজ্ঞ গাৱঁৰ জনমতক অপহৰণ কৰি লৈ গৈ নিজকে ৰাজনৈতিক জগতত শক্তি-শালীসকলৰ শাৰীত বহুৱাবৰ বাবে। (পৃ. ৬৪)

এই জৰুৰীকালীন অৱস্থাৰ এনে মহিমা যে, তেওঁ এতিয়াও ৰাইজৰ নিৰ্বাচিত সদস্য নোহোৱা স্বত্বেও ক্ষমতাৰ আসনত এনে দৃঢ় ভাবে বহি লব পাৰিলে যে, এই সময়ত ৰাইজে পূৰ্বে নিৰ্বাচিত কোনো এম. এল. এ., এম. পি.ৰ সম্পৰ্কে বা বিপক্ষে আনকি চৰকাৰৰ ওচৰত আৱেদন-নিৱেদন কৰিলেও, চৰকাৰৰ উচ্চ পদস্থ বিষয়াসকলেও তেওঁ-লোকক পৰামৰ্শ দিবলগীয়া হ'ল এই বুলি যে, তেওঁলোকে এই বিষয়ে কিবা কাম হোৱাটো বিচাৰিলে অলকাৰ ওচৰলৈহে যাব লাগিব।

অলকাই ভবিষ্যতৰ নিৰ্বাচনৰ বাবে গিৰিয়েকৰ গাৱঁৰ সমষ্টি-টোকেই বাচি লোৱাৰ দৰে, মীনধৰৰ লগত তেওঁৰ যে এতিয়াও আইনমতে বিবাহ-বিচ্ছেদ হোৱা নাই—এই সত্যটোকো মূলধন হিচাপে ললে। মীনধৰৰ গাৱঁৰ সমষ্টিৰ ৰাইজৰ মাজত এই কথাই তেওঁ বেছিকৈ প্ৰচাৰ কৰিলে যে, তেওঁ মীনধৰৰ বিবাহিতা পত্নী। কাহিনীৰ শেষৰ পিনে মীনধৰ গুৱাহাটীলৈ গৈছে, তেওঁৰ কলেজৰ পৰা পদত্যাগ কৰি গাৱঁলৈ স্থায়ীভাবে উভতি আহিবলৈ। কৃষক সংঘৰ লগত লেটি পেটিৰ বাবে আৰু জৰুৰী অৱস্থাৰ বিৰোধী কাম গুপুতে কৰা বুলি তেওঁৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা আছিলেই। গুৱাহাটীলৈ যাওঁতে বাটত যোৰহাটত তেওঁক গ্ৰেপ্তাৰ কৰাৰ আচনি পুলিচৰ আছে বুলি গম পাই মীনধৰৰ পূৰ্বৰ প্ৰেমিকা বিধবা আইধানে তেওঁক নিজৰ গাড়ীত যোৰহাটৰ বাহিৰেদি নি বোকাখাটত তুলিলে গৈ। বোকাখাটত গুৱাহাটীৰ পৰা উভতি অহা অলকাৰ লগত মীনধৰ মুখামুখি হ'ল। অলকাৰ লগত এৰা-এৰি হোৱাৰ পিছত আইধানে মীনধৰক বুজালে, "চি. আই. ডি.য়ে বহুত কিবা কিবি জানিলেও অন্ততঃ আপোনালোকৰ ব্যক্তিগত জীৱনৰ ভিতৰৰ কথাৰ সম্ভেদ নেপায়। আৰু আমাৰ সমাজত অলকা বাইদেউকো ৰাজনীতি বা চাকৰি কৰিবলৈ তেনে এটা পৰিচয় আৱশ্যক। এনে পৰিচয়ে সহায় কৰে।" (পৃ. ২১১)

এইদৰে অলকাৰ চৰিত্ৰৰ, কাৰ্যৰ আৰু ৰাজনৈতিক প্ৰতিপত্তিৰ মাজেদি জৰুৰীকালীন অৱস্থাৰ কদৰ্য ৰূপৰ পৰিচয় ফুটাই তুলি,

সিপিনে আকৌ এই উপন্যাসতে লেখকে কেনেকৈ এই সময়ত চৰকাৰে সৎ আদৰ্শৰ মানুহবোৰক ধৰি নি জেলত ভৰাই থৈ তেওঁলোকৰ পৰিয়ালৰ পানীত হাঁহ নচৰা অৱস্থা কৰিছিল, তাকো দেখুৱাইছে। জৰুৰীকালীন অৱস্থাৰ সমালোচনা উপন্যাসখনত প্ৰত্যক্ষভাৱেও কৰা হৈছে। কাহিনীৰ আৰম্ভণীত মীনধৰে তেওঁৰ গাঁৱত এই অৱস্থাৰ কুফল দেখি এইদৰে ভাবিছে, "কৰবাত কিবা এটা ভয়ানক ত্ৰুটী ঘটিছে। নহ'লে এনে কঠোৰ দমনৰ প্ৰয়োজন নহয়। আজি দেশত একনায়কত্ব চলিছে। কণ্ঠৰুদ্ধ দেশত কাম কেনেকৈ হব তাক সি ভাবি নেপায়।" (পৃ. ১৬)

এই কালছোৱাত হোৱা ভুৱা সামাজিক মংগলৰ কামৰ পৰিচয় মীনধৰৰ চকুতেই পৰিছে এনেদৰে:

> মাটিহীনৰ তালিকা প্ৰস্তুত কৰোঁতে সাধন মণ্ডল, পঞ্চায়ত আৰু এচ. ডি. চি. য়ে মিলি নানান খেলিমেলি কৰিছে। কৃষি-ঋণো অপাত্ৰত পৰিছে। আনহাতে দুখীয়া অধমৰ্ণসকলে আকৌ নিয়মিতভাৱে ঋণ পৰিশোধ কৰিব নোৱাৰি জুলুমত পৰিছে। (পৃ. ৪০)

মীনধৰে এই জৰুৰীকালীন অৱস্থাৰ বিৰোধিতা কৰি ইয়াৰ বিপক্ষে উলিওৱা প্ৰচাৰ-পত্ৰ বিলাইছে আৰু ইয়াৰ বিপক্ষে জনমত গঢ়ি তুলিবলৈ কৃষক-সংঘৰ সভ্যসকলৰ লগ লাগিছে। কাহিনীৰ শেষত তেওঁৰ আদৰ্শৰ লগত মিল থকা তেওঁৰ পূৰ্বৰ প্ৰেমিকা আইধানে তেওঁক কৌশল কৰি নবচোৱা হ'লে, তেওঁ যোৰহাটত গ্ৰেপ্তাৰ হোৱাটো নিশ্চিত আছিল।

এনে বামপন্থী আৰু প্ৰগতিশীল ৰাজনীতিৰ বাহিৰেও, উপন্যাসৰ কাহিনীত সামাজিক প্ৰগতিশীলতাও ধৰা পৰে। একে গাঁৱৰে চহকী, ম্যাজিষ্ট্ৰেট লোক খাউণ্ডৰ ছোৱালী আইধানক সকতেই মীনধৰে ভাল পাইছিল। কিন্তু বাহি-যোৱা নাহে ৰাবেই দুয়োৰে মাজত বিয়াখন নহ'ল গৈ। মীনধৰৰ বাহি-যোৱা মিলিলে ইপিনে [illegible] জগত। ফল কি হ'ল, কাহিনীটোৱে সুন্দৰকৈ দেখুৱাইছে। সিপিনে আইধানৰো

ৰাহি-যোৰা মিলা ল'ৰা এজনৰ লগত বিয়া হোৱাৰ পিছতেই তেওঁ হ'ল বিধবা। দেউতাক খাউণ্ডে তেওঁক পুনৰ ঘৰলৈকে উভতাই আনিব লগীয়া হ'ল; আৰু লগাই দিলে জীয়েকৰ অতি প্ৰিয় সংগীতৰ চৰ্চাত। ৰাহি-যোৰাৰ মিলতকৈ যে মনৰ মিলহে বেছিকৈ চাবলগীয়া কথা, সেই প্ৰগতিশীল ভাব ইয়াত ওলাই পৰিছে।

মীনধৰ যেতিয়া গাঁৱত থাকিবলৈ লৈছেহি, তেতিয়া মনৰ শান্তিৰ বাবে সংগীত চৰ্চাত লাগি থকা আইধান আৰু তেওঁৰ মাজত পুনৰ এটি সম্পৰ্ক স্থাপন হ'ল। ই অৱশ্যে এতিয়া দুয়োৰে সামাজিক আদৰ্শৰ ঐক্যৰহে সম্পৰ্ক; পূৰ্বৰ যৌৱনকলীয়া সম্পৰ্কৰ দৰে সম্পৰ্ক নহয়। বিয়াৰ প্ৰশ্ন এতিয়া দুয়োৰেই বাবে অবাস্তৱ। আনহাতে দুয়োৰে মাজত যে এতিয়াও এক অকৃত্ৰিম, অদেহী ভালপোৱা বিৰাজমান, তাকো দুয়োৱে উপলব্ধি কৰিছে। গাঁৱৰ মংগলৰ বাবে, দুখীয়া ৰাইজৰ সেৱাৰ বাবে দুয়োৱে এনে অৱস্থাত একেলগে কাম কৰি যাবলৈ সংকল্পবদ্ধ হ'ল। আইধানৰ দেউতাকে ভবিষ্যতে জীয়েকৰ স্বচ্ছল জীৱন নিৰ্বাহৰ বাবে তেওঁলৈ এটি শকত ধনৰ মোনা আগবঢ়াই থৈছিল। সেই ধনৰ মোনা এটি আশ্ৰম স্থাপনত খৰচ কৰিবলৈ আইধানে এতিয়া সংকল্প কৰিলে। এই আশ্ৰম পতা হ'ব দুখীয়া ৰাইজৰ সেৱাৰ বাবে। মীনধৰ, আইধান সম্পূৰ্ণৰূপে ব্ৰতী হ'ব সেই সেৱাত। শোষিতজনৰ সেৱাৰ বাবে স্থাপিত এই আশ্ৰম চালিত হ'ব অৱশ্যে গান্ধী-ৱিনোবাৰ আদৰ্শৰে, মাৰ্ক্সৰ আদৰ্শৰে নহয়।

মাৰ্ক্সবাদী সমাজবাদৰ ৰাজনীতি নে গান্ধীবাদী আদৰ্শৰ সমাজসেৱা; জৰুৰীকালীন অৱস্থাৰ সমালোচনা আৰু বিৰোধিতা; গাৰ্হস্থ্য জীৱনৰ পৰিচালনাত প্ৰগতিশীতাৰ প্ৰয়োজন—এইবোৰ কথা উত্থাপন কৰা এই ৰাজনৈতিক উপন্যাসখন নিঃসন্দেহে এখন তাৎপৰ্যপূৰ্ণ উপন্যাস। কিন্তু ইয়াৰ সাহিত্যিক মূল্য কিমান? সামাজিকভাবে তাৎপৰ্যপূৰ্ণ ইয়াৰ বিষয়বস্তু উপন্যাসৰ আকাৰত উপস্থাপন কৰোঁতে কোনো বিশেষ কৌশলৰ বা জটিল আংগিকৰ সহায় নোলোৱাকৈ এটি সৰল কাহিনীৰ মাজেদিয়েই লেখক ইয়াত সন্তোষজনক ভাবে কৃতকাৰ্য

হ'ব পাৰিছে। ইয়াত বাহিৰে অন্য কোনো দিশত ইয়াত তেনে একো বৈশিষ্ট্য চকুত নপৰে। সেয়ে হ'লেও, ভট্টাচাৰ্যৰ ই এখন অন্যতম শ্ৰেষ্ঠ উপন্যাস নহ'লেও, স্থায়ী মূল্যৰ সাহিত্যকৃতি নহ'লেও, লেখকৰ তাৎপৰ্যপূৰ্ণ বিষয়বস্তুৰ ভাল উপন্যাস কেইখনৰ ভিতৰত ইও এখন।

## ॥ কালৰ হুমুনিয়া ॥

এই পৰ্যন্ত কিতাপৰ আকাৰত প্ৰকাশিত বীৰেন ভট্টাচাৰ্যৰ উপন্যাসসমূহৰ ভিতৰত 'কালৰ হুমুনিয়া'ই (১৯৮২)[২২] শেহতীয়া উপন্যাস। অসমৰ চাহ বাগিচাৰ পটভূমিত ৰচিত এই উপন্যাসে চাহ বাগিচাৰ বিদেশী, শ্বেতাংগ কৰ্তৃপক্ষৰ বিপক্ষে ভাৰতীয় বনুৱা-সকল বিক্ষুব্ধ হৈ উঠাৰ চিত্ৰ এটি অংকিত কৰিছে। এই উপন্যাসৰ বাৰ বছৰ পূৰ্বে প্ৰকাশিত 'প্ৰতিপদ' উপন্যাসতো বিদেশী কৰ্তৃপক্ষৰ বিপক্ষে ভাৰতীয় বনুৱাৰ বিক্ষুব্ধ উত্থান দেখুৱা হৈছিল। কিন্তু তাত এই উত্থানক দেখুওৱা হৈছিল পুঁজিপতি শোষকৰ বিপক্ষে শোষিত বনুৱাৰ উত্থান হিচাপে: এই কথা আগতেই আমি বিশ্লেষণ কৰি দেখুৱাইছোঁ। এই উপন্যাসত কিন্তু প্ৰায় একে ধৰণৰ কৰ্তৃপক্ষ আৰু বনুৱাৰ সংঘৰ্ষক বিদেশী শাসক শ্ৰেণীৰ বিপক্ষে দেশীয় শাসিত লোকৰ সংঘৰ্ষ হিচাপেহে দেখুওৱা হৈছে। 'প্ৰতিপদ'ৰ শোষক-শোষিতৰ সংঘৰ্ষৰ কাহিনীৰ সামৰণিত, 'ৰাজপথে ৰিঙিয়ায়'ৰ বৈজ্ঞানিক সমাজবাদী আদৰ্শৰ লেখকে কেনেকৈ ক্ৰমে এই আদৰ্শৰ গতি সলোৱাৰ উপক্ৰম কৰিছে, তাৰ আভাস আছিল বুলি আগতেই আঙুলিয়াই অহা হৈছে। পুঁজিপতি কৰ্তৃপক্ষৰ বিৰুদ্ধে বনুৱাৰ আন্দোলনৰ সাম্প্ৰতিক উপন্যাস 'কালৰ হুমুনিয়া'ক সেয়েহে বৈজ্ঞানিক সমাজবাদৰ উপন্যাস নুবুলি জাতীয়তাবাদী ভাৱধাৰাৰ উপন্যাস বুলি গণ্য কৰা হৈছে। সমসাময়িক কংগ্ৰেছৰ (১৯২১ চন) প্ৰভাৱ বনুৱা সকলৰ ওপৰত পৰা বুলিও উপন্যাসখনত দেখুওৱা হৈছে।

শ্বিংল' টী কোম্পানী নামৰ এটি বৃটিছ চাহ কোম্পানীৰ চক্ৰাই চাহ বাগিচাত এই উপন্যাসৰ কাহিনী উপস্থাপিত কৰা হৈছে। ভাৰতীয় স্বাধীনতা যুদ্ধৰ এটি উল্লেখযোগ্য বছৰ ১৯২১ এই কাহিনীৰ সময়। অসমতো কংগ্ৰেছৰ স্বাধীনতা আন্দোলন এই সময়তে বেছি বিস্তাৰিত আৰু শক্তিশালী হৈ উঠিছিল। দুখৰ বিষয়, যদিও মহাত্মা গান্ধীয়ে অসম কংগ্ৰেছৰ অনুৰোধক্ৰমে এই বছৰতে প্ৰথম অসমলৈ আহিছিল আৰু অসমৰ চাহ বাগিচা আৰু তাৰ বনুৱাবোৰৰ প্ৰতি বিশেষ আগ্ৰহ দেখুৱাই তেজপুৰত এখন বাগিচা গৈ চাইছিল আৰু বনুৱাবোৰৰ সম্পৰ্কে তথ্য সংগ্ৰহ কৰিছিল; আৰু সিপিনে যোৰহাট, ডিব্ৰুগড়ত গান্ধীৰ বক্তৃতা হেজাৰ হেজাৰ বনুৱাই বাগিচা কৰ্তৃপক্ষৰ নিষেধাজ্ঞা লংঘন কৰিও শুনিছিল গৈ [২৩], ঔপন্যাসিকে এই ঐতিহাসিক সত্যক উপন্যাসখনৰ পাতলৈ অনাৰ সুযোগ নললে।

সি যি কি নহওক, উপন্যাসখনৰ আৰম্ভণীৰ প্ৰথম দুটা বাক্য তাৎপৰ্যপূৰ্ণ: "তেতিয়াও দেশ বৃটিশ শাসনৰ পৰা মুক্ত হোৱা নাছিল। চাহ বাগান আছিল চাহাবৰ একচ্ছত্ৰী শাসনত।" দেশ বৃটিছ শাসনৰ তলত, চাহাবসকলৰ একচ্ছত্ৰী শাসন—উক্ত বাক্য দুটিৰ এই দুই ধাৰণাক কেন্দ্ৰ কৰিয়েই উপন্যাসখন ৰচিত হৈছে। বাছা নামৰ অনুভূতিশীল সৰু ল'ৰা এটিৰ দেউতাক, বাগানখনৰ কল-ঘৰৰ বাবুজন আৰু সেই বাগানৰে বৰ বাবু পঞ্চানন বৰগোহাঁই অসমীয়া বা ভাৰতীয় শোষিত কেৰাণী শ্ৰেণীৰ প্ৰতিনিধি। স্বাভাৱিকতে এওঁলোকৰ সহানুভূতি হ'ল, বাগানৰ বনুৱাখিনিৰ প্ৰতি; কাৰণ এওঁলোকো কেৰাণীসকলৰ দৰে শ্বেতাংগ কৰ্তৃপক্ষৰ মইমতালিৰ বলি। কৰ্তৃপক্ষৰ দমন-পীড়িত বনুৱাসকলৰ ভিতৰত উল্লেখযোগ্য বনুৱাসকল হ'ল—বাগাল বুঢ়া, কহনী বুঢ়া, বাগাল বুঢ়াৰ জীয়েক ৰুক্মিণী, কহনী বুঢ়াৰ জীয়েক লছিয়া, আৰু ৰুক্মিণীক পিছলৈ বিয়া কৰোৱা ডেকা বাকা। এই আটাইবোৰৰ অন্তৰত বাগানৰ বৃটিছ কৰ্তৃপক্ষৰ লোকসকলৰ মইমতীয়া ব্যৱহাৰৰ বিৰুদ্ধে বিদ্ৰোহৰ ভাব গুমৰি আছে। বিদেশী কৰ্তৃপক্ষৰ বিৰুদ্ধে এওঁলোকৰ অসন্তুষ্টিৰ সুযোগ লৈ বাগিচাৰ

বাহিৰৰ কংগ্ৰেছ কৰ্মীসকলে কংগ্ৰেছৰ কৰ্মক্ষেত্ৰ বাগিচাৰ ভিতৰলৈ বিস্তৃত কৰিছে; আৰু এনেদৰেই কংগ্ৰেছে বাগিছাৰ কৰ্মী সকলকো সহায় কৰিছে। বাগানলৈ সঘনে আহি বনুৱা কেৰাণীসকলৰ অসন্তুষ্টিৰ আৰু অসুবিধাৰ ভু লোৱা কাহিনীৰ কংগ্ৰেছকৰ্মী দুজন হ'ল ললিত আৰু ভুবন গগৈ। "ললিত বাছাৰ দেউতাকৰ খুলশালীয়েক আৰু ভুবন গগৈ বৰ বাবুৰ ভাগিনেক" (পৃ. ২৮)। এই চেলু লৈয়েই তেওঁলোকে বাগানত সোমায় আৰু তলে তলে কংগ্ৰেছী ৰাজনীতি কৰে। অৱশ্যে ললিত আৰু ভুবন গগৈ ওথাপি বাগিচা কর্তৃপক্ষৰ সন্দেহৰ পৰা সাৰিব পৰা নাই।

কাহিনীত বনুৱাসকলৰ কর্তৃপক্ষৰ বিপক্ষে দুটা বিদ্ৰোহ হয়—এটা আৰম্ভণীৰ পিনে আৰু আনটো শেষৰ পিনে। প্ৰথমটো বিদ্ৰোহৰ সূত্ৰপাত হৈছিল বাগানৰ মিস্ত্ৰী চাহাব ডাউগ্‌লাচৰ যৌন আচৰণৰ বিপক্ষে পৰোক্ষভাবে; আৰু বাগানত বাঘ মৰা ঘটনা এটিক লৈ প্ৰত্যক্ষভাবে। সুন্দৰী বনুৱা গাভৰু ৰুক্মিণীয়ে গাখীৰ দিবলৈ গধূলি ডাউগ্‌লাচৰ হাউলিত সোমোৱাত মদ খাই মাতাল লৈ থকা ডাউগ্‌লাচে ৰুক্মিণীক বলাৎকাৰ কৰিবলৈ চেষ্টা কৰে। তাই চিঞৰি দিয়াত অন্য বনুৱাবোৰ দৌৰি আহি তাইক ৰক্ষা কৰে। তাইক ৰক্ষা কৰা এই বনুৱাসকলৰ নায়ক আছিল গুণী, জ্ঞানী বনুৱা ডেকা বাকা। ঘটনাটো উপলক্ষে গোটখোৱা মানুহবোৰ আঁতৰি যোৱাত বাকা আৰু ৰুক্মিণীৰ মাজত ভাবৰ আদান-প্ৰদান হয়; আৰু ইয়েই পিছত পৰিণতি লাভ কৰে তেওঁলোকৰ বিয়াত। পিছে বগা চাহাবে যে বনুৱা ছোৱালীৰ সতীত্ব নাশ কৰিবলৈ চেষ্টা কৰিলে, এই লৈ বনুৱাসকলৰ যি ক্ৰোধ জাগ্ৰত হ'ল, সি চাহাবৰ বিপক্ষে থকা এওঁলোকৰ অন্য এটি ক্ৰোধৰ পোতক তোলাত সহায়ক হ'ল গৈ।

পূৰ্বৰ এওঁলোকৰ অসন্তুষ্টিটো হ'ল বাঘ মৰা ঘটনাটিক লৈ। বাগি-চাখনৰ বৰ চাহাবৰ আটাইতকৈ ডাঙৰ চখটোৱেই হ'ল, বাঘ চিকাৰ। অথচ বাগিচাত বাঘ ওলাই সন্ত্ৰাসৰ সৃষ্টি কৰাত বৰ চাহাবে কেবা ৰাতিও খপিও বাঘটো মাৰিব নোৱাৰিলে। শেষত বৰ বাবু

পঞ্চানন বৰগোহাঁয়েহে বাঘটো মৰাত সক্ষম হ'ল। কিন্তু তাৰ ছালখন আকৌ লাগে বৰ চাহাবক—তেওঁৰ নৱবিবাহিতা পত্নীক উপহাৰ দিবলৈ। বৰবাবুৱে এইটো হ'ব লাগিলে কামকেই এৰি দিব বুলি বনুৱাসকলক জনাই দিলে। লগে লগে সকলো বনুৱা আৰু বাবু চাহাবৰ বিপক্ষে থিয় হ'ল। তথাপি বৰবাবুৰ বাহিৰে সকলো বনুৱা আৰু কৰ্মী পিছদিনাও কামলৈ গৈছিল। কিন্তু দেখা গ'ল, "রুক্মিণীৰ ইজ্জত হানি কৰা মিস্ত্রী চহাব"ৰ বিপক্ষে (পৃ. ২৭) বৰচাহাবে যদিও বিচাৰ কৰিব বুলি আশ্বাস দিছিল, তথাপি সেই দিনাও আন কি মিস্ত্রী চাহাবে হাতত বিভলভাৰ লৈয়েই একে বেপৰোৱা ভাবত কামত সোমাল গৈ। "বনুৱাবিলাকৰ অসহ্য হ'ল। মিস্ত্রী চাহাব কলঘৰত সোমোৱাৰ অলপ পিছতে কলঘৰৰ সকলো বনুৱাই 'কাম নকৰোঁ' বুলি ওলাই আহিল।" (পৃ. ২৭) লগে লগে বৰচাহাবে "কাৰো লগত একো আলোচনা নকৰাকৈ···কাম খতি কৰা বনুৱাখিনিৰ হাজিৰা বন্ধ কৰি দিলে।" (পৃ. ২৭) এওঁলোকৰ সমৰ্থনত কোৰ মৰা, পাত তোলা, হাবি কটা সকলো বনুৱাই নিমিষতে কাম এৰিলে। ইপিনে চাহাবে ইয়াৰ প্ৰত্যুত্তৰত সোণাৰী থানাৰ পৰা "দুই ডজনমান সশস্ত্র চিপাহী" আনি নমালে; আৰু ইপিনে কলঘৰৰো সকলো দুৱাৰ বন্ধ কৰি দিয়া হ'ল। বনুৱা সকলৰ সন্মুখত দাৰোগাই সশস্ত্র পুলিচ দলটোক শাৰী পতাই থিয় কৰালে। সেইকালেই বনুৱা সকলৰ পিছপিনে আহি থিয় হোৱা দেখা গ'ল, কংগ্ৰেছ কৰ্মী ললিত আৰু ভুবন গগৈক।

বনুৱাসকলৰ তিনিটা দাবী আছিল: "বৰ বাবুক বাঘৰ ছালখন ঘূৰাই দিয়া, মিস্ত্রী চাহাবক কামজাৱিলৈ যাবলৈ বন্ধ কৰা আৰু হাজিৰা দিয়া কাম আৰম্ভ কৰি দিয়া।" (পৃ. ৩২) বৰচাহাবৰ এই দাবী কেইটা মানি লোৱাত আপত্তি নাছিল যদিও ই ললিত আৰু ভুবন গগৈৰ কংগ্ৰেছ পাৰ্টিৰ উচতনিৰহে ফল বুলি প্ৰথমতে মানিবলৈ কেৰেপাহাইছিল। শেষত যেনিবা মানি ললে। সৌজন্যৰ খাটিৰত তেতিয়া বৰবাবুৱে বাঘটোৰ ছালখন স্বেচ্ছাই বৰচাহাবৰ পত্নীক উপহাৰ দিলে।

সেই উপহাৰ গ্ৰহণ কৰা বাবে কিন্তু বৰচাহাব হেনবিয়ে বৈণীয়েক ছাৰাৰ্ক বেয়া পালে। ছাৰাৰ ভাৰত-প্ৰীতি আৰু ভাৰতীয়ৰ প্ৰতি সহানুভূতি হেনবিৰ আগৰে পৰাই অসহ্য হৈ আছিল।

সিপিনে বনুৱাসকলৰ দাবী মানি বৰচাহাবে ডাউগ্‌লাচক কিন্তু কামজাৰিলৈ যোৱা বন্ধ কৰিলে যদিও, দৰাচলতে ডাউগ্‌লাচক অন্য বাগিচালৈহে প্ৰমোশ্যন দি বদলি কৰা হ'ল। বনুৱাসকলে এই কথা জানি পুনৰ অসন্তুষ্ট হ'ল। বাগাল বুঢ়াৰ ভাষাত, "এই দেশত চাহাবৰ বিচাৰ কৰা কোনটো বিচাৰক আছে? এই দেশত আমাৰ বাবে আইন নহয়।" (পৃ. ৩৯) তথাপি বাগাল বুঢ়াই এটা দাবী কৰিছিল: "চাহাবক আমাক দি দিয়ক। আমি পঞ্চায়ত বহুৱাই বিচাৰ কৰিম।" (পৃ. ৪০) উত্তৰত বৰ চাহাবে কৈছিল, "ইংৰাজৰ ওপৰত তহঁতৰ আইন নচলে।" ..."পলিটিক্স্ হেজ্ কৰাপ্‌টেড্ দিচ মেন্‌চ্ চোল। আই ন', হি ইজ্ টিউটৰ্‌ড্ বাই গান্ধীজ্ মেন্।" (পৃ. ৪০)

প্ৰথমটো বনুৱা-বিদ্ৰোহৰ কাহিনীৰ দ্বাৰা এনেকৈ দেশীয় লোকৰ বিপক্ষে বিদেশী কৰ্তৃপক্ষ আৰু চৰকাৰৰ অন্যায় দেখুৱাই, কাহিনীৰ শেষৰ পিনে পুনৰ অন্য এটি বিদ্ৰোহৰ ঘটনাৰ অৱতাৰনা কৰা হৈছে। কক্মিণীৰ তেতিয়া এটি কেচুৱা হৈছে। ইপিনে পূৰ্বৰ সকলো বনুৱাৰ আস্থাভাজন বৰবাবুৱে এতিয়া বনুৱাসকলৰ আস্থা হেৰুৱাইছে। কল বাবু বাছাৰ দেউতাক কিন্তু এতিয়াও সকলো বনুৱাৰে পাত্ৰ। এইবাৰো কুলীসকলে চাহাব কৰ্তৃপক্ষৰ ওচৰত তিনিটা দাবী উত্থাপন কৰিছে: "ভাল চাউল দিব লাগে, হাজিৰা বঢ়াব লাগে, কামৰ সময় বান্ধি দিব লাগে।" (পৃ. ১১৫) এই দাবীৰ দৰ্খাস্তখন বনুৱাসকলে বাছাৰ দেউতাকৰ হতুৱাইহে লিখাই আনিছে।

বৰচাহাবে ভাল চাউল দিয়া দাবীটোত বাহিৰে বাকী দুটা দাবী মানি নলয় বুলি জনাই দিলে। তেওঁৰ বা বাগান-কৰ্তৃপক্ষৰ মতে বনুৱাসকলৰ এই দাবীৰ গুৰিত আছে কংগ্ৰেছৰ ৰাজনীতি। তেওঁৰ মতে কংগ্ৰেছৰ "ভলন্টিয়াৰবোৰে এটা ডাঙৰ ষড়যন্ত্ৰ কৰিছে এই বাগানত।

বনুৱা আৰু বাবুক বিশৃংখল হ'বলৈ, ৰাজদ্ৰোহী হ'বলৈ শিকাইছে।" (পৃ. ১১৯) আন কি, এতিয়া বনুৱাসকলৰ আস্থা হেকওৱা ৰবৰাবু পঞ্চানন বৰগোহাঁইৰ মতেও, "ভুল হওক, শুদ্ধ হওক, সিহঁতে নিজে নিজে দাবী আদায়ৰ কথা চিন্তা কৰিছে। এইটো ভুবন-ললিতহঁতৰ কামৰ ফল। ৰবৰাবুৰ অভিভাৱকত্বৰ দিন উকলিল।" (পৃ. ১১৬)

এটা দাবী মানি লোৱাৰ পিছতো বনুৱাবোৰে যেতিয়া আন্দোলনৰ পথ ত্যাগ নকৰিলে, তেতিয়া পুনৰ বাগিচাত আগৰ বাৰৰ দৰে সশস্ত্ৰ পুলিচ নমোৱা হ'ল। পুলিচৰ হতুৱাই লাঠী চালনা কৰাই অনেক বনুৱাক আহত কৰা হ'ল। ৰাছাৰ দেউতাকক দৰ্খাস্তখন লিখি দিয়া বাবে "ইন্‌চ্‌টিগেটৰ্‌" বুলি চাবুকেৰে কোবোৱালে। ৰাকাকো চাবুকেৰে কোবাই কোবাই নিতত কৰি পেলাই থলে। অকল এয়েই নহয়, এই দুজনক কামৰপৰা বৰ্খাস্ত কৰা হ'ল আৰু দুয়োকে তুৰন্তে বাগিচা এৰি যাবলৈ আদেশ দিলে। ৰাকা তেতিয়া চাবুকৰ আঘাতৰ চিকিৎসাৰ বাবে হস্পিতালতে।

ৰুক্মিণী আৰু ৰাছাৰ দেউতাকৰ বাগান এৰা বিদায়ৰ দৃশ্যৰে কাহিনীৰ সামৰণি পৰিছে। ইয়াৰ প্ৰতিবাদত বাকীবোৰ বনুৱাই কামলৈ যাবলৈ অমান্তি হৈছিল। কিন্তু:

> বনুৱাবিলাকৰ ওপৰত এইবাৰ পুলিচৰ অত্যাচাৰ চলিল। পুলিচৰ ধমকি আৰু ভাবুকিত বহুত বনুৱা কলঘৰ আৰু বাগানলৈ যাবলৈ বাধ্য হ'ল। যিবোৰ কামলৈ নগ'ল, সেইবোৰক পুলিচে নিৰ্মমভাবে মাৰধৰ কৰিলে। লগে লগে চাহাবে ঘোষণা কৰিলে, যিবোৰ বনুৱা কামলৈ নেযাব, সিহঁতক বৰ্খাস্ত কৰা হ'ব আৰু আন বাগানৰ পৰা বা বস্তিৰ পৰা বনুৱা আনি কামত নিযুক্তি দিব। সন্ত্ৰাসৰ বিৰুদ্ধে এক গোট হৈ থিয় দিবৰ জোখাৰে সংঘবিহীন বনুৱাবোৰে শক্তি গোটাব নোৱাৰি শেষত কামত যোগ দিবলৈ থিৰাং কৰিলে। (পৃ. ১৩৩-১৩৪)

এনে কাহিনীৰ দ্বাৰা লেখকে কেনেকৈ ভাৰতীয়সকলৰ ওপৰত বিদেশীৰ

শাসন, শোষণ আৰু দমনৰ স্বৰূপ দেখুৱাব খুজিছে, তাক সহজে বুজা যায়। চৰকাৰী পুলিচে যে বাৰে বাৰে বিনাবিচাৰে বাগানৰ কর্তৃপক্ষক সহায় কৰিছে, তাৰপৰাই বুজিব পাৰি বিদেশী শোষক আৰু দমনকাৰী এই বাগিচাৰ কর্তৃপক্ষ বিদেশী ঔপনিবেশিক শাসকৰ প্ৰতিভূ; আনহাতে বাগিচাৰ শোষিত, দমিত ভাৰতীয় বনুৱা-কর্মচাৰী-সকল হ'ল সাম্ৰাজ্যবাদী চৰকাৰৰ দ্বাৰা শোষিত, দমিত ভাৰতীয় জনতাৰ প্ৰতিভূ।

এই উপন্যাসৰ আলোচনাৰ আদিতে এই উপন্যাসে কেনেকৈ ‘প্ৰতিপদ’ৰ দৰে পুঁজিপতি শোষকৰ বিৰুদ্ধে শোষিত বনুৱাৰ উত্থান নেদেখুৱাই বিদেশী শাসক শ্ৰেণীৰ হাতত ভাৰতীয় শাসিত প্ৰজাৰ দুৰৱস্থাহে দেখুৱাইছে, তাক উল্লেখ কৰি কৈছিলোঁ যে, ই লেখকৰ ৰাজনৈতিক মনোভংগীৰ ইংগিত বহন কৰিছে। কিন্তু তাৰ লগতে এই কথাও সঁচা যে, ঐতিহাসিক দৃষ্টিকোণৰ পৰা, ১৯২১ চনৰ বনুৱা বিদ্ৰোহৰ কাহিনীত লেখকে দেখুওৱা তাৎপর্যহে থকা স্বাভাৱিক। ১৯২১ চনত অসমত মাৰ্ক্সবাদী ভাবধাৰা গা কৰা নাছিল। জাতীয় কংগ্ৰেছৰ ভাবধাৰাৰো আনকি অসমত তেতিয়া আৰম্ভণীহে বুলিব পাৰি। এনেস্থলত ১৯২১ চনৰ এই কাহিনীত মাৰ্ক্সবাদী ভাবধাৰৰ সলনি লেখকে জাতীয়তাবাদী ভাবধাৰৰহে ছাঁ পেলাই ইতিহাসৰ প্ৰতিয়েই সুবিচাৰ কৰিছে বুলিও কব পাৰি। সেয়ে হ'লেও, ১৯৭০ ত প্ৰকাশিত ‘প্ৰতিপদ’ৰ কাহিনীত ত্ৰিছৰ দশকৰ শেষৰ পিনে মাৰ্ক্সবাদী ভাবধাৰাৰে শ্ৰেণী-সংগ্ৰামত ব্ৰতী এক যোদ্ধাই যিদৰে হঠাৎ বিদেশী চৰকাৰ আঁতৰালেই সংগ্ৰামী জনতাৰ সমস্যাৰ অন্ত পৰিব বুলি সিদ্ধান্ত লোৱাটো ভ্ৰমাত্মক বুলি কব লাগিব, ঠিক একেদৰে ১৯৮২ চনত প্ৰকাশিত এই উপন্যাসতো ১৯২১ চনৰ কাহিনী হ'ল বুলিয়েই তাত বিদেশী চৰকাৰৰ আশ্ৰিত বিদেশী কর্তৃপক্ষ বাবেইহে সি বনুৱা-কর্মচাৰীৰ স্বার্থৰ কথা নাভাবে বুলি দেখুওৱাটো ভ্ৰমাত্মক বুলি কব লাগিব। দেশীয় চৰকাৰ আৰু কর্তৃপক্ষইও যে একে পৰিস্থিতিত চৰকাৰ বা কর্তৃপক্ষৰ প্ৰকৃতি অনুসৰি একে ধৰণেই বনুৱাক দমন কৰিব

পাৰে, তাৰ আভাস, ইয়াৰ কাহিনী স্বাধীনোত্তৰ কালত ৰচিত বাবেই, দিয়াটো বেছি সহজ হৈ উঠিব লাগিছিল।

উল্লেখযোগ্য, অসমৰ চাহ বাগিচাৰ পটভূমিতে ৰচিত মুল্ক্‌ৰাজ আনন্দৰ 'টু লীভ্‌চ্‌ এণ্ড্‌ এ বাড্‌' (১৯৩৭) উপন্যাসত এনে প্ৰগতিবাদী ভাবধাৰাকেই প্ৰকাশিত কৰা হৈছে, যদিও স্বাধীনতা আন্দোলনৰ কালতেই এই উপন্যাস ৰচিত আৰু প্ৰকাশিত হৈছিল। এই উপন্যাসতো বাগানৰ শ্বেতাংগ কৰ্তৃপক্ষই শ্বেতাংগৰ চৰকাৰৰ সহায়ত ভাৰতীয় বনুৱাসকলক একেধৰণেই শোষণ আৰু দমন কৰিছে। 'কালৰ হুমুনিয়া'ত যিদৰে বৰচাহাব হেন্‌ৰি দেশীয় বনুৱাৰ সততে বিৰুদ্ধাচাৰী, মুল্ক্‌ৰাজ আনন্দৰ 'এটি কুঁহি দুটি পাত'তো এচিষ্টেণ্ট্‌ মেনেজাৰ ৰেগী হাণ্ট্‌ একেদৰেই বনুৱাসকলৰ বিৰুদ্ধাচাৰী। ভট্টাচাৰ্যৰ উপন্যাসত বৰচাহাবৰ পত্নী ছাৰাৰ যেনেকৈ ভাৰতীয়সকলৰ প্ৰতি অসাধাৰণ ভালপোৱা আৰু সহানুভূতি, আনন্দৰ উপন্যাসতো শ্বেতাংগ ডাক্টৰ ডি লা হেভাৰ্‌ ঠিক একে প্ৰকৃতিৰ। মুল্ক্‌ৰাজ আনন্দৰ উপন্যাসখনো যদিও বিদেশী কৰ্তৃপক্ষ আৰু দেশীয় বনুৱাৰ কাহিনী হিচাপে জাতীয় ভাবাপন্নও আৰু ইয়াৰো কাহিনীত বিদ্ৰোহী বনুৱাসকলৰ ওপৰত কংগ্ৰেছৰ প্ৰভাৱ পৰিছে বুলি কৰ্তৃপক্ষই সন্দেহ কৰিছে, তথাপি তাৰ কেন্দ্ৰীয় বিষয়বস্তু কিন্তু স্পষ্টভাবে পুঁজিবাদী শোষণ আৰু তাৰ বিৰুদ্ধে শোষিত জনতাৰ শ্ৰেণী সংগ্ৰাম। ভাৰতীয় বনুৱাসকলৰ প্ৰতি সহানুভূতিশীল বৃটিছ ডাক্টৰ ডি লা হেভাৰে তাত নিজেই শোষিত আৰু নিপীড়িত বনুৱাসকলক পুঁজিবাদীৰ শোষণৰ বিৰুদ্ধে বিপ্লৱ কৰাৰ প্ৰয়োজনীয়তাৰ কথা কৈছে। বনুৱাসকল যেতিয়া আনন্দৰ কাহিনীত বগা চাহাব এচিষ্টেণ্ট্‌ মেনেজাৰ ৰেগী হাণ্টৰ অত্যাচাৰত নিৰুপায় হৈ সিহঁতৰ প্ৰতি সহানুভূতিশীল বগা চাহাব ডাক্টৰ ডি লা হেভাৰৰ ওচৰ চাপিছে, ডি লা হেভাৰে তেতিয়া এই ভাৰতীয় বনুৱাসকলক ওলোটাই সুধিছে— তেওঁলোক অগণৰ বনুৱাই এজন এচিষ্টেণ্ট মেনেজাৰক কিয় সমুচিত শিক্ষা এটি দিব নোৱাৰিলে। বনুৱাসকলে তেওঁলোকৰ স্বভাৱজাত বশ্যতা

আৰু হীনমন্যতাকে চাহাবক সুধিছে, কলা ছামবাৰ লোকেও জানো বগা চাহাবক সেইটো কৰিব পাৰে। চাহাব ডাক্টৰে তেতিয়া তেওঁলোকক বুজাইছে, তেওঁলোকৰ দেশ বিলাতত্তো কুলীবোৰক কৰ্তৃপক্ষৰ মানুহে একেদৰেই অত্যাচাৰ কৰে; অথচ তাৰ কুলীবোৰো একে বগা ছামবাৰেই মানুহ।[২৪] নিৰক্ষৰ সৰল কুলীবোৰে আচৰিত হৈ সুধিলে, "সেই কুলীবোৰ চাহাব হোৱা স্বত্বেও সিহঁতক চাহাবেই মাৰে?" ডি লা হেভাৰৰ উত্তৰ, "হয়, (ছালৰ ৰঙৰ বাবে) কোনো পাৰ্থক্য নহটে।" (পৃ. ২০০) এনে দৃষ্টিভংগীৰ বাবে এইজন ডাক্টৰজন অৱশ্যে চাহাব হ'লেও, চাহাবৰ বাগিচাৰ পৰাই সোনকালে খেদা খাইছিল। আৰু তেওঁৰ ডায়েৰীত পোৱা গৈছিল এনেকুৱা কথা:

> ... the black coolies clear the forests, plant the fields, toil and garner the harvest, while all the money-grubbing, slave-driving soulless managers and directors draw their salaries and dividends and build up monopolies. Therein lies the necessity of revolution in this country. (p. 123)

বীৰেন ভট্টাচাৰ্যৰ 'কালৰ হুমুনিয়া'ত এনে ভাবধাৰা প্ৰকাশ নাপালে— সেই বাবেই অৱশ্যে এই উপন্যাসৰ মূল্য কমি গ'ল বুলি কেতিয়াও কব নোৱাৰি। ইয়াৰ সাহিত্যিক মূল্যায়ন সাহিত্যিক দিশৰ আলোচনাতেই কৰিব লাগিব। এই সাহিত্যিক দিশৰ আলোচনালৈ আহি দেখোঁ, 'প্ৰতিপদ'ত যি নিষ্ঠাৰে লেখকে তাৰ কাহিনী আৰু ঘটনা-সমূহ সমসাময়িক বাস্তৱতাৰ লগত জড়িত কৰি কাহিনীৰ জগতখনলৈ বিস্তৃতি, বাস্তৱতা আৰু বিশ্বাসযোগ্যতা আনিছিল, সেই নিষ্ঠা এই উপন্যাসৰ ৰচনাত ধৰা নপৰে। উপন্যাসৰ কাহিনীৰ সময়ৰ গান্ধীৰ অসম ভ্ৰমণ আৰু চাহবাগিচাৰ সৈতে এই ভ্ৰমণৰ সম্পৰ্কৰ ঐতিহাসিক সত্যও কেনেকৈ লেখকে ইয়াত প্ৰতিফলিত নকৰিলে, তাক

কোৱাই হৈছে। যি কেইটা ঘটনা আৰু পৰিস্থিতিক উপন্যাসত স্থান দিয়া হ'ল— সেইবোৰ মানুহৰ অনুভূতিক বিশেষভাবে আলোড়িত কৰিব পৰাকৈ সৃষ্ট নহ'ল। মানুহৰ কল্পনা আৰু অনুভূতিক বিশেষ-ভাবে স্পৰ্শ কৰিব পৰা ইয়াত কোনো অভিজ্ঞতা বা দৃশ্যৰ বৰ্ণনাও নাই।

আনহাতে চাহাবৰ অত্যাচাৰৰ, লোলুপতাৰ বা লিপ্সাৰ অনেক কথাই ইয়াত আছে, যিবোৰ অপৰিহাৰ্যও নহয়; আৰু যিবোৰৰ তাৎপৰ্যও বিশেষ কোনো সূক্ষ্ম ৰূপত দেখুওৱা হোৱা নাই। ডাউগ্লাচ্ চাহাবে ৰুক্মিণীৰ সতীত্ব নাশ কৰাৰ চেষ্টা কৰাৰ পৰা খেদিয়েই উপন্যাসখনলৈ আকৌ অনা হৈছে ডাউগ্লাচ্ চাহাবৰ বাংলোটোতেই অতীতত ৰুক্মিণীৰ মাক সীতাৰ যৌৱন অৱস্থাত মেক্ফাৰ্‌শান্ চাহাবে সতীত্ব হানি কৰাৰ কাহিনী— যিহৰ ফলত জন্ম হৈছিল ৰুক্মিণীৰ। চাহাবৰ যৌন-লিপ্সাৰ সাৰ্বজনীনতা আৰু ভাৰতীয়-সকলে ভোগা তাৰ সুদূৰপ্ৰসাৰী পৰিণাম দেখুৱাবলৈকেই নিশ্চয় এটাৰ পিছত এটা ব্যভিচাৰৰ কাহিনী উপন্যাসখনলৈ এনেকৈ অনা হৈছে। কিন্তু বিৰিঞ্চিকুমাৰ বৰুৱাই তেওঁৰ 'সেউজী পাতৰ কাহিনী'ত (১৯৫৯) এনে ঘটনাৰ মাজেদি জীৱন সম্পৰ্কে যেনেকৈ পাঠকক গভীৰ উপলব্ধিৰ মুখামুখি কৰি দিব পাৰিছে, এই উপন্যাসত কিন্তু তেনে গভীৰতাৰ কোনো আভাস নাই। একেদৰে একে দমন আৰু শোষণৰ মাজেদি মুল্ক্ৰাজ আনন্দে এক সামাজিক সত্য যি কৃতকাৰ্যতাৰে পাঠকৰ আগত দণ্ডায়মান কৰিছে, সেই একেটা সত্য নহ'লেও তেনে ধৰণৰ সামাজিক সত্যও একে কৃতকাৰ্যতাৰে ইয়াত অংকিত হোৱা নাই। ভট্টাচাৰ্যৰ 'কালৰ হুমুনিয়া', মুঠতে, পাঠকৰ অন্তৰ আন্দোলিত কৰিব পৰা সাহিত্যকৃতি নহয়; পাঠকক কোনো সত্যৰ পোহৰ দিব পৰা সাহিত্যকৃতিও নহয়।

উপন্যাসখনত চাহ বাগিচাৰ বনুৱা সকলৰ চহকী সাংস্কৃতিক জীৱনৰ অভিলেখ বহুতোখিনি স্থান দিয়া হৈছিল। কুলী সমাজত প্ৰচলিত টুচুৰ কাহিনী (পৃ. ৫১-৫২), ঝুমুৰ নাচৰ অনুষ্ঠান (পৃ. ৯৮–১০১)

আদি ইয়াত বিশদভাবেই বৰ্ণিত হৈছে। চাহ বাগিচাৰ বনুৱাজীৱনৰ এনে সংস্কৃতিক দিশত বিৰিঞ্চি বৰুৱাৰ বা মুহ্‌ৰাজ আনন্দৰ উপন্যাস অৱশ্যে এবেদৰে চহকী নহয়। 'প্ৰতিপদ'ক যি ধৰণে ৰাজনৈতিক ইতিহাস আৰু পটভূমিত স্থাপিত কৰিছে, 'কালৰ হুমুনিয়া'ক সেইদৰে এই সংস্কৃতিক দিশতহে চহকী কৰাৰ আচনি লেখকৰ বোধহয় আছিল। কিন্তু এই দিশৰ পৰাও উপন্যাসখন এখন কৃতী উপন্যাস হৈ হুঠিল। এই সাংস্কৃতিক অনুষ্ঠানবোৰ উপন্যাসৰ কাহিনীত বা প্লটত ওতপ্ৰোত ভাবে জড়িত হৈ পৰা নাই। কুলীজীৱনৰ আৰ্থিক দিশত বাহিৰে সাংস্কৃতিক দিশৰো এইবোৰে যদিও আভাস দিয়ে, এইবোৰৰ স্বত্বেও কিন্তু এই কুলীজীৱনৰ সামগ্ৰিক ৰূপ উপন্যাসখনে ফুটাই তুলিব পৰা নাই। কিয়নো, বনুৱা জীৱনৰ আৰ্থিক বা ৰাজনৈতিক আৰু সংস্কৃতিক দিশ উপন্যাসখনে সামৰিলেও, ইয়াত বনুৱাসকলৰ ব্যক্তিগত আৰু গাৰ্হ্যস্থ জীৱনৰ অন্তৰংগ দৃশ্য বা ভাব-অনুভূতি পাবলৈ নাই। মুহ্‌ৰাজ আনন্দৰ উপন্যাসত এই দিশটো কিন্তু বেছ আৱেদনশীল ৰূপতেই আছে, যদিও তাতো এই দিশ বিস্তৃত-বহুল নহয়। বিৰিঞ্চিকুমাৰ বৰুৱাৰ উপন্যাসখনৰ প্ৰধান ফ'কাচ্ অৱশ্যে কুলীসমাজ নহৈ বাগিচাৰ উচ্চ বিষয়াৰ সমাজখনহে; গতিকে তাত ইয়াক আশা কৰিবই নোৱাৰি।

'কালৰ হুমুনিয়া'ৰ বৰ্ণনা বা বিৱৰণৰ ভাষাও বহু ঠাইত অতি নিৰস, নিৰাভৰণ আৰু যান্ত্ৰিক। ১১৪ বা ১১৬ পৃষ্ঠাত চকু ফুৰালেই এই কথা প্ৰতীয়মান হ'ব। অৱশ্যে অংশ বিশেষত অতি সৰল, ঠৰঙা বাক্যৰেও কেতিয়াবা অন্তৰ চুই যোৱা বৰ্ণনা লেখকে দিব পাৰিছে। এইটো বীৰেন ভট্টাচাৰ্যৰ এটা সাধাৰণ লক্ষণেই; যদিও এই উপন্যাসত তাক সততকাই পোৱা নাযায়। এই উপন্যাসৰ আৰম্ভণীৰ অধ্যায়-টোতহে বিশেষকৈ পুৰণি বুৰঞ্জীৰ কিতাপৰ বৰ্ণনা ভংগী আৰু ভাষাৰ সৰলতাৰে চক্ৰাই বাগিচাৰ যি পুৰণি ইতিহাসৰ আভাস দিয়া হৈছে, তাত লেখকৰ সেই সৰল ভাষাৰে যাদুৰ সৃষ্টি কৰিব পৰা ক্ষমতা ধৰা পৰে।

## মানৱীয় প্ৰমূল্যৰ উপন্যাসসমূহ

প্ৰধানকৈ ৰাজনৈতিক ঔপন্যাসিক হ'লেও, অৰাজনৈতিক উপন্যাসো যে বীৰেন ভট্টাচাৰ্যই লিখে, আৰু তাৰ মাজতো উচ্চ স্তৰৰ উপন্যাস একাধিক খন আছে—এই কথা পূৰ্বতেই উন্মুকিয়াই অহা হৈছে। তেওঁৰ অৰাজনৈতিক বা মানৱীয় প্ৰমূল্যৰ উপন্যাসসমূহ দুটা ভাগত ভগাব পাৰি—আৰ্থ-সামাজিক আৰু ভাব-প্ৰধান। উল্লেখযোগ্য যে প্ৰথম উপন্যাস 'ৰাজপথে ৰিঙিয়ায়'ৰ যোগে ৰাজনৈতিক উপন্যাসত হাত দি দ্বিতীয় উপন্যাস 'আই'ৰ (১৯৬০) যোগেদিয়েই ভট্টাচাৰ্য্যই আৰ্থ-সামাজিক বিষয়বস্তুৰ উপন্যাসত হাত দিয়ে। তাৰ পিছত তৃতীয় পৰ্যায়তহে এওঁ মানৱ অন্তৰৰ ভাব-অনুভূতিমূলক উপন্যাস ৰচনা কৰিবলৈ আগবাঢ়ে। কালানুক্ৰমিকভাবে যিহেতু আৰ্থ-সামজিক উপন্যাস ভট্টাচাৰ্যৰ দ্বিতীয় স্তৰৰ ৰচনা, ৰাজনৈতিক উপন্যাসৰ পিছত আমি এতিয়া এওঁৰ আৰ্থ-সামাজিক বিষয়-বস্তুৰ আলোচনালৈ আহোঁ।

### ॥ আৰ্থ-সামাজিক উপন্যাস ॥

### ॥ আই ॥

'আই' (১৯৬০)[২৫] ভট্টাচাৰ্যৰ দ্বিতীয় উপন্যাস বুলি জনা যায় যদিও, 'ইয়াৰুইংগম'ৰ লগত একে বছৰতে ই প্ৰকাশিত হৈছিল। তুলনামূলকভাবে প্ৰথম উপন্যাস 'ৰাজপথে ৰিঙিয়ায়'তকৈ দ্বিতীয় উপন্যাস 'আইৰ' বিষয়বস্তুৰ পৰিসৰ কিছু বহল। অৱশ্যে প্ৰথম উপন্যাসখনৰ তুলনাত দ্বিতীয় উপন্যাখনিৰ বিষয়বস্তুৰ উত্থাপন

আসোঁয়াহপূৰ্ণ ; আৰু তাৰ ফলত এই বহুল পৰিসৰৰ বিষয়বস্তুৰ সমুচিত ব্যৱহাৰ লেখকে ইয়াত কৰিব নোৱাৰিলে।

প্ৰথম উপন্যাসখনৰ বিপৰীতে এই দ্বিতীয় উপন্যাসখন গতানুগতিক কাহিনী-পৰম্পৰাৰ ; আৰু এই কাহিনীৰ আৰম্ভণীটোও গতানুগতিক। তথাপি এই গতানুগতিক আৰম্ভণী বেছ সুকথিত আৰু পৰিমিত। কাহিনীৰ তিনিটা আঁতৰ তিনিওটাই ( বাছাৰ পৰিয়ালৰ, বুঢ়া ভকতৰ পৰিয়ালৰ আৰু সন্যাসীৰ কাহিনীৰ ), এই প্ৰথম অধ্যায়তে সূচিত হৈছে আৰু ইয়াৰ বিষয়বস্তুৰ আভাসো অস্পষ্টভাবে হ'লেও ইয়াতেই ধৰা পৰিছে। ঢেকিয়াখোৱা গাঁৱৰ এটি সৰু ল'ৰা বাছাৰ মাক কঠালজোপাৰ তলত আহি উপস্থিত হোৱা এটি সন্ন্যাসীৰ শুশ্ৰূষাত ব্যস্ত। বাছাৰ সেইদিনা বিদ্যাৰম্ভৰ দিন। আৰু দুই এক অতিথি এই উদ্দেশ্যে আহিব। দুখীয়া যদিও, বিধবা যদিও, বাছাৰ মাক তেওঁৰ দ্বিতীয় পুত্ৰ এই বাছাক পঢ়ুৱাবলৈ দৃঢ়-প্ৰতিজ্ঞ। দেউতাকৰ অকাল মৃত্যুৰ বাবে তেওঁৰ প্ৰথম পুত্ৰৰ পঢ়া আধা-ভুখৰীয়া হ'ল ; আৰু তেওঁ তেনেকৈয়েই চাহ-বাগিচাৰ কেৰাণী কামত সোমাবলগীয়াত পৰিল। দ্বিতীয় ল'ৰাই যাতে ভালকৈ পঢ়িব পাৰে, মাক সেই লৈ সজাগ।

এই বিদ্যাৰম্ভৰ সাধাৰণ অনুষ্ঠানটোলৈ আহিছে পৰিয়ালটোৰ খেতি-মাটিখিনি তাহানি দেউতাকৰ দিনৰে পৰা খাই থকা বুঢ়া ভকত। বুঢ়া ভকতে সন্ন্যাসীজনৰ আগত ভকতৰ পৰিয়ালৰ আৰু বাছাৰ দেউতাক ৺চন্দ্ৰনাথহঁতৰ পৰিয়ালৰ মাজৰ বহু বছৰীয়া মধুৰ সম্পৰ্কৰ কাহিনী কৈ আপোন পাহৰা হয়। কিন্তু লগতে ইয়াকো আক্ষেপৰ সুৰত কয় যে সম্প্ৰতি ল'ৰাহঁতৰ দিনত পৰিয়াল দুটাৰ এই সম্পৰ্কত ঘুণে ধৰিছে। সকলোৰে সন্মানৰ পাত্ৰ এই সন্ন্যাসীজনৰ এই বিষয়ে মন্তব্য হ'ল : "মাটি কম, মানুহ বেছি। সেয়ে গণ্ডগোল। মানুহে মাটি ক'ত খাব, মাটিয়েহে মানুহ খাইছে।" ( পৃ. ১০ ) ইয়াৰপৰাই মাটি মালিক আৰু বায়তৰ সম্পৰ্কই এই উপন্যাসৰ বিষয়বস্তু বুলি অনুমান কৰিব পাৰি। এই অনুমান

কিমান দূৰ সত্য, তাৰ আলোচনা পিছলৈ থৈ এতিয়াতে এই কথা কব পাৰি যে এই দুই পৰিয়ালৰ সম্পৰ্কলৈয়েই উপন্যাসৰ কাহিনী।

বুঢ়া ভকতৰ পৰিয়ালে যদিও মনত পৰা কালৰে পৰা বাছা-হঁতৰ পৰিয়ালৰ মাটি খাই আহিছিল, তথাপি এতিয়া বুঢ়া ভকতৰ ল'ৰা মনে দুৰৱস্থাত পৰি চোৰ কৰিবলৈ বাধ্য হ'ল; আৰু সুদীৰ্ঘ কাল জেল খাই সৰ্বহাৰা হ'ল। মনে জেলৰ পৰা ওলাই অহাৰ ৰাতি তাৰ উছন ভেটিত সাপ-বেঙৰ মাজত পৰি থাকি যেতিয়া মাকলৈ সুঁৱৰি উচুপি আছিল, তেতিয়া খেতিৰ মাটি তাৰ স্বভাৱৰ কাৰণে তাৰ দখলৰ পৰা কাঢ়ি নি তাৰ এই অৱস্থাৰ বাবে কিছু পৰিমানে দায়ী হোৱা বাছাৰ মাকেই লক্ষ্মীস্বৰূপা মাতৃ ৰূপত তাৰ আগত ওলালহি, আৰু তেওঁৰ ঘৰত সেই ৰাতিৰ বাবে আশ্ৰয় দিবলৈ লৈ যোৱাত সক্ষম হ'ল। মনে যিহেতু তেওঁক এই চৰম দুৰৱস্থালৈ থেলি দিয়া নাৰীৰেই আতিথ্য, তেওঁৰ মুখত মাকৰ ছবি দেখা পাই, গ্ৰহণ কৰিলে, গতিকে কব লাগিব, মনৰ নিজৰ স্বভাৱো তাৰ এই দুৰৱস্থাৰ অন্যতম কাৰণ বুলি মনৰো নিশ্চয় অবচেতন মনত হ'লেও এটি ধাৰণা আছে। মনহঁতৰ পৰা খেতিৰ মাটি মনৰ স্বভাৱৰ বাবেই হওক বা অন্য কাৰণেই হওক, বাছাৰ মাকে যে কাঢ়ি নিলে, সি যে সন্ন্যাসীয়ে কোৱা মতে শেষ বিচাৰত মাটি কম, মানুহ বেছি বাবেই হৈছে, ব্যক্তিগত ভাবে তাৰ বাবে কাকো জগৰীয়া কৰি লাভ নাই, সেই কথাৰো ই ইংগিত। মনৰ মনৰ পিছপিনে এনে এটি ধাৰণাও আছে বাবেই নিশ্চয় আপাতঃ সিহঁতৰ শত্ৰু বাছাৰ মাকৰ সেই মাতৃবৎ স্নেহৰ আহ্বানত সি সেই বিপত্তিৰ নিশা সহাঁৰি জনালে।

সম্প্ৰতি জনসংখ্যাৰ অনুপাতত মাটিৰ পৰিমাণ তাকৰীয়া হৈ পৰাৰ পৰিপ্ৰেক্ষিতত মানুহৰ সম্পৰ্কৰ কেনেকৈ পৰিৱৰ্তন আহিছে, তাকো কাহিনীটোত অৱশ্যে বৰ স্পষ্টকৈ দেখুওৱা হোৱা নাই। আনহাতে বাপুকণ, ৰজত আদি কেবাটাও চৰিত্ৰই অৰ্থনৈতিক কাৰণতকৈ স্বভাৱৰ দোষতহে যে বেছিকৈ নিৰ্যাতন ভুগিছে, সিও কাহিনীটোত ফুটি উঠিছে। কাহিনীৰ শিশু চৰিত্ৰবোৰেও সিহঁতৰ আপোন মানুহবোৰৰ দুখৰ আচল কাৰণ কি, তাৰ উৱাদিহ নাপাই এনে তৰ্কত প্ৰবৃত্ত হৈছে :

"তই ওপৰে ওপৰে কথা কৈছ। আমাৰ গাৱঁৰ ল'ৰাবোৰে চুৰ কৰিবলৈ লৈছে কিয় ক'ব পাৰনে?" খুব কঠোৰ ভাৱে প্ৰশ্ন কৰিলে কেন্দুকলায়ে।

তথা লাগি বৈ বাছাই সুধিলে, "কিয়?"

"খাবলৈ নাপাই।"

"মিছা কথা। যাৰ স্বভাৱ বেয়া সি চুৰ কৰে। পঢ়িছনো কি!"

"হেৰ অভাৱে জানো স্বভাৱ নষ্ট নকৰে।" (পৃ. ৩৮)

উপন্যাসখনৰ সমগ্ৰ কাহিনীটোৰ মাজেদিও ঔপন্যাসিকে এই প্ৰশ্নৰ স্পষ্ট উত্তৰ দিয়া নাই। এই প্ৰশ্নৰ উত্তৰ কাহিনীত দিয়া তেওঁৰ আভাসবোৰেৰে উলিয়াই লবলৈ পাঠকলৈ থৈছে যেনহে লাগে। কিন্তু এই আভাসবোৰো আকৌ ইমান অস্পষ্ট যে সেইবোৰে দৰাচলতে পাঠকক বিমোৰতহে পেলায়।

কাহিনীৰ মতে গাওঁখনত সংলোক সকলোৰে দুখ। অসৎ কাম কৰি দুই এক সজ্জ লোকৰো দুখ হৈছে, সি স্বাভাৱিক। কিন্তু "যুদ্ধত মিলিটাৰীৰ টকাৰে ধনী হোৱা আৰু মাৰোৱাৰী মহাজনৰ লগত ধান বেপাৰ কৰি খোৱা ইন্দ্ৰেশ্বৰ ঠিকাদাৰৰহে কেউপিনে জয়-জয় ময়-ময়।" (পৃ. ২০) "তাৰ দৰে অধইচ মানুহ" (পৃ. ২০) দেখা পোৱা নাযায়। ধন ধাৰে দি সুদ লোৱাত সি "মাৰোৱাৰীতকৈ সাত চাৰ" (পৃ. ২১)। "গাওঁখনৰ আধা মাটি তাৰ হাতত পৰিল গৈ" (পৃ. ২০)। ইয়াৰ এই শোষণৰ পুতৌজনক বলি অন্য বহুতৰ দৰে গাওঁখনৰ এজন ডেকা ল'ৰা ৰজতো হ'ল। কিন্তু তাৰ নিজৰ অৱস্থাতকৈয়ো তাৰ অসহ্য হ'ল মনে চুৰিৰ অভিযোগত জেললৈ যোৱাৰ পিছত সেই পৰিয়ালটোৰ দুৰৱস্থা দেখি। পৰিয়ালৰ এনে দুৰৱস্থাৰ বাবে ইন্দ্ৰেশ্বৰ মহাজনৰ দৰে লোকেই দায়ী বুলি সি নিশ্চিত।" "ইন্দ্ৰেশ্বৰ এটা দৈত্য। মই কেতিয়াবা দুঃশাসনৰ দৰে তাৰ ৰক্তপান কৰিম।" (পৃ. ৫৩)—ৰজতে কয়। ৰজত কামৰ মানুহ। সি সময়ত সচাঁকৈ শোষণকাৰী ইন্দ্ৰেশ্বৰ মহাজনক কাটিলে, জেললৈ গল আৰু

অৱশেষত ফাঁচী গ'ল। মাটি মালিক আৰু মাটি খাওঁতাৰ মাজৰ সম্পৰ্কৰ এই কাহিনী মতে ৰজতে এই দুই শ্ৰেণীৰ মানুহৰ মাজত সংঘৰ্ষ অনিবাৰ্য বুলি সচেতন ভাবেই জ্ঞান কৰে। মহাজন নহ'লেও, ধনী নহ'লেও, কম মাটিৰ হ'লেও, মাটিৰ মালিকৰ ল'ৰা বাছাক সি কয় :

> খাজনা দিব নোৱাৰা বাবে আমাৰ তিৰোতা মানুহৰ অলঙ্কাৰবোৰ গ'ল, তথাপিও চৰকাৰৰ থক পূৰণ নহ'ল। নীলামত মাটি পালে ইন্দ্ৰেশ্বৰ মহাজনে। সি কোনো দিনে আমাৰ মাটি দেখি পোৱা নাই। এই মাটি আমি খেতিয়কবোৰে গাৰ তেজ দি পালিছোঁ। কিন্তু তোমালোক মালিকবোৰে ধান কম ওলালেই আমাক গালিত কুকুৰ পিঠা কৰা। মাটি পাব লাগে আমিবোৰে যি গাৰ তেজ পানী কৰি ৰোওঁ। (পৃ. ৫২)

এনে এটি ধাৰণাৰে শোষণকাৰী মাটি মালিকক কাটি ফাঁচী কাঠত ওলমিল বুলিয়েই ৰজতক অৱশ্যে ড. প্ৰফুল্ল কটকীয়ে দিয়াৰ দৰে "ধিতিঙা ডেকা" বুলি উকৰাই দিব নোৱাৰি। ড. কটকীয়ে লিখিছে, "ৰজতৰ দৰে ধিতিঙা ডেকাই ৰাইজক আধিয়াৰ আইনে দিয়া অধিকাৰ সাব্যস্ত কৰিবলৈ উচটাই ফুৰিছে।"[২৬] আধিয়াৰ আইন সম্পৰ্কে ৰজত সচেতন ঠিকেই। কিন্তু তাৰ উচটনিতেই বাছাহঁতৰ পৰিয়ালৰ দুৰৱস্থা হ'ল বা মনহঁতৰ পৰিয়াল উচন হ'ল—এনে কথা কব নোৱাৰি, ঠিক যেনেকৈ তাক ধিতিঙা ডেকা বুলিব নোৱাৰি। মানুহ কাটি ফাঁচী কাঠত ওলমিলেও, মাটি মালিকৰ শোষণৰ কথা কৈ ফুৰিলেও, সি যোগ্য জনৰ প্ৰতি মৰমীয়াল আৰু সহানুভূতিশীল। নিজৰ দুৰৱস্থাৰ স্বত্বেও, মন জেললৈ গ'লত মনহঁতৰ পৰিয়ালৰ বাবে সি যিমানখিনি তাৰ দৰে নিঃস্ব লোকৰ পক্ষে কৰা সম্ভৱ কৰি, ধ্বংসমুখী পৰিয়ালটোক সামান্য পৰিমাণে হলেও সহায় কৰিছিল। মনহঁত শোষিত শ্ৰেণীৰ বাবেই তাৰ এই সহানুভূতি, সেয়া অকল নহয়। শোষক শ্ৰেণীৰ হ'লেও বাছাহঁতৰ মাকৰ সজ গুণাৱলীৰ প্ৰতি সি সজাগ; আৰু

বাছাৰ লগত সেযেহে তাৰ সৌহার্দ্যপূর্ণ সম্পর্ক; আৰু বাছাৰ মাকৰ প্ৰতিও ভক্তি। বাছা আৰু তাৰ মাজত এই বিষয়ৰ এয়া কথোপ-কথন :

"অৱশ্যে তোমালোক ইন্দ্ৰেশ্বৰৰ দৰে খৰা নহয়। তোম-লোকৰ দয়া-মায়াও আছে।..." (পৃ. ৫৩)

... ... ... ...

বাছাই সুধিলে, "আমাকে আৰু ইন্দ্ৰেশ্বৰকে তুমি একে বুলি ভাবানেকি? আমি দুখীয়া মানুহ। অথনি আঙঠি বন্ধক দিহে সহত দোকানীৰ পৰা আমি ধান লৈছোঁ।"

ৰজতে বাছাৰ কথা শুনি কিবা এটা দকৈ ভাবিলে, তাৰ পিছত কলে, "তোমালোকৰ লগত হওঁতে ইন্দ্ৰেশ্বৰৰ বহুত প্ৰভেদ। সি দৈত্য, তোমাৰ আই লক্ষ্মী।" (পৃ ৫৪)

শ্ৰেণী-শত্ৰু হলেও মানুহৰ গুণ এইদৰে বুজিব পৰা ডেকা এজনক ধিতিঙা ডেকা বুলি উৰাই দিয়া টান। তদুপৰি যি আধিয়াৰ আইনৰ সমৰ্থনত মাটি-মালিকৰ বিপক্ষে উঠিবলৈ বা ৰায়তে নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ মানুহক উচটাই ফুৰা বুলি কৈ ড. কটকীয়ে ৰজতক ধিতিঙা ডেকা বুলি অভিযুক্ত কৰিছে, সেই ৰজত চৰকাৰৰ আইনৰ সীমাবদ্ধতা সম্পৰ্কে বৰং এনে জ্ঞানীহে :

"... আজি কালি আইনে এটা কথা নুবুজে। আইনে যদি ধৰ্ম ৰাখিব খোজে, তেন্তে মানুহৰ ভাত মুঠিৰো যোগাৰ কৰিব লাগে।"

"ভগৱানৰ আইন নে মানুহৰ আইন ৰজত কাই।"

"মানুহৰ। মানুহৰ আইন গেলা। ভগৱানৰ আইনে মোক দুবাহুত বল দিছে কিন্তু মানুহৰ আইনে তাক লগাবলৈ নিদিয়ে।"

মানুহৰ আইনৰ কথা বাছাই নাজানে। মানুহৰ আইনত ভুল থকা সম্ভৱ। মানুহৰ আইনমতে মাটি পাট্টা-দাৰৰ কিন্তু ভগৱানৰ মতে আই বসুমতীৰ। আই বসুমতীয়ে

সকলোকে কবি খাবলৈ মাটি দিছে। কিন্তু মানুহৰ আইনে পাট্টাদাৰকহে মাটি দিয়ে।

হঠাৎ ৰজতে ক'লে, "ভগৱত গীতাত কৈছে যি দেৱতা-সকলৰ দান কেৱল নিজৰ স্বাৰ্থৰ নিমিত্তে গ্ৰহণ কৰে সি চোৰ। মাটি মহাজনবোৰ চোৰ।" (পৃ. ৫২)

ৰজত দৰাচলতে হেমিংওৱেৰ প্ৰভাৱত পিছত গঢ়ি তোলা বীৰেন ভট্টাচাৰ্যৰ মুখ্য চৰিত্ৰ গিয়াছুদ্দিন আৰু ধনপুৰৰ পূৰ্বাহি (proto-type)। সিও ধনপুৰ বা গিয়াছুদ্দিনৰ দৰে, তাৰ গীতাৰ উক্তিৰ স্বত্বেও, প্ৰধানকৈ মগজুতকৈ পেশীৰ বলেৰে চালিত হয়; অথচ তাৰো ধনপুৰ, গিয়াছুদ্দিন বা হেমিংওৱেৰ 'কোডহিৰো'বোৰৰ দৰে এক প্ৰকাৰৰ সহজ জ্ঞান, সৰল বোধশক্তি আৰু এইবোৰেৰে গ্ৰাহ্য কৰিব পৰা এক আদৰ্শ আছে। এই আদৰ্শৰেই, ধনপুৰৰ দৰে সিও, শ্বহীদ হ'ল।

ৰজত-ইন্দ্ৰেশ্বৰৰ শোষিত আৰু শোষকৰ সংঘৰ্ষৰ কাহিনী উপন্যাসখনৰ অৱশ্যে এটি পাৰ্শ্ব কাহিনী বা উপকাহিনীহে। গতিকে উপন্যাসখনৰ বিষয়বস্তু অৰ্থনীতিয়ে নিৰ্ধাৰণ কৰা মানুহৰ সম্পৰ্ক বুলি পূৰ্বতে যি মন্তব্য দিলোঁ, সে সঁচা নহয় নেকি? তাকো চোৱা যাওক।

উপন্যাসৰ বাছাইতৰ পৰিয়াল আৰু মনহঁতৰ পৰিয়ালৰ যি মূল কাহিনী, সিয়েও অৰ্থনীতিৰ পৰিৱৰ্তনে মানুহৰ সম্পৰ্কৰ পৰিৱৰ্তন কেনেকৈ সাধন কৰে, তাকেই সূচায়। মনহঁতৰ পৰিয়াল ধ্বংস হোৱাৰ, আৰু বাছাইতৰ লগত সিহঁতৰ সম্পৰ্কৰ পৰিৱৰ্তনৰ, কাৰণ এই পৰিৱৰ্তিত অৰ্থনৈতিক অৱস্থা। ড. কটকীয়ে বাছাইতৰ আৰু মনহঁতৰো সকলো দুৰৱস্থাৰ বাবে চৰকাৰৰ আধিয়াৰ আইনখন আৰু তাৰ প্ৰভাৱত বাছাইঁতক আধিৰ ধান দিবলৈ বায়ত মনহঁতৰ অনিচ্ছা বুলি কৈছে। তেখেতৰ ভাষাত, "আয়ে মাটি কেইডৰা বুঢ়া ভকতৰ পুতেক মনহঁতক আধি-খন্দুৱালৈ দে বৰ্তি আছিল; কিন্তু মনহঁতে জোখৰ ধানকেইটা দিয়াত কটকিনালি কাৰবলৈ ধৰিলে।" (পৃ. ৪১) উপন্যাসখনৰ মতে আধিয়াৰ আইনে মনহঁতৰ দৰে বায়তক দিয়া

অধিকাৰ সম্পৰ্কে, মনহঁত সচেতন ঠিকেই। কিন্তু কাহিনীত এই কাৰণেই অকল মনহঁতে, ড কটকীয়ে কোৱাৰ দৰে, কটকিনালি কৰা নাছিল। ঔপন্যাসিকে বৰং মনহঁতে ধান বমকৈ দিয়াৰ কাৰণ হিচাপে দেখুৱাইছে এইবোৰ :

> প্ৰথমতে মনহঁতৰ গৰুহাল চবকাত মৰাত মৰকীয়াকৈ হাল বাবলগীয়া হোৱাত হালো অনিয়মীয়া হ'ল আৰু মাটিও ভালকৈ চহ নহ'ল। দ্বিতীয়তে খেতিৰ ধান পথাৰৰ পৰাই আজিকালি চুৰি হয়। তৃতীয়তে মনহঁতৰ ঘৰত আগৰ দৰে কামিলা মানুহ নোহোৱাত পৰিল। মনহঁতৰ কামত উছাহ কমি গৈছে। ঘৰত খাওঁতা বেছি হ'ল আৰু বেমাৰ আজাৰতো হালোৱাৰ দেহ পৰি গৈছে; খৰচ-পাতি দিনক দিনে চৰি গৈছে; গতিকে মনহঁতৰ কামৰ ?) পৰিমাণো কমিছে। (পৃ. ১৫)

আধিয়াৰ আইনৰ বলত বলীয়ান হৈ মাটি মালিকক ধান দিয়াত কটকিনা কৰাৰ কথা ই সুস্পষ্ট। ড. কটকীৰ দৰে উপন্যাসৰ কাহিনীত বাছাৰ ককায়েকৰো এনে ধাৰণাই হৈছে। কিন্তু ঔপন্যাসিকৰ মতে "বাছাৰ ককায়েকৰ মেজাজ বেয়া, খঙতে সি খেতিবাতি নোহোৱাৰ সকলো দোষ মনহঁতৰ ওপৰত জাপি দি আৰু গালি-গুলা পাৰি মাটি অইনক দিম বুলি সদম্ভে ঘোষণা কৰি গুচি আহিল।" (পৃ. ১৫) গাঁৱৰ সকলোৱে লক্ষ্মীস্বৰূপা আই বুলি স্বীকৃত বাছাৰ মাকে অৱশ্যে মনহঁতৰ পৰা মাটি কাঢ়ি আনি আনক দিলে, মন জেললৈ গ'লত যেতিয়া সেই মাটিত তাৰ ঘৰত থকা ভায়েক বাপুকণেও প্ৰধানকৈ নিজৰ স্বভাৱৰ দোষতে, মাটিখিনি চহাব নোৱাৰিলে। বুঢ়া ভকতৰ পুতেকহঁতৰ পৰিয়াল বাঢ়ি যোৱাত আৰু ওপৰত দেখুওৱা কেতবোৰ প্ৰাকৃতিক কাৰণতো, বুঢ়া ভকতৰ পৰিয়ালৰ আয় কমিল। ফলত ল'ৰাহঁতৰ প্ৰকৃতি লৰিল আৰু পৰিয়াল দুটাৰ মাজৰ সাতামপুৰুষীয়া মধুৰ সম্পৰ্কও বেয়া হ'ল। অৰ্থাভাৱতেই মনে চুৰ কৰি জেললৈ যাবলগীয়া হ'ল; আৰু ইয়াৰ ফলতেই শেষত মনহঁত বাছাৰ মাকৰ

মাটিৰ পৰা বঞ্চিত হ'ল। গতিকে অৰ্থনৈতিক অৱস্থাৰ পৰিবৰ্তনে কেনেকৈ এই মানৱসম্পৰ্কৰ পৰিবৰ্তন সাধিছে, তাকেই এই মূল কাহিনীয়েও দেখুৱাইছে।

ড. কটকীয়ে দেখুওৱা "নৱপ্ৰৱৰ্তিত আধিয়াৰ আইনে সৃষ্টি কৰা বিষম পৰিস্থিতি" (পৃ. ৪১) এই উপন্যাসে দেখুৱাইছে বুলি কব নোৱাৰি। নৱপ্ৰৱৰ্তিত আধিয়াৰ আইনখনৰ প্ৰতি সচেতন ৰজতে ইন্দ্ৰেশ্বৰ মহাজনক কটাৰ পৰা কিবা বিষম পৰিস্থিতিৰ উদ্ভৱ হৈছে বুলি কাৰো অনুভৱ নহয়। এই শোষক মহাজনৰ প্ৰতি কাৰো সহানুভূতি নহয়। তাক কাটি ৰজত যে ফাঁচী কাঠত ওলমিলে, তাৰ বাবেও আধিয়াৰ আইনে তাক দিয়া তাৰ অধিকাৰৰ চেতনা দায়ী নহয়। দায়ী ইন্দ্ৰেশ্বৰ যে এজন দৈত্য প্ৰকৃতিৰ শোষক—এই চেতনা; আৰু লগতে তাৰ মেজাজ। বাছাক সি এবাৰ কৈছিলেই, "কেতিয়াবা এনেকুৱা একোটা জমক উঠে, যেতিয়া গুৰু গোঁসাই কাকো নামানি গোটেইখন ওলট পালট কৰিবৰ মন যায়।" (পৃ. ৫৩) উপন্যাস খনৰ কাহিনীত যদি কিবা বিষম পৰিস্থিতিৰ সৃষ্টি হৈছে, তেন্তে সি বুঢ়া ভকত বা মনইতৰ পৰিয়ালত; আৰু তাৰ বাবে মনৰ আধিয়াৰ আইনে দিয়া চেতনাও যে দায়ী নহয়, দেখুৱালোঁৱেই।

উপন্যাসখনৰ বাছাৰ মাক বা আইৰ চৰিত্ৰটিৰ বিষয়ে দুষাৰ লেখাৰ প্ৰয়োজন। উপন্যাসখনৰ এই কেন্দ্ৰীয় চৰিত্ৰটিয়ে গ্ৰেজিয়া ডেলেড্ডা, মেক্সিম গৰ্কী আদিৰ একে নামৰ উপন্যাসৰ কেন্দ্ৰীয় চৰিত্ৰবোৰৰ দৰে 'মাতৃৰ এটি বিশিষ্ট ৰূপ"[২৭] দাঙি ধৰাৰ কথা ড. সত্যেন্দ্ৰনাথ শৰ্মাই কৈছে। লেখকেও তেনে উদ্দেশ্যৰেই এই চৰিত্ৰ সৃষ্টি কৰা বুলি ধৰিব পাৰি। ওপৰত দেখুৱাই হৈছে, কেনেকৈ মগজুতকৈ পেশীৰ বলেৰে বেছিকৈ জীয়াই থকা ৰজতৰ দৰে চৰিত্ৰয়ো আনকি তেওঁৰ লক্ষ্মীস্বৰূপা মাতৃৰ গুণ স্বীকাৰ কৰে। কাহিনীৰ ভোলানাথ সন্ন্যাসীৰ মতেও এই বয়সস্থা বিধবা গৰাকী "মাঁ জগদম্বা" (পৃ. ৪)। কাহিনীত সকলোৱে তেওঁক তেওঁৰ গুণৰ আৰু জ্ঞানৰ বাবে "সাক্ষাৎ লক্ষ্মী" বুলি জ্ঞান কৰে আৰু আই

বুলি মাতে (পৃ. ১৪)। কিন্তু তেওঁৰ গুণ, জ্ঞান, বিশিষ্টা তেওঁৰ নিজৰ কথা আৰু কামত ফুটি উঠিছে বুলি কব নোৱাৰি। তেওঁ যি সাধাৰণ গুণ, জ্ঞান বা বৈশিষ্ট্যৰ অধিকাৰী, তাৰ বাবে তেওঁ সৰ্বাচলতে জগদম্বা বা সাৰ্বজনীন মাতৃ বুলি স্বীকৃত হবৰ যোগ্য বুলি ধাৰণা নহয়; তেনে হোৱাৰ বাবে যি ব্যক্তিত্ব, মহত্ত্ব বা মহিমাৰ প্ৰয়োজন, সি তেওঁৰ কাহিনীত কতো ধৰা পৰা নাই। এনে মহিমা এওঁৰ আছে বুলি কাহিনীৰ এঠাইত পৰোক্ষভাবে আভাস দিব খোজা হৈছে। বুঢ়া ভকতৰ ল'ৰাহঁত বাছাৰ মাকৰ ওচৰলৈ কিয় নাহে বুলি আয়ে বা বাছাৰ মাকে সুধিলত, বুঢ়া ভকতে কৈছে, "সিহঁতৰ স্বভাৱ লৰিল আই। আগৰ দৰে যেনেকৈ পাই (?), তেনেকৈ সিহঁতে নাখায়।" (পৃ. ১৭) আয়ে তেতিয়া উত্তৰ দিছে, "বাৰু, বাৰু পঠিয়াই দিবাচোন সিহঁতক। অত ল'ৰা-ছোৱালীৰ জঞ্জাল মাৰোঁ, সিহঁতৰ জেঙ্গা ভাঙিব নোৱাৰিমনে?" সময়ত বুঢ়াৰ ল'ৰাহঁত আহিল; কিন্তু ঔপন্যাসিকে সিহঁতে যেনেকৈ পায় তেনেকৈ নোখোৱাৰ জেঙা আয়ে কেনেকৈ মাৰিলে তাক নেদেখুৱাই মাথোন আভাস দিছে যে এই বিষয়ৰ কোনো সমস্যাই খোৱাৰ সময়ত দেখা নিদিলে। (পৃ. ১৮) ইয়াৰ অৰ্থ দুটি হ'ব পাৰে। এটা হ'ল, বুঢ়াৰ পুতেক মনহঁতে বামুণীৰ ঘৰত ভাত খাই বামুণীৰ ব্যক্তিত্বৰ প্ৰভাৱত বিনা প্ৰতিবাদে সাজ-বাচন ধুই দি গ'ল। আৰু আনটো হ'ল মনহঁতৰ খোৱা-বোৱাৰ পিছত আয়ে নিজে সেই সাজ-বাচন ধুলে। কিন্তু পিছৰটো সম্ভৱ হ'ব পৰাকৈ আইৰ এটি প্ৰগতিশীল মন আছে বুলি ভাবিবৰ থল কাহিনীত নাই। থকা হ'লে, মন জেলত থকা সময়তে তাৰ পৰিয়ালৰ পানীত হাহঁ নচৰা অৱস্থাত সিহঁতে খাই থকা মাটিখিনি আয়ে উলিয়াই আনক দি নিজৰ পৰিয়ালৰ অৱস্থা স্বচ্ছল কৰা কামটো নকৰি অন্য ব্যৱস্থা কৰিলেহেঁতেন। এই বিষয়ত তেওঁৰ মন এনে বেছি সবল যে এপিনে তেওঁ মনহঁতৰ পৰা মাটি কাঢ়ি আনিছে; আৰু আনপিনে মন জেলৰ পৰা অহাৰ পিছত তাক নিজৰ পুতেকৰ দৰে মৰমেৰে নিজৰ ঘৰলৈ সাদৰি নিছে, সেইদিনা যোৱা নিজৰ পুতেকৰ বিয়াৰ জলপান খুৱাবলৈ। এনে সবল মনেৰেই

নিশ্চয় মনহঁতক নিজৰ চুৱা নিজে পেলাবলৈ দি আয়ে সই সমস্যাৰ সমাধান কৰা বুলি ভাবিছে। আইৰ চৰিত্ৰটি এনেকৈয়েই অযথা আদৰ্শায়িত এটি সাধাৰণ চৰিত্ৰ। গাঁৱৰ যিবোৰ প্ৰকৃত সমস্যা, সেইবোৰৰ কোনোটিৰে তেওঁ উত্থাপিত লোৱা নাই; আৰু কোনোটিৰেই তেওঁ সমাধানো কৰা নাই। অথচ সকলোৱেই তেওঁক প্ৰসংশা কৰে বুলি, মহৎ জ্ঞান কৰে বুলি দেখুওৱা হৈছে।

বিষয়বস্তুৰ অস্পষ্টতা, আইৰ চৰিত্ৰৰ এনে অযথা আদৰ্শায়নৰ উপৰিও, প্লট নিৰ্মাণৰ ক্ষেত্ৰতো দুই এক ত্ৰুটী চকুত পৰে। কাহিনীৰ আদি ভাগত বাবা ভোলানাথ সন্ন্যাসী এটি প্ৰধান চৰিত্ৰ। এই সন্ন্যাসীৰ কথা-কাম, মুকলীহঁতৰ পৰিয়ালৰ লগত বাছাৰ ককায়েকৰ বিয়াৰ সম্পৰ্ক— এইবোৰে যদিও উপন্যাসখনলৈ প্ৰয়োজনীয় ব্যাপ্তি আনিব পাৰিলেহেঁতেন, আৰু সি বিষয়বস্তুত ওপৰঞ্চি তাৎপৰ্য দান কৰিব পাৰিলেহেঁতেন, তথাপি সন্ন্যাসীৰ সৈতে পৰিয়াল দুটিৰ সম্পৰ্ক পিছৰ পিনে নিষ্ঠাৰে আৰু দেখুওৱা নহ'ল। ফলত উপন্যাসখনত সন্ন্যাসীৰ কাহিনীয়ে এটি সস্তীয়া কৌতূহলৰ ( suspense ) সৃষ্টি মাথোনহে কৰিছে বুলি কোৱাত বাহিৰে আৰু উপায় নাই। সন্ন্যাসীয়েই যদিও মুকলীৰ দেউতাক বুলি বুজিবলৈ বাকী নাথাকে, সন্ন্যাসীয়ে নিজে মুকলীৰ মাকৰ আগত সেই কথা স্বীকাৰ নকৰিলে। বাছাৰ মা'কেও আনকি মুকলীৰ মাকৰ বিয়নীয়েক হৈয়ো আৰু বিয়নীয়েকৰ অনুমানৰ কথা জানিও, সেই বিষয়ে আচল সত্য উদ্‌ঘাটন কৰিবলৈ আগ নাবাঢ়িল। বাস্তৱত এনেবোৰ কথালৈ কিন্তু মানুহৰ আগ্ৰহ আৰু কৌতূহল অসীম।

সন্ন্যাসীৰ সৈতে চন্দ্ৰনাথৰ পৰিয়ালৰ সম্পৰ্কই উপন্যাসখনৰ মানৱীয় দিশটো কিছু পৰিমাণে চহকী কৰিছে সচাঁ; কিন্তু ই উপন্যাসখনৰ বিষয়বস্তুৰ বিকাশলৈ বিশেষ অৰিহণা আগবঢ়োৱা নাই। বৰং ই কাহিনীৰ সস্তীয়া আবেদন বৃদ্ধিতহে সহায় কৰিছে। এই দিশটোৰ সলনি মনহঁতৰ পৰিয়ালৰ ভাঙনমুখিতা বিস্তৃততৰ কাহিনীৰ সহায়ত যদি আৰু বেছি প্ৰশস্তৰূপত অংকিত কৰা হ'লহেঁতেন, সিয়ে বিষয়

বস্তু বেছিকৈ তুলি ধৰিব পাৰিলেহেঁতেন। তাৰ পৰা কাহিনীৰো আবেদন বাঢ়িলেহেঁতেন। দৰাচলতে ড. সত্যেন্দ্ৰনাথ শৰ্মাই উল্লেখ কৰা "ভাঙনমুখী গ্ৰামীণ অৰ্থনৈতিক দিশ" [২৮] তেতিয়াহে বেছি স্পষ্ট হ'লহেঁতেন।

সামৰণিত সেয়েহে কব লাগিব, ভট্টাচাৰ্যৰ প্ৰথম উপন্যাস তাত নিহিত থকা উচ্চ আকাঙ্ক্ষাৰ স্বত্বেও যেনেকৈ এক গৌণ কৰ্ম হৈ ৰৈছিল, তেনেকৈ এই দ্বিতীয় উপন্যাসো ইয়াত নিহিত থকা গুৰু ভাবৰ বিষয়বস্তুৰ স্বত্বেও, তাৰ উপযুক্ত প্ৰতিপাদনৰ অভাৱত এক গৌণ কৰ্ম হৈয়েই ৰ'ল।

## ॥ বল্লৰী ॥

বীৰেন ভট্টাচাৰ্যৰ আৰ্থ-সামাজিক বিষয়বস্তুৰ দ্বিতীয়খন উপন্যাস হ'ল, 'বল্লৰী' (১৯৭৩)[২৯]। ইয়াৰ তিনি বছৰ আগত প্ৰকাশিত ৰাজনৈতিক উপন্যাস 'প্ৰতিপদ'ৰ, এই সামাজিক উপন্যাসখন পৰিশিষ্ট কৰ্ম (sequel) বুলি কব পাৰি। অৱশ্যে গুণগত দিশত 'প্ৰতিপদ'তকৈ 'বল্লৰী' ইমান তলৰ যে এখনৰ পৰা আনখন উদ্ভূত বুলি কবলৈ সংকোচ হয়। তথাপি 'প্ৰতিপদ'ৰ বহু কথাই 'বল্লৰী'লৈকেও বিস্তৃত হৈছে। "বল্লৰী"ৰ কাহিনী আংশিকভাবে যদিও উজনি অসমৰ এখন গাওঁ আৰু শিৱসাগৰ চহৰত উপস্থাপিত, তথাপি ইয়াৰ প্ৰধান পটভূমি 'প্ৰতিপদ'ৰ পটভূমি ডিগবৈ চহৰেই। 'প্ৰতিপদ'ৰ ডিগবৈৰ অইল কোম্পানীৰ কৰ্মীসকলৰ ট্ৰেড ইউনিয়ন গঠনৰ কাহিনী য'ত অন্ত পৰিছে (১৯৩৯), 'বল্লৰী'ৰ কাহিনী তাতে আৰম্ভ হৈ ১৯৬২ চনৰ চীনৰ আক্ৰমণৰ সময়লৈ চলিছে। ভিন্ন নামত যদিও, 'প্ৰতিপদ'ৰ কেবাটাও চৰিত্ৰ 'বল্লৰী'ত পুনৰ আৱিৰ্ভূত হৈছে। যেনে, 'প্ৰতিপদ'ৰ ডিম্বেশ্বৰ বা গিয়াছুদ্দিনক আমি 'বল্লৰী'ত পাওঁ একে ফোৰ্‌মেন্ ফুকন হিচাপে। তথাপি কিন্তু 'প্ৰতিপদ' লেখকৰ সৃজনী প্ৰতিভাৰ জ্যোতিৰে যিদৰে জ্যোতিষ্মান, 'বল্লৰী' তাৰ বিপৰীতে এক ম্লান সৃষ্টি। 'প্ৰতিপদ'ৰ

পৰা 'বল্লৰী'লৈ বিস্তাৰিত হোৱা প্ৰতিটো চৰিত্ৰ বা দিশেই পূৰ্বৰ তুলনাত অনুজ্জ্বল আৰু পূৰ্বৰ ব্যৱহাৰৰ বাবে যেন ক্ষয়প্ৰাপ্ত।

'বল্লৰী'ৰ কাহিনী হ'ল ডিগবৈৰ অসম অইলকোম্পানীৰ উচ্চ পদস্থ বিষয়া নলিন ফুকন আৰু তেওঁৰ পত্নী অলিৰ বিবাহিত জীৱনৰ ভুল বুজাবুজিক লৈ। নলিনৰ দৰে উচ্চ পদস্থ বিষয়াৰ যোগ্যা পত্নী হ'বৰ বাবে অলি যদিও এক চহকী, সম্ভ্ৰান্ত পৰিয়ালৰ মোটা-মুটি শিক্ষিতা ছোৱালী, তথাপি অলিৰ দেউতাক গাৱঁৰ আছিল; অলিও গাঁৱৰ পৰম্পৰাত উঠা ছোৱালী। স্বাভাৱিকতে ঔদ্যোগিক চহৰ ডিগবৈৰ মিশ্ৰিত অধিবাসীসকলৰ মাজত তেওঁ তাল ৰাখি চলাত অকৃতকাৰ্য হ'ল। কোম্পানীৰ উচ্চ পদস্থ বিষয়া হিচাপে নলিন ক্লাবলৈ যায়; আৰু ক্লাব লাইফৰ নিয়ম অনুযায়ী ক্লাবলৈ অহা ৰমণী সকলৰ লগত নৃত্য আৰু সুৰাপানত প্ৰবৃত্ত হয়। নিজৰ পত্নীকো তেওঁ সেই পৰিবেশত স্বাভাৱিকভাৱেই এৰি দিয়ে। কিন্তু এনে কৰোঁতে অলিয়ে তাল ৰাখিব নোৱাৰি সোনকালে আৱদ্ধ হৈ পৰিল কোম্পানীৰ জিয়'লজিষ্ট সেনগুপ্তৰ প্ৰেমত। ডিগবৈৰ দৰে ঔদ্যোগিক চহৰত এনে ঘটনা অস্বাভাৱিক নহয় যদিও, অলি আৰু সেনগুপ্তৰ সম্পৰ্কই এনে পৰ্যায় পালেগৈ যে সি তাতো মানুহৰ আলোচনাৰ বিষয় হৈ উঠিল। সোনকালেই এই বদনাম অলিৰ গাওঁ পালেগৈ। নলিনে এই বদনাম সহ্য কৰিব নোৱাৰি আৰু অলিৰ সংস্কাৰ কামনা কৰি তেওঁক পঠিয়াই দিলে গাৱঁৰ মাকৰ ঘৰলৈ।

গাৱঁত অলিৰ মাক ধৰ্মান্ধ আৰু ধৰ্মব্ৰতা। দেউতাক দত্তও যদিও পূৰ্বতে ন্যায় পৰায়ণ লোক বুলি সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ আছিল, তথাপি গাৱঁৰ পৰিৱৰ্তিত আৰ্থিক পৰিবেশত তেওঁৰ প্ৰকৃতি লৰিছে। গাৱঁত দুখীয়া, বঞ্চিত লোকৰ সংখ্যা বাঢ়ি গৈছে; আৰু এই বঞ্চিত লোকসকলৰ চকু দত্তৰ সম্পত্তিৰ ওপৰত পৰিছে। দত্তই তেওঁলোকৰ সমস্যা সহানুভূতিৰে চাব পৰা নাই। এনে অৱস্থাত গাৱঁৰ 'শোষিত জনতাই তেওঁক এনেভাৱে ব্যতিব্যস্ত কৰিছে যে, তেওঁ অৱশেষত গাৱঁৰ মাটি সম্পত্তি বিক্ৰী কৰি শিৱসাগৰ চহৰলৈ

উঠি গ'ল। সম্পত্তিৰ দৰে ৰথাত দত্তৰ ধৰ্মপ্ৰাণ পত্নী পূৰ্বৰে পৰা বীতৰাগ। স্বাভাৱিকতে তেওঁ ইয়াৰ বাবেই গাঁও এৰি চহৰলৈ উঠি যোৱাবো বিপক্ষে আছিল। শেষত যদিও তেওঁ সম্মতি দিলে, তথাপি চহৰতো তেওঁৰ গিৰীয়েকৰ দৰে বা জীয়েকৰ ঘটাৰ দৰে চৰিত্ৰৰ পৰিৱৰ্তন নঘটিল। তেওঁ হৈ ৰ'ল সেই গ্ৰাম্য পৰম্পৰাৰ ধৰ্মপ্ৰাণ মহিলাই। উল্লেখযোগ্য যে কাহিনীৰ বিভিন্ন স্তৰৰ সকলোবোৰ চৰিত্ৰৰ মাজত এৱেঁই একমাত্ৰ চৰিত্ৰ, যি আদিৰ পৰা অন্তলৈ একে ধৰণে শান্তিত থাকিব পাৰিছে।

শ্ৰীমতী দত্তৰ গিৰীয়েক বা অলিৰ দেউতাক অসুখী হৈছে; কাৰণ তেওঁ ধৰ্মৰ ওপৰত আস্থা হেৰুৱাই সম্পত্তিৰ মোহত অন্ধ হৈছে, আৰু গাঁৱৰ পৰিৱৰ্তিত আৰ্থিক পৰিবেশতো নিজৰ সম্পত্তি বোজাই ৰাখিবৰ বাবে অন্যায়ত প্ৰবৃত্ত হৈছে। ইয়াৰ উপৰি তেওঁৰ অশান্তিৰ কাৰণ হ'ল, তেওঁৰ পুতেক জীৱনৰ অপবাদ আৰু অমিতাচাৰ; আৰু জীয়েক অলিৰ পথভ্ৰষ্ট জীৱন। জীয়েক অলি গাঁৱৰ মাকৰ ওচৰলৈ আহি যদিও সৎ হ'বলৈ সক্ষম হৈছিল, তথাপি গিৰীয়েকে তেওঁক ভুল বুজাত শেষত আত্মহত্যা কৰিলে। অৱশ্যে কাহিনীৰ শেষত জীয়েকৰ এই মৃত্যুৰ দুখে দত্তক পোৰা সোণৰ দৰে উজলাই তুলিছে। তেতিয়া তেওঁ সম্পত্তিৰ লোভ এৰিব পাৰিছে; আৰু ধৰ্মত আস্থা ঘূৰাই পাইছে।

ধৰ্মত আস্থা লাভ কৰিব পাৰিলেই শান্তি; আৰু নহ'লে অশান্তি— এই নীতিকথা মানি লব নোৱাৰাসকলেও এই নীতিকথা তুলি ধৰা উপন্যাস এখন সাহিত্যিক দিশৰ পৰা সাৰ্থক হ'লে নিশ্চয় সাৰ্থক বুলিয়েই কব। কিন্তু 'বল্লৰী'য়ে সাহিত্যকৃতি হিচাপে সাৰ্থকতা লাভ কৰিব নোৱাৰিলে। প্ৰথম কথা, এই উপন্যাসত উত্থাপিত বিষয় ওপৰত দেখুৱাটোৱেই নে কি, তাক স্পষ্টকৈ বুজিব নোৱাৰি। ত্যাগৰ ক্ষমতা আৰু ধৰ্মৰ বিশ্বাসেহে মানুহক শান্তি দিব পাৰে—ই যেনেকৈ উপন্যাসখনৰ বক্তব্য বুলি ধাৰণা হয়, ঠিক তেনেদৰে ডিগবৈৰ ঔদ্যোগিক সভ্যতাই আমাৰ পৰম্পৰাগত গ্ৰাম্য সভ্যতাক কেনেকৈ নষ্ট আৰু

ধ্বংস কৰিলে, তাকো ইয়াৰ কাহিনীয়ে দেখুৱাইছে বুলি ভাবিবৰ থল আছে। কাহিনীৰ এনে একাধিক ব্যাখ্যা অৱশ্যে শ্বেক্‌ছ্‌পীয়েৰৰ 'হেমলেট'ৰ দৰেখীয়া উচ্চ পৰ্যায়ৰ সাহিত্যকৃতিৰেই চিন। কিন্তু ভট্টাচাৰ্যৰ 'বল্লৰী' তেনে মহৎ সাহিত্যকৰ্ম নহয়। কাহিনীৰ অৰ্থৰ কোনোটো ব্যাখ্যাই ভালদৰে নৰজে বাবেহে ইয়াত অৰ্থলৈ এনে খেলিমেলি।

যদি নতুনকৈ অহা ঔদ্যোগিক সভ্যতাই আমাৰ প্ৰাচীন গ্ৰাম্য সভ্যতাক কেনেকৈ ধ্বংস কৰিছে, তাকে অলিৰ কাহিনীৰ মাজেদি দেখুৱাটোৱেই ঔপন্যাসিকৰ ইয়াত উদ্দেশ্য বা উপন্যাসৰ বিষয়বস্তু বুলিও ধৰা যায়, তেন্তে ডিগবৈৰ তেল কোম্পানীৰ বিষয়াসকলৰ যৌন জীৱনৰ উচ্ছৃঙ্খলতা উপন্যাসখনত যিমান ব্যাপক ৰূপত আছে, সিমানৰ একো প্ৰয়োজন নাছিল। ডা. কাকতিয়ে তেওঁৰ ডায়েৰীত লিপিবদ্ধ কৰি থোৱা অভিজ্ঞতাসমূহৰ মাজত এনে বহুতো বিষয়াৰ পূৰ্বৰ ব্যভিচাৰৰ কথা কোৱা হৈছে। কাকতিৰ তোলনীয়া জীয়েক ডা. বকুলো এনে কলংকৰে প্ৰতীক। এনে এক পৰিৱেশত অলিও পথভ্ৰষ্ট হোৱা স্বাভাৱিক বুলি দেখুৱাবলৈকেই যদি অতবোৰ ব্যভিচাৰৰ কাহিনীৰ সৃষ্টি, তেন্তে সিপিনে দত্তৰ গাৰ্ৱত দত্তৰ ল'ৰা বিকাশৰ ব্যভিচাৰ, আৰু সিপিনে বিকাশৰ পত্নীৰো ব্যভিচাৰৰ কাহিনীৰ প্ৰয়োজন ক'ত? বিকাশৰ ব্যভিচাৰৰ ফলত জন্ম ফুকনৰ পত্নী সাধনাৰ ল'ৰা মাধৱৰ। বিকাশৰ পত্নীৰ আকৌ চিলঙৰ মাকৰ ঘৰত পৰপুৰুষৰ লগত হলিগলি। ডিগবৈত ফুকনৰো পৰস্ত্ৰীৰ সৈতে সম্পৰ্ক আৰু সন্তান উৎপাদন। একেদৰে নলিনৰো মিচেচ বাপটৰ লগত সম্পৰ্ক। ইমানৰ পিছত ধাৰণা হয়, উপন্যাসখনৰ বিষয়বস্তু দৰাচলতে যৌন ব্যভিচাৰৰ কাহিনীহে নেকি? বৃক্ষস্বৰূপ পুৰুষক মেৰাইধৰা এই বল্লৰী বা লতাসদৃশ নাৰীবোৰৰ কাহিনীৰ, 'বল্লৰী' নামটোৱে এই বিষয়বস্তুৰে আভাস দিছে নেকি?

উপন্যাসখনৰ চৰিত্ৰাৱলীৰ কল্পনা আৰু অংকনতো লেখকৰ নিষ্ঠা ধৰা পৰা নাই। ফুকনৰ চৰিত্ৰ গিয়াছুদ্দিনতকৈ অকল অসমুজ্জ্বল হোৱাই

নহয়, এই চৰিত্ৰটিৰ এই উপন্যাসত প্ৰয়োজনেই আছিল বুলি ধাৰণা নহয়। সেনগুপ্ত শেষলৈ সৎ নে অসৎ ( good or evil ) সেই কথাই স্পষ্ট নহ'ল। সেইদৰে যদিও অলিৰ নিজক চম্ভালিব পৰাকৈ ব্যক্তিত্বৰ অভাৱ দেখুৱা হৈছে, আৰু তেওঁৰ কোনো উচ্চ পৰ্যায়ৰ মানসিকতা আছে বুলি কাহিনীত কতো দেখুওৱা হোৱা নাই, তথাপি আত্মহত্যাৰ আগে আগে তেওঁ যিখন চিঠি লিখি থৈ গ'ল, তাত এনে এক নাৰীমনৰ পৰিচয় পোৱা যায় যে সেই নাৰীমনৰ অধিকাৰী আমাক দেখুওৱা অলিয়েই বুলি বিশ্বাস কৰিব নোৱাৰি। অলিয়ে লিখিছে :

> সেনগুপ্তক মই ভাল পাইছিলোঁ তেওঁৰ কৱিতাৰ বাবে। বৰ ওখলৈ যায় মনটো। আকাশৰ বগলীৰ দৰে মই আকাশত উৰি ফুৰোঁ। সেই সুখকণো তোমাৰ সহ্য নহ'ল। সীতাই যেনেকৈ ৰাৱণৰ মুখখন আঁকিছিল মজিয়াত, ময়ো আঁকিছিলোঁ। কাৰণ সেনগুপ্তই মোক অসীমৰ আভাস দিছিল। ( পৃ. ১৬৪ )

এইবোৰে যেনেকৈ উপন্যাসখনৰ ৰচনাত লেখকৰ নিষ্ঠাৰে অভাৱৰে অবল নহয়, পৰিকল্পনাহীনতাৰো আভাস দিয়ে, তেনেকৈ এই উপন্যাসৰ ভাষাতো চৰম অসাৱধানতাৰ চিন ফুটি উঠিছে। প্ৰধান চৰিত্ৰ নলিন কাহিনীৰ আগভাগতহে নলিন ; মাজভাগত আৰু শেষ ভাগত সি হ'ল গৈ নলিনী। ইয়াত ভাষাৰ ব্যৱহাৰো ঠায়ে ঠায়ে এনে বঙলুৱা : "বিধাতাই তাইৰ প্ৰাণত দিছে এনে অপৰিসীম ভালবাসাৰ ক্ষুধা" ( পৃ. ৯ )। "কেতিয়াবা কোনো পিকনিকৰ বন্য গোপনীয়তাত অলিয়ে সেনগুপ্তৰ পৰা আৰু বেছি 'মুনিষাই' বিচাৰিছিল, কিন্তু সেনগুপ্ত তাতো লাজুকা।" (পৃ.১১) "কেতিয়াবা সেনগুপ্তই কই, 'বলা ফুৰি আহোঁ। ধৰক, কলিকতা, দাৰ্জ্জিলিং—তেনে কোনো ঠাই।'" (পৃ. ৩১)

বীৰেন ভট্টাচাৰ্যৰ উপন্যাসৰ ভাষা আৰু বৰ্ণনাত বহু সময়তে অসাৱধানতা ধৰা পৰে। কিন্তু এই উপন্যাসৰ এনে অসাৱধানতাই পূৰ্বৰ সকলো সীমা চেৰাই গৈছে।

## ॥ মানৱতাৰ ওপৰত যুদ্ধৰ কুপ্ৰভাৱ ॥

### ॥ 'শতঘ্নী' আৰু 'কবৰ আৰু ফুল' ॥

আৰ্থ-সামাজিক বিষয়বস্তুৰ ওপৰত আলোচিত এই দুই উপন্যাসৰ পিছত আমি এতিয়া 'শতঘ্নী' (১৯৬৫) [৩০] আৰু 'কবৰ আৰু ফুল' (১৯৭২) [৩১] উপন্যাস দুখনৰ কথালৈ আহোঁ। ১৯৬২ খৃষ্টাব্দৰ চীন-ভাৰত আৰু ১৯৭১ খৃষ্টাব্দৰ ভাৰত-পাকিস্তান সশস্ত্ৰ সংঘৰ্ষৰ পট-ভূমিত ৰচিত ক্ৰমে 'শতঘ্নী' আৰু 'কবৰ আৰু ফুল' দৰাচলতে মানৱীয় বিষয়বস্তুৰেই উপন্যাস। দুয়োখন উপন্যাস যুদ্ধৰ পটভূমিত ৰচিত বাবে ৰাজনৈতিক উপন্যাস যেন লাগিলেও, সেই যুদ্ধ দুখনৰ ৰাজনৈতিক দিশলৈ নগৈ ঔপন্যাসিকে ইয়াত, সেই যুদ্ধ দুখনে মানৱতাৰ ওপৰত কেনে কুপ্ৰভাৱ পেলাইছিল, তাকহে দেখুৱাইছে। যুদ্ধই মানৱতাৰ ওপৰত কেনে নিষ্ঠুৰভাৱে আঘাত কৰে তাক দেখুওৱাৰ উপৰিও, 'শতঘ্নী'ত চীন-ভাৰত যুদ্ধই অসমীয়া পৰিয়ালৰ আৰ্থ-সামাজিক দিশৰ কেনে ক্ষতি সাধন কৰিছিল, আৰু 'কবৰ আৰু ফুলত' ভাৰত-পাকিস্তান যুদ্ধই স াম্প্ৰতিক বাংলা দেশৰ আৰ্থ-সামাজিক গাঠনি কেনেকৈ প্ৰায় ধ্বংস কৰিছিল, তাকো দেখুওৱা হৈছে। কিন্তু এই দুই উপন্যাসৰ বিশদ আলোচনা নিষ্প্ৰয়োজন; কাৰণ দুয়োখনেই সাহিত্যিক সৃষ্টি হিচাপে বিফল। ই যেন সাহিত্যিক বীৰেন ভট্টৰ নহৈ, সাংবাদিক বীৰেন ভট্টৰহে, সময়ৰ চাহিদা পূৰাবলৈ লিখা সাংবাদিক উৎপাদন।

## ॥ মানৱীয় ভাব-অনুভূতিমূলক উপন্যাস ॥

### ॥ নষ্টচন্দ্ৰ ॥

ৰাজনৈতিক আৰু আৰ্থ-সামাজিক বিষয়বস্তুৰ ক্ষেত্ৰখনেই অকল ঔপন্যাসিক হিচাপে বীৰেন ভট্টাচাৰ্যৰ আপোন ক্ষেত্ৰ নহয়; মানৱীয়

ভাব-অনুভূতিমূলক উপন্যাস ৰচনা কৰিও এওঁ মানুহক মানুহৰ জীৱনৰ তাৎপৰ্য, জীৱনৰ মূল্য, নাৰীৰ জীৱনত পুৰুষৰ স্থান বা পুৰুষৰ জীৱনত নাৰীৰ স্থান আদি বিষয়ক প্ৰশ্নৰ সৈতে মুখামুখি কৰি দি তেওঁলোকৰ অনুভূতিৰ জগত আলোড়িত কৰিব পাৰে। এনে উপন্যাসত আমি পূৰ্বৰ কৰি বীৰেন ভট্টাচাৰ্যকেই যেন ছঁয়ামৰ্য়াকৈ দেখিবলৈ পাওঁ।

এই বিষয়ৰ ভট্টাচাৰ্যৰ প্ৰথম আৰু শ্ৰেষ্ঠ উপন্যাসখন হ'ল 'নষ্টচন্দ্ৰ' (১৯৬৮)[৩২]। মাত্ৰ ৭৬ পৃষ্ঠাৰ এখন অতি ক্ষুদ্ৰ কলেবৰৰ উপন্যাসিকা হ'লেও, ই লেখকৰ পাঁচখন শ্ৰেষ্ঠ উপন্যাসৰ এখন। এজন বৃদ্ধ লোকৰ জীৱনৰ শেষ অৱস্থাৰ কাৰুণ্যক লৈ ৰচিত হৈছে এই উপন্যাসিকা। উপৰুৱাভাৱে চালে ইয়াৰ বিষয় চাঞ্চল্যপ্ৰিয় সস্তীয়া লেখকৰ বহুব্যৱহৃত এটি বিষয়: এক তৰুণী ভাৰ্যাৰ বৃদ্ধ স্বামীৰ ব্যৰ্থতা আৰু অক্ষমতাৰ গ্লানি! পূৰ্বৰ পত্নীৰ পক্ষৰ তেওঁৰ পুত্ৰদ্বয় যুৱক অৱস্থাপ্ৰাপ্ত হোৱাই নহয়, তেওঁলোক বিবাহিতও। জীয়েকৰো বিয়াৰ বয়স। বোৱাৰীয়েকহঁতৰ বয়সৰেই এজনীক বুঢ়াই বিয়া কৰাই তেওঁক কোনো সন্তানৰ মুখ আৰু দেখুৱাব নোৱাৰিলে। আৰু যুৱতী ভাৰ্যাই পৰপুৰুষৰ লগত প্ৰেমৰ সম্পৰ্ক স্থাপন কৰি শেষত আত্মহত্যা কৰিলে। কিন্তু এনে এটা সস্তীয়া ঘটনায়ো ঔপন্যাসিকৰ দৃষ্টিত অসাধাৰণ আৰু গাম্ভীৰ্যময় হৈ ধৰা দিছে, আৰু পাঠকক জৈৱিক প্ৰকৃতিৰ এটি ৰূপৰ সন্ধেদ দিছে। কাহিনীৰ বৃদ্ধ নায়ক বিপুল তেওঁৰ সকলো ভুল, ব্যৰ্থতা আৰু অক্ষমতাৰ স্বত্বেও পাঠকৰ কেতিয়াও বিদ্ৰূপৰ পাত্ৰ নহয় বা তেওঁ সহানুভূতি নেহেৰুৱায়। বৰং তেওঁ পাঠকৰ সদায় সহানুভূতিৰ পাত্ৰ; তেওঁৰ প্ৰতি পাঠকৰ সদায় থাকে গভীৰ সমবেদনা। ই এপিনে সম্ভৱ হৈছে লেখকৰ এনে মানৱীয় সমস্যাৰ প্ৰতি পৈণত দৃষ্টিভংগীৰ বাবে; আৰু আন-পিনে তেওৰ সংযত ৰচনা ক্ষমতাৰ বাবে।

গিৰীয়েকৰ পৰা এটি সন্তানো পাব নোৱাৰি যৌৱনৰ শেষৰ পিনে অৱতীৰ্ণ হোৱা শুৱনিকণ যদিও অশান্ত আৰু ক্ষুব্ধ হোৱা স্বাভাৱিক আছিল, তথাপি লেখকে এনে সংযতভাৱে বিপুল আৰু শুৱনিকণৰ

চৰিত্ৰ দুটি সৃষ্টি কৰিছে যে শুৱনিকণৰ আচাৰ-ব্যৱহাৰ, কথা-কামত তাৰ কোনো উগ্ৰ প্ৰতিক্ৰিয়া নাই। বৰং গুৰু-গম্ভীৰ প্ৰকৃতিৰ, শ্ৰদ্ধা-উদ্ৰেককাৰী ব্যক্তিত্বৰ বৃদ্ধ গিৰীয়েকৰ প্ৰতি তেওঁৰ আছে এক ক্ৰুটীহীন শ্ৰদ্ধা আৰু সেৱাৰ ভাব। গিৰীয়েক বিপুলৰ মন-অন্তৰ সততে বিষাদগ্ৰস্ত, ব্যৰ্থতা সচেতন। সেই বিষাদ, ব্যৰ্থতা প্ৰকাশ পায় ঘৰখনৰ, পুতেকহঁতৰ সাংসাৰিক খেলিমেলিৰ বিষয়ত, নিজৰ প্ৰতি পৰোক্ষ সমালোচনাত। শুৱনিকণৰ আচাৰ-ব্যৱহাৰৰ বাবে কিন্তু সি সাধাৰণতে প্ৰকাশিত নহয়। আনহাতে শুৱনিকণৰ প্ৰতি অন্যায়, বা তেওঁৰ নিজৰ অস্বাভাৱিক কাৰ্যৰ বাবে শুৱনিকণৰ স্বাভাৱিক জীৱন প্ৰক্ৰিয়াত পৰা বাধাৰ প্ৰতি তেওঁ সততে সন্তপ্ত।

যদিও এই দম্পতিৰ জীৱনৰ বিষয়ত এক পুৰঠ সহনশীল দৃষ্টি-ভংগীৰ বাবে ইটোক লৈ সিটোৰ কোনো চোকা ক্ষোভ নাই, তথাপি বুঢ়াই যিদৰে নিজৰ কৃতকৰ্মক লৈ সন্তপ্ত, সেইদৰে শুৱনিকণৰো এনে জীৱনত-যি প্ৰায় অৱশ্যম্ভাৱী, সি নিজৰে অজ্ঞাতসাৰেই যেন ঘটি গ'ল। এইদৰেই স্বামী-স্ত্ৰীৰ এই সম্পৰ্কক অযথা আদৰ্শায়নৰ দোষে স্পৰ্শ কৰাৰ পৰা লেখকে ৰক্ষা কৰি এই বিষয়ত নিজৰ কৃতিত্ব সাব্যস্ত কৰিলে। শুৱনিকণ কব নোৱাৰোঁতেই যেন গিৰীয়েকৰ ৰবোৱাৰীয়েকৰ ককায়েক দুৰ্লভৰ ভালপোৱাৰ পাশত আৱদ্ধ হ'ল; আৰু তেনেকৈয়েই তেওঁৰ নিজৰ অতৃপ্ত অৱদমিত বাসনা চৰিতাৰ্থ হোৱাৰ দুৱাৰ মুকলি হ'ল। দুৰ্লভো অকল বিৱাহিতই নহয়; তেওঁ সন্তানৰো পিতৃ। বিপুল তেওঁৰ প্ৰতি স্ত্ৰীৰূপে যত্নৰ কতো ক্ৰুটী ধৰা পেলাব নোৱাৰা শুৱনিকণৰ এই বিচ্যুতিৰ কথা জানে; আৰু তাৰ কাৰণো বুজি পায়। ইয়াৰ বাবে তেওঁ মনত আঘাত পায়। কিন্তু তেওঁ জানে যে, যি ঘটিছে সি দুৰ্নিবাৰ। ই তেওঁৰ পূৰ্বৰ নিস্তাৰহীন শাস্তি।

বুঢ়াৰ মনৰ এই অশান্তি তিনি গুণে চৰিছে তেওঁৰ দুই পুত্ৰৰ সাংসাৰিক অশান্তি আৰু যুৱতী কন্যাৰ কাৰ্যৰ বাবে। বৰপুত্ৰ আদৰ্শবাদী ডেকা। পৰাধীন কালত তেওঁ স্বাধীনতাৰ বাবে যুঁজিছিল। এতিয়া স্বাধীন কালত তেওঁ বিৰোধী দল এটাত যোগ দি নিজৰ

আদৰ্শৰ অনুধাবন কৰিছে। কিন্তু আমাৰ দেশৰ এই যুগত নিৰ্বাচনত জিতিব নোৱাৰা দলৰ লোকৰ পক্ষে অসৎ উপায় অবলম্বন নকৰিলে চলিবলৈকেই টান, যদিহে সেই লোক ব্যক্তিগতভাবে সম্পত্তিশালী নহয়। বুঢ়াৰ বৰপুত্ৰৰো সেয়েহে এতিয়া চলিবলৈকেই টান। ইপিনে তেওঁ আদৰ্শবাদী ডেকা হিচাপে অসৎ উপায়ো অবলম্বন কৰিব নোৱাৰে। বুঢ়াৰ বৰপুতেক জীৱনৰ প্ৰতি সহানুভূতি আছে; কিন্তু আৰ্থিকভাবে তেওঁক সহায় কৰাৰ ক্ষমতা নাই। ইয়াতেই বুঢ়াৰ এই বিৱাহিত, এটি সন্তানৰ পিতৃ বৰপুতেকক লৈ দুখ। দুখেৰে বুঢ়াই পুতেকৰ আগত কয়—এইংন দেশত আদৰ্শনিষ্ঠ ৰাজনীতি চৰ্চাৰ মূল্য নাই। জীৱনৰ ঘৈণীয়েক মঞ্জুৱে মাষ্টৰণীৰ চাকৰি কৰি ঘৰখনক যি পাৰে সহায় কৰে। মঞ্জুৱে গিৰীয়েকক কয়, "তোমালোকৰ পাৰ্টিটো এটা মস্ত 'এক্সপ্লইটাৰ্'। তোমালোকৰ দৰে গুণী মানুহৰ শ্ৰম এক্সপ্লইট্ কৰি উপযুক্ত বানচ নিদিয়ে।" (পৃ. ৩৫) শেহতীয়া নিৰ্বাচনত জীৱন যেতিয়া হাৰিল, তেতিয়া তেওঁ চাকৰিত সোমাবলৈ বাধ্য হ'ল। অন্য এঠাইত নতুনকৈ স্থাপিত হোৱা কলেজ এখনৰ অধ্যক্ষ পদটি তেওঁলৈ যাচি দিয়াত, তেওঁ ঘৰ এৰি তালৈ গ'ল গৈ। বুঢ়াই আকৌ বেছিকৈ দুখ পালে।

দ্বিতীয় পুতেক অজিত কিছু ভিন্ন প্ৰকৃতিৰ। বিজ্ঞানৰ চোকা ছাত্ৰ অজিতৰ বিলাতলৈ গৈ গৱেষণা চলোৱাই আছিল আকাঙ্ক্ষা। সেই আকাঙ্ক্ষা পূৰণ নহ'ল। দেশতো সেই গৱেষণা সম্ভৱ নহয়। গতিকে কলেজৰ অধ্যাপনা কৰি তেওঁ পেট পোহা কামকেই কৰি আছে। বুঢ়াৰ এই দ্বিতীয় পুতেকৰ প্ৰতিও সহানুভূতি। কিন্তু অজিতৰ বোৱাৰী হ'ল বুঢ়াৰ আৰু ঘৰখনৰ এটি অশান্তিৰ কাৰণ। অজিতৰ বোৱাৰী অনীতাই সততে এইখন ঘৰ এৰি গুচি যোৱাৰ কথা কয়। এনে এখন ঘৰত তেওঁ হেনো শ্বাসৰুদ্ধ অনুভৱ কৰে। ঘৈণীয়েকৰ সদায় কৰা এনে আপত্তিৰ বাবে, অজিতো ঘৰখনত সুখেৰে থাকিব পৰা নাই। ইয়াৰ প্ৰতিকাৰ অজিতে যি ধৰণে কৰিছে, সিও দৰাচলতে কাকোৱেই সুখী কৰিব পৰা নাই। অনীতাক লৈ অজিতে

তেওঁলোকৰ ঘৰৰে ওপৰ মহলাত বেলেগে থাকিবলৈ লৈছে। অজিতৰ ভাব, এনেদৰেই তেওঁ দেউতাকৰো ওচৰত থাকিব পাৰিব আৰু অনীতাকো নিজৰ মতে চলিবলৈ সুবিধা দিয়া হ'ব। কিন্তু অনীতাৰ ইচ্ছা, ঘৰখনৰ পৰা সম্পূৰ্ণ আঁতৰি যোৱা। কাৰণ দৰ্শাই তেওঁ কয়, এইখন ঘৰত "একালে অভাৱ। আনফালে ব্যভিচাৰ" (পৃ. ৪৯)

অনীতাই দেখা এই ব্যভিচাৰ ঘৰখনত দুই ধৰণে চলি আছে। এক হ'ল—বুঢ়াৰ অবিৱাহিতা জীয়েক মাধুৰীৰ সংস্থানহীন, নিম্ন জাতৰ ল'ৰা হীৰেনৰ লগত সম্পৰ্কৰ। মাধুৰী আৰু হীৰেনে একেলগে ৰেডিয়'ত গীত গায়। বুঢ়াই এই সম্পৰ্ক ইয়াতকৈ দূৰলৈ গৈছে বুলি নাজানিছিল। শেষত যেতিয়া জীয়েকৰ বিয়া অৱস্থাপন্ন ঘৰৰ ল'ৰা গুণজিতৰ লগত ঠিক কৰিলে আৰু ইপিনে জীয়েক গুচি গ'ল হীৰেনৰ লগত, তেতিয়াহে সকলোৱে বুজি পালে অনীতাৰ কথা।

অনীতাই কোৱা ঘৰখনৰ অন্য এটি ব্যভিচাৰৰ কথা হ'ল, সতিয়ৈ শাহুৱেক গুৱনিকণক লৈ। বুঢ়াকে ধৰি ঘৰখনৰ সকলোৱে অৱশ্যে জানে তেওঁৰ মঞ্জুৰ ককায়েক দুৰ্লভৰ মাজত থকা প্ৰেমৰ কথা। দুৰ্লভে আনকি এখন বেনাৰসী শাৰীও তেওঁক উপহাৰ দিয়াৰ কথা সকলোৱে জানে। দুয়ো প্ৰায়ে একেলগে ফুৰিবলৈকো ওলাই যায়। ইয়াতকৈ আৰু অন্য কিবা দুয়োৰে মাজত ঘটিছে বুলি প্ৰায়ভাগ লোকেই ঘৰখনত ভাবিব পৰা নাছিল। শেষত যেতিয়া অনীতাৰ প্ৰসৱৰ সময় হ'ল, তেতিয়া দেখা গ'ল অনীতাৰ যেতিয়া প্ৰসৱ-বেদনা, দুল'ভৰ তেতিয়া এটি মটৰ দুৰ্ঘটনাত মৃত্যু হ'ল। পৰিয়ালৰ সকলোবোৰেই তেতিয়া দুল'ভৰ মৃত্যু, শ-দাহ আদি কথাক লৈ ব্যস্ত। আচৰিত ধৰণে গুৱনিকণক কিন্তু দেখা গ'ল প্ৰসূতি বোৱাৰীয়েকৰ লগতে পৰম নিষ্ঠাৰে লাগি থকা। অনীতাৰ প্ৰসৱৰ সংকট পাৰ হৈ যোৱাৰ পিছত তেওঁ ঘোষণা কৰিলে যে, তেওঁ এতিয়া ৰবপুতেক জীৱন আৰু নাতিয়েক বিজয়হঁতক আগবঢ়াই আনিবলৈ বিমান-কোঠলৈ যায়।

বিমান-কোঠলৈ ৰবপুতেকহঁতক আগুৱাই অনাৰ বাবে যাওঁতে গুৱনিকণক কিন্তু দেখা গ'ল মৃতক দুৰ্লভে দি যোৱা শাৰীখন পিন্ধি

যোৱা—সেই দুৰ্লভ যাৰ মৃত্যুত গুৰনিকণে কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰি আচৰিতধৰণে নিজকে ব্যস্ত ৰাখিলে এক জন্মৰ আয়োজনত। এতিয়া গুৰনিকণ যি এবাৰ সেই বেশত ওলাই গ'ল, তাৰ পিছত দেখা গ'ল, আৰু উভতি নাহিল তেওঁ। তেতিয়াহে সকলোৱে বুজি পালে—গুৰনিকণ-দুৰ্লভৰ মাজত দৰাচলতে কি ঘটিছিল। লেখকৰ ৰচনাত আৰু বুঢ়াৰ ধাৰণাতো এই কথাৰ অৱস্থে পূৰ্বতেও সন্দেহ আছিল। কিন্তু অনীতাত বাহিৰে এই কথাৰ কোনেও সন্দেহ পোৱা নাছিল যে, গুৰণিকণ হৈছিল দুৰ্লভৰ স'তে সম্পৰ্কৰ ফলত সন্তানসম্ভৱা।

ঔপন্যাসিকৰ চৰিত্ৰাংকন-কলা এই উপন্যাসত এনে সূক্ষ্ম যে এই কথা জনাৰ পিছত বুঢ়াই যদিও চৰম অশান্তি পালে বুলি দেখুওৱা হৈছে, তথাপি কিন্তু এই কথা দেখুওৱা হোৱা নাই যে তেওঁ ঘৈণীয়েকক এই বাবে প্ৰতাৰিকা বুলি জ্ঞান কৰিছে। অক্ষম, বৃদ্ধ বুলি গুৰনিকণে যেনেকৈ জীৱিত কালত কেতিয়াও স্বামীক হেয় জ্ঞান নকৰি সততে দেখুৱাই গ'ল শ্ৰদ্ধা আৰু সহানুভূতি, বুঢ়ায়ো সেইদৰে এই জ্ঞানৰ পিছতো ঘৈণীয়েকক পূৰ্বৰদৰেই সমান সহানুভূতি আৰু ভালপোৱাৰেই চাব পাৰিলে। ইয়াতকৈয়ো ডাঙৰ কথা, মানৱীয় ক্ৰুটী আৰু সীমাবদ্ধতাৰ এই দুই জীৱন্ত চানেকি ইটোৰ প্ৰতি সিটো যিদৰে সহৃদয় আৰু সহানুভূতিশীল, লেখকো সেইদৰে দুয়োৰে প্ৰতি সততে সমানেই সহৃদয় আৰু সহানুভূতিশীল। কোনোজনৰ প্ৰতি কেতিয়াও তেওঁ কটাক্ষপাত কৰা নাই। মানৱ-আচৰণৰ সৰল ফৰ্মুলাৰ জ্যামিতিক অংকন কৰি সকলোকে চমক খুওৱা সহজ; কিন্তু মানৱ-আচৰণৰ এনে জটিল দিশ তাৰ নিজস্ব জটিল ৰূপতে এনেদৰে প্ৰকাশ কৰা অতি টান কাম। উচ্চ পৰ্যায়ৰ অৱলোকন ক্ষমতাসম্পন্ন দ্ৰষ্টা হ'ব নোৱাৰিলে, সাহিত্যিকে এনে সৃষ্টিত সফল হ'ব নোৱাৰে। বীৰেন ভট্টাচাৰ্য তেনে এক অৱলোকন ক্ষমতাসম্পন্ন দ্ৰষ্টা সাহিত্যিক বুলি এই উপন্যাসত প্ৰমাণিত হৈছে।

ইটো সিটোৰ বাবে আপাততঃ প্ৰবঞ্চক হোৱা স্বত্বেও, পৰি-

স্থিতিক এক অসাধাৰণ উদাৰতাৰে গ্ৰহণ কৰি ইটোৱে ইটোক কেনেদৰে ইয়াত সহৃদয়তা, কৰ্তব্যপৰায়ণতা আৰু ক্ষমতাশীলতাৰে গ্ৰহণ কৰিব পাৰিছে, তাক বুজা যাব দুয়োৰে তলৰ কথোপকথনটিৰ পৰা। অনীতাৰ প্ৰসন্নৰ পিছত তেওঁৰ শুশ্ৰূষা শেষ কৰি গুৱনিকণ চিৰ কালৰ বাবে দুৰ্লভক অনুসৰণ কৰি আঁতৰি যাবলৈ ওলোৱা সময়ৰ এই দৃশ্য :

গুৱনিকণ যেনেই আছিল তেনেই সোমাই গ'ল বিপুলৰ গুৰিলৈ, আৰু তেওঁৰ বিছনাতে বহি সুধিলে,

"আপুনি শোৱা নাই ?"

"ওহো। মৰণ আচল শান্তি, গুৱনিকণ। দুৰ্লভ কিমান ভাগ্যৱান চোৱা। তাৰ মুক্তি হ'ল।"

"মুক্তি ?"

"অঁ, সি ভোগ কৰিবলৈ আহিছিল ; ভোগ কৰিলে, গ'ল। খেলা শেষ। কিন্তু আমি ভোগৰ অভিনয় কৰিছোঁ। ··· যন্ত্ৰণাত মৰিছোঁ। ভাবিছোঁ তাৰ সলনি মোক নেমাৰিলে কেলেই ভগৱানে।"

'কিয় ?"

"তেতিয়া সি মোতকৈ বেছিকৈ মৰম কৰিব পাৰিলেহঁতেন।"

"ছিঃ, ছিঃ, কি ভাবিছে। মই ভাল কাম কৰা নাছিলোঁ। মই কিমান তললৈ নামিছিলোঁ আপুনি নেজানে।"

"কিমান।"

"কথা নুফুটে।"

"কোৱাচোন, তাৰ দায়ৰ ভাগ মোকো দিয়া।"

"ওহোঁ, দিব নোৱাৰি। মোৰ কামৰ দায় মোৰেই। তাৰ ভাগ আপোনাক মই দিব নোৱাৰোঁ।"

"কিয় ?"

"আপুনি এটা মন্দিৰৰ চূড়াৰ দৰে ওখ। মই মাটিৰ তলৰ পোক।" (পৃ. ৬০)

ইয়াৰ পিছত গুৱনিকণ ওলাই গৈ যেতিয়া আৰু ঘূৰি নাহিল, আৰু তেওঁ যে আত্মহত্যা কৰিছে তাক সকলোৱে বুজি পালে, তেতিয়া বুঢ়াৰ এয়া বক্তব্য, বাৰিষাৰ ব্ৰহ্মপুত্ৰৰ গৰ্জন তেওঁৰ কোঠাৰপৰা শুনাৰ সময়ত, পুতেকহঁতৰ আগত:

> তহঁতে মোৰ বৰ যত্ন কৰিছ। কিন্তু মই অক্ষম। মোক এৰি থৈ তহঁতৰ জননী মাৰ গ'ল। মই কিয় জীয়াই আছোঁ তাকে ভাবো। কিন্তু সোঁত দেখিলে বৰ ভয় লাগে; এতিয়া সোঁত চাবও নোৱাৰোঁ। কিন্তু কাণ ঠিকে আছে, গৰ্জন শুনিছোঁ। গুৱাহাটীৰ বহুত সলনি হ'ল। কিন্তু এই গৰ্জন সলনি হোৱা নাই। প্ৰত্যেক বাৰিষা এই গৰ্জন মই শুনো।··· অনন্ত কোটি ব্ৰহ্মাণ্ড আৰু ধূলি ধৰণীৰ সাৰ এই গৰ্জনত আছে। এয়ে গ্ৰেভিটেচন। আমাৰ পৰিয়ালতো এটা গ্ৰেভিটেচন পুল আছে। গুৱনিকণক কোনে টানি নিলে? (পৃ. ৭৫)

দৈহিক আৰু প্ৰাকৃতিক ধৰ্মৰ যি অনিবাৰ্য গতি, তাক কাহিনীৰ আৰু বুঢ়াৰ উপলব্ধিৰ মাজেদি এনেকৈয়েই দেখুওৱা হৈছে। মানুহৰ জৈৱিক-ধৰ্ম পালনৰ প্ৰবৃত্তিয়েই যে অন্তত মানুহৰ সকলো সূক্ষ্মতৰ অনুভূতি, উচ্চতৰ দাৰ্শনিক বা ৰাজনৈতিক আদৰ্শৰ অনুধাবনক তল পেলাই মানৱ-জাতিৰ অস্তিত্বৰ প্ৰবাহ অব্যাহত ৰাখে—আগতে দেখুৱাই অহা বীৰেন ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাসবোৰতো ধৰা পৰা এই সত্য বা জীৱন-ধাৰণা এনেদৰেই এই ভাব-প্ৰধান উপন্যাসখনৰ কেন্দ্ৰীয় বিষয়বস্তু হিচাপে প্ৰকাশিত হৈছে। বহুতৰ বাবে স্থূল প্ৰকৃতিৰ যেন লাগিলেও, বহুতৰ বাবে অগ্ৰহণীয় হ'লেও, জীৱন সম্পৰ্কে ই যে এক তাৎপৰ্যপূৰ্ণ ধাৰণা—তাত সন্দেহ নাই। কিন্তু এই ভাবৰ প্ৰকাশতেই অকল উপন্যাসখনৰ মূল্য নিৰ্ভৰ কৰা নাই। ই এখন কলাকুশল উপন্যাসো।

সৰ্বজ্ঞান বৰ্ণনাকাৰীৰ ভূমিকাত থকা লেখকে ইয়াত চৰিত্ৰাৱলীৰ কথা আৰু কামৰ মাজেদিয়েই উপন্যাসৰ কাহিনী আগবঢ়াই নিছে।

লেখকৰ নিজৰ বৰ্ণনা বা বিৱৰণ ইয়াত তেনেই সামান্য। তেওঁ যেন এই নাটকৰ সূত্ৰধাৰহে মাথোন। যদিও চৰিত্ৰসমূহৰ মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ কোনো বৰ্ণনা ইয়াত নাই, তথাপি মন কৰিবলগীয়া কথা এই যে, ইয়াৰ বিষয়বস্তুৱেই হ'ল আন্তৰিক অনুভূতি আৰু মানসিক কাৰ্যকলাপক লৈ। লেখকৰ তেনেই তাকৰীয়া মন্তব্য আৰু চৰিত্ৰসমূহৰ ইংগিতধৰ্মী কাম আৰু কথাৰ মাজেদিয়েই সূক্ষ্মকলাৰ ৰূপত এই উপন্যাসৰ আন্তৰিক বিষয়বস্তু ফুটাই তোলা হৈছে। ওপৰত তুলি দিয়া উপন্যাসৰ অংশ দুটিয়েই এই সাক্ষ্য দিব। তদুপৰি উপন্যাস-খনৰ আৰম্ভণীটোতো এই কথা ভালকৈ ধৰা পৰে।

উপন্যাসৰ আৰম্ভণীত বুঢ়াই তেওঁৰ তৰুণী ভাৰ্যাক মাতি মাতিও মাত পোৱা নাই। ইয়াৰ বাবে বুঢ়াৰ ক্ষোভ হৈয়ো হোৱা নাই। মৃত্যুৰ চেতনাই বুঢ়াক আচ্ছন্ন কৰিছে। তেওঁৰ দিন আৰু এতিয়াৰ পুতেক-বোৱাৰীয়েকহঁতৰ লগতে এই দ্বিতীয় ভাৰ্যা শুৱনিকণৰ দিনবোৰৰ বিশাল পাৰ্থক্যই বুঢ়াক বেদনা দিছে। পত্নীক প্ৰয়োজনৰ সময়ত মাতিও মাত নাপালত বুঢ়াৰ মনলৈ আহিছে এই তৰুণী পত্নীৰ দুৰ্লভৰ লগত ঘটি উঠা সম্পৰ্কৰ কথা। বুঢ়াৰ এই দ্বিতীয় পত্নীক এটি সন্তানো দিব নোৱাৰাৰ চেতনা এনে অৱস্থাতে তেওঁৰ মনলৈ আহিছে। স্বাভাৱিকতে ঘৈণীয়েকক এতিয়া প্ৰয়োজনৰ সময়ত ওচৰত নাপাই দুখ লাগিলেও, তেওঁ দুখ নকৰিবলৈ চেষ্টা কৰিছে।

এনে চেতনাৰ মাজতে আকৌ তেওঁৰ মনলৈ আহিছে সম্পূৰ্ণ বিপৰীত অৱস্থাৰ তেওঁৰ ওচৰ ঘৰীয়া মন্ত্ৰীৰ পৰিয়ালৰ কথা। বুঢ়াৰ দিনৰ সেই কংগ্ৰেছ ভলন্টিয়াৰ এতিয়া প্ৰতাপী মন্ত্ৰী। এফালে তেওঁ সোণ নিয়ন্ত্ৰণ কৰিছে আইনেৰে, আনপিনে তেওঁৰ জীয়েকৰ কাষ চাপি অহা বিয়াখনৰ উপলক্ষে তেওঁৰ অনুগ্ৰহপ্ৰাৰ্থী ব্যৱসায়ী গোষ্ঠীৰপৰা আহিব ধৰিছে ডজনে ডজনে সোণৰ আঙঠি। মন্ত্ৰীয়ে তাত উদ্বেগ প্ৰকাশ কৰিবলগীয়া একো পোৱা নাই। বুঢ়াৰ পৰিয়ালৰ আৰ্থিক দুৰৱস্থা, আৰু একেখন ৰাজনীতি ক্ষেত্ৰতে বুঢ়াৰ ৰৰপুতেকৰ অৱস্থাৰ বিপৰীতে তেওঁৰ চেতনালৈ অহা মন্ত্ৰীৰ ঘৰৰ কথা বিশেষ

অর্থবহ ৰূপত ধৰা দিছে। ইয়েই আকৌ লেখক বীৰেন ভট্টাচাৰ্য্যই কেনেকৈ ৰাজনীতিক বাদ দি মানৱ-অস্তিত্বৰ কথা কল্পনা কৰিব নোৱাৰে—পূৰ্বতে আমি দেখুৱাই অহা এই কথাকো সূচাইছে। এই ধৰণৰ অৰ্থবহ, কলাকুশল ঘটনা বা দৃশ্যৰ মাজেদিয়েই উপন্যাসৰ প্লট বিকশিত হৈছে।

উপন্যাসৰ সামৰণি পৰিছে দুৰ্লভৰ মৃত্যু (আত্মহত্যা?) আৰু গুৱনিকণৰ আত্মহত্যাৰ যোগেদি; আৰু ইয়াৰ লগে লগে দুনিবাৰ দৈহিক আৰু প্ৰাকৃতিক শক্তিৰ বিপৰীতে মানুহৰ নিৰুপায় অৱস্থাৰ প্ৰকৃতিবাদী (naturalistic) উপলব্ধিৰ মাজেদি। স্বাভাৱিকতে এই উপন্যাসৰ সামৰণি নেতিবাচক। জীয়েক পলাই যোৱাৰ বিষয়তো, বুঢ়াই যদিও এই কথাটো প্ৰথমতে স্বীকাৰ কৰি লবলৈ টান পাইছিল, তথাপি হীৰেন আৰু মাধুৰীৰ এই সম্পৰ্ক পিছলৈ তেওঁ মানি লবলৈ বাধ্য হৈছে। এনে অৱস্থাত তেওঁৰ প্ৰথম পত্নীয়ে জীয়েকলৈ এৰি যোৱা বাখৰ খটোৱা আঙঠিটো মাধুৰীক দি দিবলৈ নিৰ্দেশ দিছে। জীৱনৰ বহমান স্ৰোতক, জৈৱিক ধৰ্মৰ স্বাভাৱিক গতিক, এনেদৰে মানি লৈ তাৰ ওচৰত বুঢ়াই যদিও নতি স্বীকাৰ কৰিছে, তথাপি কিন্তু সংসাৰ আৰু সমাজ সম্পৰ্কে তেওঁক নিৰাশাবাদী বুলি কব নোৱাৰি। সামাজিক দিশত দৰাচলতে সেয়েহে উপন্যাসখনো নিৰাশা-বাদী নহয়। নিজৰ ঘৰৰ চৰম দুৰ্গতিৰ সময়তো মন্ত্ৰীৰ ঘৰৰ দুৰ্নীতিৰ বিষয়ে তেওঁৰ সচেতনতাই বুঢ়াৰ এখন নিকা সমাজ বিচৰা বিপ্লৱী মনোভাবৰ ইংগিত দিয়ে। দুই পুতেকৰ ব্যৰ্থতাতো তেওঁ ঠিক নিৰাশ নহয়; সিহঁত ব্যৰ্থ হ'ব লগীয়া এনে এখন সমাজ, এটি ৰাজনৈতিক বাতাবৰণক লৈ তেওঁ ক্ষুব্ধহে।

## ॥ চিনাকি সুঁতি ॥

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ দ্বিতীয়খন মানৱীয় ভাব-অনুভূতিমূলক উপন্যাস হ'ল 'চিনাকি সুঁতি' (১৯৭১)[৩৩]; আৰু এইখনো ৰীৰেন

ভট্টাচাৰ্যৰ পাঁচখন শ্ৰেষ্ঠ উপন্যাসৰ এখন। বীৰেন ভট্টাচাৰ্যৰ পাঁচখন শ্ৰেষ্ঠ উপন্যাসৰ মানৱীয় ভাব-অনুভূতিমূলক অন্যখন উপন্যাস 'নষ্টচন্দ্ৰ'ৰ দৰে, 'চিনাকি সুঁতি'ও ('হেমকোষ' আৰু 'চন্দ্ৰকান্ত'ৰ মতে শুদ্ধ বানান 'সুঁতি'হে) এখন ক্ষুদ্ৰায়তনৰ ভিন্নমুখী উপন্যাস। 'নষ্টচন্দ্ৰ'ৰ আলোচনাত আমি দেখি আহিলোঁ, কেনেকৈ এই লেখকৰ দৈহিক বা জৈৱিক সমস্যাৰ উপন্যাসতো ৰাজনীতিয়ে ভূমুকি মাৰেহি। এই উপন্যাস কিন্তু সম্পূৰ্ণৰূপে ৰাজনীতিশূন্য। আদিৰ পৰা অন্তলৈ এই উপন্যাসৰ একমাত্ৰ বিষয়বস্তু হ'ল, জৈৱিকধৰ্মৰ সমস্যাজনিত মানৱীয় ভাব-অনুভূতি। 'নষ্টচন্দ্ৰ'ত যেনেকৈ আপাতত: এটি গতানুগতিক অথচ চাঞ্চল্যকৰ প্ৰেমৰ কাহিনীৰে গুৰুভাবৰ বিষয়বস্তু এটি ফুটাই তোলা হৈছে, এই উপন্যাসতো একেদৰে এটি সাধাৰণ ত্ৰিভুজাকৃতিৰ প্ৰেমৰ কাহিনীৰ মাজেদি প্ৰেম আৰু বিৰহ সম্পৰ্কীয় গুৰুভাব এটি ফুটাই তোলা হৈছে। চৰিত্ৰ একোটি কাহিনীত অৱতীৰ্ণ কৰাওঁতে 'নষ্টচন্দ্ৰ'কে ধৰি কেবাখনো উপন্যাসত বীৰেন ভট্টাচাৰ্যই চৰিত্ৰটি সম্পৰ্কে এটি কৌতূহল জাগ্ৰত কৰি লোৱা দেখা গৈছে। এই উপন্যাসতো সেই লক্ষণ ধৰা পৰিছে।

ইয়াৰ নায়িকা অৰ্পণা যৌৱনৰ শেষ অৱস্থাত আহি ভৰি দিয়া এগৰাকী উচ্চ শিক্ষিতা আৰু মানুহৰ শ্ৰদ্ধা আৰু সমীহ আদায় কৰিব পৰা যুৱতী। কাহিনীৰ আৰম্ভণীতে তেওঁ যেতিয়া ডেকা আৰ্কিটেক্ট্‌ অনাথক লগ পাইছে, তেতিয়াই পাঠকে বুজিব পাৰে, এই নাৰীৰ আছে এক শক্তিশালী নিজস্ব ব্যক্তিত্ব আৰু মনোভংগী। জনসাধাৰণৰ পৰা আঁতৰি থাকি ভাল পোৱা আৰু গুৱাহাটীৰ এটি আওহতীয়া অঞ্চলত বাস কৰা এই গাভৰুৱে কলিকতাৰ জীৱন দাসগুপ্ত নামৰ, দুটি সন্তানৰ পিতৃ আদবয়সীয়া লোক এজনক ভাল পায়। কিন্তু এই অৰ্পণাক ডেকা অনাথে যেতিয়া লগ পালে, তেতিয়াই তেওঁৰ যৌৱন আৰু ৰূপ-লাৱণ্যৰ দ্বাৰা চুম্বকৰ দৰে আকৃষ্ট হ'ল। ইপিনে কিন্তু তেওঁ পামেলা সিং নামৰ এজনী পাঞ্জাৱী ছোৱালীকো ভাল পাই আছে; আৰু তেওঁৰ লগত বিয়াও

ঠিক হৈ আছে। পামেলাৰ প্ৰতি তেওঁৰ আছে আন্তৰিক প্ৰেম; আনহাতে অৰ্পণাৰ প্ৰতি তেওঁৰ জাগ্ৰত হৈছে দৈহিক আকৰ্ষণ আৰু মানসিক মোহ।

এই দৈহিক আকৰ্ষণ তথা মানসিক মোহ আৰু আন্তৰিক প্ৰেমৰ কোনটোৰ স্থান জীৱনত কোনখিনিত, আৰু কোনটোৰ মূল্য কিমান— তাকে দেখুৱাটোৱেই উপন্যাসখনৰ বিষয়বস্তু। অৰ্পণাক লগ পোৱাৰ পিছত, পামেলাৰ বুদ্ধি-বৃত্তি আৰু ব্যক্তিত্ব অৰ্পণাতকৈ নিম্নস্তৰৰ বুলি অনাথে বুজি পায়। অকল এয়েই নহয়, অৰ্পণাৰ দৈহিক আকৰ্ষণো পামেলাতকৈ বেছি। স্বাভাৱিকতেই অনাথৰ মনত পামেলাতকৈ অৰ্পণাৰ স্থান ওপৰলৈ উঠিল। এনে কথাত অনাথক আসৈ দিয়াৰ অৰ্পণা পক্ষপাতী নহয়।

প্ৰেম হ'ব লাগে আন্তৰিক; আৰু আন্তৰিক প্ৰেমৰ পৰিণতি হ'ব লাগে বিৱাহ। এনে ভাবতেই অৰ্পণাই জীৱন দাসগুপ্তক ভাল পাইছিল। দাসগুপ্তৰ বিৱাহিতা পত্নী দাসগুপ্তৰ আত্মিক সমকক্ষা নাছিল বাবেই তেওঁৰ লগত বিৱাহ বিচ্ছেদ কৰি দাসগুপ্ত অকলে বাস কৰিছিল। অৰ্পণাক লগ পাই যেতিয়া তেওঁ অনুভৱ কৰিলে যে অৰ্পণা তেওঁৰ আত্মিক সমকক্ষা, তেতিয়া তেওঁ অৰ্পণাক ভাল পালে; অৰ্পণাৰো অৱশ্যে এনে ভালপোৱাই কাম্য। কিন্তু এনে ভালপোৱাৰ পৰিণতি অৰ্পণাই যদিও বিৱাহ হোৱাটো বিচাৰে, জীৱন দাসগুপ্তই আনহাতে আৰু বিৱাহ নিবিচাৰে। তেওঁ এতিয়া বিচাৰে মুক্তপ্ৰেম। অৰ্পণা কথাই কামে অসামান্য হৈয়ো মুক্ত প্ৰেমৰ সমৰ্থক নহয়। সমাজৰ পৰা আঁতৰত থাকে যদিও তেওঁ কয়, এনে প্ৰেম সমাজৰ কাম্য নহয়। তেওঁ বিৱাহৰপৰা সন্তান বিচাৰে; কিন্তু সমাজত এনে সন্তানৰ কোনো স্থান নাই। সিপিনে অনাথকো তেওঁ নিজৰ ওচৰৰপৰা বিদায় দিছে, পামেলাৰ সৈতে ঘৰ কৰিবলৈ। কাৰণ, প্ৰেমহীন দৈহিক সম্পৰ্ক বা কেৱল মোহ তেওঁৰ বাবে ইপ্সিত নহয়।

জীৱন আৰু অনাথ— দুয়োকে এইদৰে যদিও অৰ্পণাই নিজৰ

ওচৰৰ পৰা বিদায় দিলে, তথাপি কিন্তু ইয়াকে কৰি তেওঁ মনে মনে বৰ আহত হ'ল। জীৱন দাসগুপ্তৰ প্ৰতি তেওঁৰ ভালপোৱা আছিল অতি গভীৰ। ক্ৰমে ক্ৰমে নিজৰে অজ্ঞাতসাৰে অৰ্পণাই তেওঁক ঈশ্বৰৰ শাৰীলৈ তুলিলে। আৰু এনেকৈয়েই তেওঁ হ'ল গৈ এক সন্ন্যাসিনী। পূৰ্বৰ শিক্ষালাভৰ স্থান দাৰ্জিলিঙলৈ গৈ তেওঁ এখন আশ্ৰমত সোমাল। শেষলৈ তেওঁ সেই আশ্ৰমো ত্যাগ কৰি নিৰুদ্দেশ যাত্ৰা কৰিছে; আৰু মানুহৰ চকুত ধৰা পৰিছে এক পাগলী বুলি। আশ্ৰমত থকা অৱস্থাতেই কিন্তু এই সন্ন্যাসিনীয়ে তেওঁৰ দেৱতা জীৱন আৰু তেওঁৰ বিৱাহিতা পত্নীৰ মাজত পুনৰ্মিলন সংঘটিত কৰি থৈ গৈছে। তেওঁৰ সঞ্চিত বেংকৰ টকা অনাথৰ শিশুটিৰ ওপৰঞ্চি শিক্ষাৰ বাবে, আৰু তেওঁৰ অলংকাৰ-পাতি অনাথৰ পত্নী পামেলাৰ বাবে দান কৰি থৈ গৈছে।

সাধাৰণ নাৰী পামেলা আছিল অৰ্পণাৰ প্ৰতি ঈৰ্ষাপৰায়ণা। ঈৰ্ষাদগ্ধা হৈয়েই তেওঁ অৰ্পণাৰ এই দান প্ৰত্যাখ্যান কৰিছিল। পামেলাই কোনো দিন তেওঁক কোনো উচ্চ আসনত বহুৱাব নোৱাৰিলে। শেষলৈ অনাথেও আনকি নিজৰ স্বামীক নিজৰ ওচৰলৈ ঘূৰাই অনাত সক্ষম হোৱা দাসগুপ্তৰ পত্নী সুখলতাকেই আদৰ্শ ভাৰতীয় নাৰী বুলি স্বীকাৰ কৰিছে। স্বাভাৱিকতেই তেতিয়াও নিজৰ ঘৈণীয়েক পামেলাৰ সকলো সীমাৱদ্ধতাৰ স্বত্বেও তেওঁকো এইভাবেই গ্ৰহণ কৰিছে বুলি ধৰিব পাৰি। সেয়েহে অৰ্পণাৰ নাৰী-আৰ্হিটো (type) প্ৰত্যাখ্যান কৰি অনাথে এনে অৱস্থাত কৈছে, সুখলতা যদি সাবিত্ৰীৰ জাত, অৰ্পণা তেন্তে উৰ্বশী (পৃ. ১২০)। পামেলাই আকৌ গিৰীয়েকক তেতিয়া শুধৰাই দি কৈছে, অৰ্পণা গোপীসকলৰহে অনুৰূপ (পৃ. ১২০)। ব্ৰহ্মচাৰিণী হৈ নিৰুদ্দেশ যাত্ৰা কৰা অৰ্পণাক অনাথে এইবাৰ বৃন্দাবনৰ পথ লোৱা গোপিনী বুলি মানি ললে (পৃ. ১২০)।

হিন্দু ধাৰণাৰ সতী গৃহিণীৰ ৰূপেই যে নাৰীৰ শাশ্বত ৰূপ—অনাথৰ এই উপলব্ধি এক আকস্মিক উপলব্ধি নহয়। পামেলাৰ তেওঁৰ প্ৰতি ভালপোৱা আৰু মাতৃবৎ শুশ্ৰূষাই তেওঁক এই উপলব্ধি আনি দিছে।

বহুদিন আগতে মাকক হেৰুৱাবৰে পৰা, আৰু বহুদিন ধৰি সকলো আপোন মানুহৰ পৰা আঁতৰি থাকি, অনাথে নাৰীৰ এই দিশ আৰু গুণৰ কথা পাহৰি আছিল।

এনেকৈয়েই নাৰী-পুৰুষৰ সম্পৰ্কৰ তাৎপৰ্য, আৰু প্ৰধানকৈ অসামান্য আৰু লক্ষ্মীস্বৰূপ গৃহিণীৰ কোন শ্ৰেণীৰ স্থান পুৰুষৰ জীৱনত কোন-খিনিত, তাৰ আভাস দিবলৈকে এই উপন্যাস ৰচিত। এনে ভাব-প্ৰধান উপন্যাসে ৰবীন্দ্ৰনাথৰ 'শেষেৰ কবিতা'ৰ লেখীয়া উপন্যাসবোৰলৈ মনত পেলায়। ইফালে আকৌ এনে ভাবৰ সৰল, নিৰাভৰণ, অনুচ্ছ্বসিত ভাষাই বা বৰ্ণনা-ৰীতিয়ে শৰৎচন্দ্ৰৰ উপন্যাসৰ ভাষা-ৰীতিলৈ মনত পেলায়। সি যি কি নহওক, উপন্যাসখনত অৰ্পণাই এবিধ নাৰীৰ প্ৰতিনিধিত্ব কৰি আৰু আনফালে সুখলতা আৰু পামেলাই অন্য এবিধ নাৰীৰ প্ৰতিনিধিত্ব কৰি তাকৰীয়া কাৰ্যৰ বা ঘটনাৰ, সংলাপবহুল এই উপন্যাসখনক এখন চৰিত্ৰপ্ৰধান উপন্যাস কৰি তুলিছে। সেই চৰিত্ৰসমূহ আকৰ্ষণীয় আৰু সজীৱ কৰি তুলিব পৰাতেই ভাবপ্ৰধান এই উপন্যাসখনৰ শৈল্পিক কৃতিত্ব।

এই উপন্যাসেও সকলো উচ্চতৰ বা সূক্ষ্মতৰ ভাব-অনুভূতিৰ ওপৰতো মানুহৰ মানৱ-প্ৰজাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে থকা যি জৈৱিক ধৰ্ম পালনৰ সহজ প্ৰবৃত্তি, তাকেই প্ৰতিপন্ন কৰিছে। সেয়েহে সন্তান উৎপাদনৰ বাবে নহলেও সন্তান পালনৰ বাবে প্ৰশস্ত বাট মুকলি নথকা দাসগুপ্তৰ মুক্ত প্ৰেম আৰু অনাথৰ মোহক অৰ্পণাই নেওচা দি তেওঁলোকক তেওঁলোকৰ পত্নীৰ ওচৰলৈ বা প্ৰেমিকাৰ ওচৰলৈ ওভোতাই পঠিয়াইছে। কিন্তু এই বিষয়বস্তু উদ্ঘাটন কৰোতে লেখকে ইয়াত উচ্চতৰ এটি আদৰ্শৰ আয়তন দান কৰি উপন্যাসখনৰ মূল্য আৰু বৈশিষ্ট্য চৰাইছে। মানৱ জীৱন জৈৱিক শক্তিচালিত হলেও, আৰু এই শক্তিক বা ধৰ্মক আমি মানি লব লাগিলেও, ই নৈতিকতা নিৰ্ভৰ হ'ব লাগিব—এই ওপৰঞ্চি নৈতিক ভাবটোও উপন্যাসখনে দাঙি ধৰিছে। সেয়েহে মুক্ত প্ৰেমত দাসগুপ্তক আৰু দৈহিক আকৰ্ষণত অনাথক অৰ্পণাই প্ৰশ্ৰয় নিদি তেওঁলোকক তেওঁলোকৰ বিৱাহিত প্ৰেমৰ

জগতলৈ ওভোতাই পঠিয়াই নিজে সন্ন্যাসিনীৰ পথ গ্ৰহণ কৰিছে। এই নৈতিক ভাবৰ আয়তনটোৱেই নিশ্চয় 'চিনাকি সুঁতি'ক 'নষ্টচন্দ্ৰ'তকৈ ওপৰৰ পৰ্যয়লৈ লৈ গৈছে।

এই উপন্যাসখনিত আৰু এটি মন কৰিবলগীয়া কথা হ'ল, ইয়াত ধৰা পৰা নাৰী-চৰিত্ৰৰ প্ৰাধান্য। পুৰুষৰ জীৱনত নাৰীৰ স্থান দেখুওৱা এই উপন্যাসখন এখন নাৰী-চৰিত্ৰকেন্দ্ৰিক উপন্যাস ; আৰু এতিয়ালৈকে কিতাপৰ ৰূপত প্ৰকাশিত ভট্টাচাৰ্যৰ উপন্যাসবোৰৰ ভিতৰত এই খনেই একমাত্ৰ এনে নাৰী-চৰিত্ৰকেন্দ্ৰিক উপন্যাস। অৱশ্যে ইয়াৰ প্ৰধান চৰিত্ৰটিয়েই এটি নাৰী চৰিত্ৰ যদিও, নাৰীক ইয়াতো পুৰুষৰ দৃষ্টিৰেহে চোৱা হৈছে। পুৰুষৰ জীৱনত নাৰীৰ স্থান পুৰুষৰ দৃষ্টিকোণৰ পৰাই ইয়াত নিৰ্ণয় কৰা হৈছে। সেয়েহে উপন্যাসখনৰ সিদ্ধান্ত—বিৱাহিত জীৱনত নাৰী সাৱিত্ৰী হৈয়েই থাকিব লাগিব। সেয়েই তেওঁলোকৰ প্ৰকৃত পৰিচয়। কিন্তু প্ৰশ্ন উঠে, অসামান্যা নাৰীৰ জানো সংসাৰত স্থান নাই? অসাধাৰণ নাৰী জানো বিৱাহ-বন্ধনত বান্ধ খাই সংসাৰ কৰিবলৈ আৰু সন্তান উৎপাদনৰ বাবে নহয়? ইয়াৰ উত্তৰ যদি ইতিবাচক হয়, তেন্তে বীৰেন ভট্টাচাৰ্যৰ এই উপন্যাসৰ সিদ্ধান্ত ভুলনেকি? নাৰী-মুক্তি সংগ্ৰামত প্ৰবৃত্ত মহিলাসকলে (Feminists) উপন্যাসখনৰ সিদ্ধান্তক পুৰুষ-প্ৰধান সমাজৰ এটি চানেকি সিদ্ধান্ত বুলিয়েই নিশ্চয় উৰাই দিব। কিন্তু আচল সত্য কি? এই প্ৰশ্নৰ উত্তৰ হিচাপে, আমি আমাৰ নিৰুপমা বৰগোহাঞি বা মামনি ৰয়ছম গোস্বামীৰ দৰে লেখিকাসকলৰ পৰা নাৰী দৃষ্টিকোণৰ পৰা ৰচিত উপন্যাস আশা কৰিব নোৱাৰোঁনে?

## ॥ ডাইনী ॥

বীৰেন ভট্টাচাৰ্যৰ তৃতীয় আৰু এই পৰ্যন্ত শেহতীয়া ভাবপ্ৰধান উপন্যাসখন হ'ল 'ডাইনী' (১৯৭৬)[৩৪]। অতি ক্ষুদ্ৰকায় এই উপন্যাসৰ কাহিনী এটি ত্ৰিভুজাকৃতিৰ প্ৰেমৰ কাহিনী যদিও, এই

কাহিনীও এটি গতানুগতিক কাহিনী নহয়। আনহাতে যথেষ্ট নিষ্ঠাৰে আৰু গুৰুত্ব সহকাৰে ইয়াৰ বিষয়বস্তু লেখকে ইয়াত উদ্ঘাটিত কৰাৰ চিন নাই। সেয়েহে একে শ্ৰেণীৰ পূৰ্বৰ উপন্যাসিকা দুখনিৰ এই উপন্যাসিকা সমপৰ্যায়ৰ নহ'ল গৈ।

"চিন্তাশীল মানুহ" বুলি "এটি উপকৰা খ্যাতি" থকা "ৰাজনৈতিক মহলত প্ৰগতিশীল ব্যক্তি বুলি বহু দিনৰে পৰা পৰিচিত" (পৃ. ১৭) এখন কলেজৰ অধ্যাপক অপূৰ্ব চলিহাক তেওঁৰ প্ৰেমিকা, একে কলেজৰ অধ্যাপিকা মালতীয়ে হঠাৎ অনাদৰ দেখুৱাই পাশ্চাত্যৰপৰা উভতি অহা জীৱন কলিতাক বিয়া কৰোৱাৰ সিদ্ধান্ত কৰিলে। অপূৰ্ব বৰ আহত নহ'ল; আৰু বৰ আচৰিতো নহ'ল। তেওঁ নিজেও অতদিনে মালতীক বিয়া কৰাবলৈ আগবাঢ়ি যাব পৰা নাই; যদিও তেওঁলোকৰ সম্পৰ্ক বহু দিনীয়া। এই সম্পৰ্কৰ এনেদৰে য'তি পৰাৰ লগে লগে চলিহালৈ নিমন্ত্ৰণ আহিল তেওঁৰ বন্ধু এজনৰ নিৰ্বাচনী অভিযানৰ বাবে এখন গাৱঁলৈ। অপূৰ্ব আলহী হ'ল গৈ গাওঁখনৰ বৰা বোলা এজনৰ ঘৰত। এইদৰেই ভাবপ্ৰধান এই উপন্যাসখনলৈকো বীৰেন ভট্টাচাৰ্যীয় ৰীতিতেই পুনৰ সোমাই আহিল ৰাজনীতি। যি হওক, অপূৰ্বই ইতিমধ্যে গম পালে, তেওঁক আতিথ্য দান কৰা সেই বৰাৰেই জীয়েক পদুমী গাওঁখনৰ মানুহৰ মনত এক বিপদজনক ডাইনী বুলি পৰিচিত। তাই নিজে ট্ৰেক্টৰ চলাই খেতি কৰে; আৰু গাওঁখনৰ আটাইতকৈ মাৰাত্মক গুণ্ডাজনকো প্ৰত্যাহ্বান জনাই নিজৰ মতে চলি যায়।

গাৱঁত উঠিয়েই অপূৰ্ব টাইফয়দত পৰিল; আৰু এনেকৈয়েই ইতিমধ্যে কাহিনীত সূচিত হোৱা ৰাজনীতিয়ে উপন্যাসখনৰপৰা বিদায় ললে। নিৰ্বাচনী অভিযানতে গৃহস্বামী বৰা বাহিৰে বাহিৰে থাকিবলগীয়া হোৱাত, আলহী অপূৰ্বৰ শুশ্ৰূষাৰ ভাৰ পৰিল 'ডাইনী' পদুমীৰ ওপৰত। এনে পৰিস্থিতিত দুয়োৰে মাজতে এক বিশেষ ঘনিষ্ঠতা সোনকালেই গঢ়ি উঠিল। অপূৰ্বই আন কি এক অস্বাভাৱিক স্পষ্টতাৰে পদুমীৰ আগত তেওঁৰ মালতীৰ সৈতে প্ৰেম আৰু তাৰ পৰিণতিৰ

কথাও বিৱৰি কলে। পদুমীৰ অন্তৰত অপূৰ্বৰ বাবে এনেদৰে প্ৰেমৰ উদ্ৰেক হ'ল।

পদুমীয়ে তেওঁৰ গ্ৰাম্য সৰলতাৰে গাঁৱৰ গোসাঁনী থানলৈ গৈ গোসানীক সেৱা জনাই অপূৰ্বক তেওঁ বিয়া কৰাবনে নাই জানিব খুজিলে। গ্ৰাম্য সৰলতাৰেই তেওঁৰ উপলব্ধি হ'ল, অদৃশ্যা গোসানীয়ে এই বিয়াত সম্মতি দিলে। সোনকালেই প্ৰগতিবাদী বুদ্ধিজীৱী অপূৰ্ব চলিহা আৰু গাঁৱলীয়া সৰলা, বন্যা বালিকা পদুমীৰ বিৱাহ স্থিৰ হ'ল। কিন্তু এই খবৰ গৈ মালতীৰ কাণত পৰিলত তেওঁ লৰি আহিল গাঁৱলৈ ; আৰু অপূৰ্বৰ ওচৰত পুনৰ প্ৰেম নিৱেদন কৰিলেহি। অপূৰ্বৰ টাইফয়দৰ জ্বৰ তেতিয়া পুনৰ ঘূৰিছে। বেমাৰীৰ ওচৰতে দুই প্ৰতিদ্বন্দ্বিনী মুখামুখি হ'ল। "কিন্তু পদুমীলৈ তাইৰ ঈৰ্ষা নহ'ল। মাত্ৰ তাইৰ কাৰণে দুঃখ লাগিছে। অপূৰ্বৰ জীৱনত পদুমী সদায় আলহী হৈয়েই ৰ'ব।" (পৃ. ৬১)

কিন্তু মালতীৰ এই ধাৰণা সঁচানে? বিয়া সাৰ্থক হ'বলৈ স্বামী-স্ত্ৰীৰ আত্মিক সমকক্ষতা, বৌদ্ধিক সমতা অপৰিহাৰ্যনে? এই প্ৰশ্নৰ, 'চিনাকি সুঁতি'ত উত্তৰ দি অহা এই প্ৰশ্নৰ, তাক আৰু কিছু অন্য ধৰণে উত্থাপিত কৰি, পুনৰ উত্তৰ দিবলৈকেই যেন এই কাহিনীৰ অৱতাৰণা। এই কাহিনীত দেখা গ'ল, ডাক্তৰে যদিও অপূৰ্বৰ অৱস্থা বেয়া বুলি ঘোষণা কৰিছিল, তথাপি পদুমীয়ে তেওঁৰ সৰল বিশ্বাসেৰে অপূৰ্ব তেওঁৰ বাবে জীয়াই থাকিবই লাগিব বুলি শুশ্ৰূষাত লাগি তেওঁক সুস্থ কৰি তুলিলে। দুয়োৰে বিৱাহৰ বাট এনেকৈয়েই সুগম হ'ল। যুক্তিনিষ্ঠ, বুদ্ধিজীৱী, প্ৰগতিশীল নাস্তিকৰ স'তে ধৰ্মপ্ৰাণ ঈশ্বৰবিশ্বাসী সৰলমতী ছোৱালী এজনীৰ পৰিণয় সংঘটিত হ'ল। অপূৰ্বই যে ডাক্তৰেও উদ্বেগ প্ৰকাশ কৰা অৱস্থাৰ পৰাও পদুমীৰ সৰল বিশ্বাসৰ একনিষ্ঠ শুশ্ৰূষাত আৰোগ্য হ'ল—সিয়ে সূচায় এনে বিৱাহেই সাৰ্থক বিৱাহ। পুনৰ 'চিনাকি সুঁতি' উপন্যাসত উত্থাপিত কৰা প্ৰশ্নৰ উত্তৰৰেই এয়া প্ৰতিধ্বনি।

যুক্তিবাদী বুদ্ধিজীৱীৰ জীৱনৰ পূৰ্ণতাৰ বাবে বিশ্বাসপ্ৰাণ সৰলা

অৰ্ধাংগিনীৰ প্ৰয়োজন—এই উপন্যাসিকাই এই কথাৰ আভাস দিয়াৰ উপৰি, আৰু অন্য এটি আভাসো ইয়াত আছে। যুক্তিবাদী অপূৰ্ব বা মালতীৰ দৰে লোকৰ বাবে জীৱন বহু কঠোৰ, জীৱনৰ বাট সমস্যাবহুল। সেয়েহে দুয়োৰে বিৱাহৰ বাট তেনে একঁা-বেকঁা; আৰু অপূৰ্বৰ জীৱনো হয় ডাক্তৰৰ মতে মৃত্যুৰ সন্নিকট। পদুমীৰ দৰে সৰল বিশ্বাসী লোকৰ বাবে আনহাতে জীৱন আৰু সংসাৰো হ'ল সৰল আৰু সমস্যাবিহীন। দুয়োৰে মিলনে দুয়োটি মনোভংগীৰ মানুহৰ জীৱনত সমন্বয়ৰ প্ৰয়োজনীয়তাকেই দেখুৱাইছে।

লেখকৰ এই উপন্যাসিকাত ফুটি উঠা এনে দৃষ্টিভংগী সকলোৰে বাবে গ্ৰহণযোগ্য নিশ্চয় নহ'ব। কিন্তু সেয়ে হ'লেও, কলাগত দিশত উপন্যাসখন কৃতকাৰ্য হোৱা হ'লে, ইয়াক এখন সাৰ্থক উপন্যাস বুলিয়েই কব পৰা গ'লহেঁতেন। 'ডাইনী' এক সাৰ্থক উপন্যাস নহয়। ৰাজনৈতিক দিশটো ইয়াত যিদৰে তাৎপৰ্যহীন আৰু সম্পূৰ্ণ অপ্ৰয়োজনীয়, ঠিক তেনেকৈ আৰু কেবাটাও অপ্ৰয়োজনীয় কথা বা ঘটনাই ইয়াত স্থান পাইছে। আনকি পদুমীৰ বেপৰোৱা স্বভাৱ, দুঃসাহসী ব্যক্তিত্ব আৰু আচৰিত কৰ্মশক্তিৰ উল্লেখ বা অংকনো ইয়াত অপৰিহাৰ্য নাছিল। মুঠতে এক গুৰু ভাবৰ এখন অসাধাৰণ উপন্যাসৰ সাম্ভাৱনা এই উপন্যাসিকাত নিহিত আছিল যদিও, লেখকৰ নিষ্ঠাশীল অনুধাৱনৰ অভাৱত ই এক কৃশী সাহিত্যকৰ্ম হৈ মুঠিল।

# সামৰণি

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ এই পৰ্যন্ত কিতাপৰ ৰূপত প্ৰকাশিত সমগ্ৰ উপন্যাসৰ এই বিচাৰৰ পিছত আমি এতিয়া আমাৰ সিদ্ধান্তসমূহ জুঁকিয়াই চাই এই কিতাপৰ মোখনি মাৰিব পাৰোঁ। অসমীয়া সাহিত্যৰ আগশাৰীৰ ঔপন্যাসিকসকলৰ ভিতৰত অন্যতম এই ঔপন্যাসিক গৰাকীয়ে দণ্ডিনাথ কলিতাই আৰম্ভ কৰি থৈ যোৱা অসমীয়া ৰাজনৈতিক উপন্যাসৰ ভেটি সুদৃঢ় কৰিছে; আৰু তাৰ ক্ষেত্ৰ বহু পৰিমাণে বিস্তাৰিত কৰি ৰাজনৈতিক উপন্যাস অসমীয়া সাহিত্যৰ এটি লেখত লবলগীয়া ধাৰা হিচাপে গঢ়ি তুলিছে। অসমীয়া ৰাজনৈতিক ঔপন্যাসিকসকলৰ ভিতৰত এই পৰ্যন্ত এওঁৱেই নিঃসন্দেহে শ্ৰেষ্ঠ। ৰাজনৈতিক ঔপন্যাসিক হিচাপে বীৰেন ভট্টাচাৰ্য এজন গণতান্ত্ৰিক সমাজবাদী। ঔপন্যাসিক জীৱনৰ আৰম্ভণীৰ পিনে (১৯৫৫ খৃঃৰ পৰা ১৯৭০ খৃঃ লৈকে) এওঁৰ মনত যদিও এক বৈজ্ঞানিক সমাজবাদ বা মাৰ্ক্সবাদৰ প্ৰৱণতা আছিল, ১৯৬০ চনৰপৰা তেওঁৰ সেই প্ৰৱণতা ক্ৰমে ক্ষীণ হৈ আহিবলৈ ধৰে। 'ইয়াৰুইংগম'ত (১৯৬০) নগা আঞ্চলিকতাবাদ আৰু গণতন্ত্ৰৰ আদৰ্শৰ ভাৰতীয় ৰাষ্ট্ৰীয়তাবাদৰ যি সংঘৰ্ষ দেখুওৱা হৈছে, মাৰ্ক্সবাদ তাত এই বাবেই অনুপস্থিত। নগা পাহাৰত গৈ শিক্ষকতা কৰা এই উপন্যাসৰ অসমীয়া চৰিত্ৰ জীৱন মাষ্টৰৰ দৰে বীৰেন ভট্টাচাৰ্যয়ো এসময়ত নগা পাহাৰত গৈ শিক্ষকতা কৰিছিল। বীৰেন ভট্টাচাৰ্যৰ নিজৰেই ছাঁ থকা এই চৰিত্ৰটি গণতন্ত্ৰ আৰু ভাৰতীয় ৰাষ্ট্ৰীয় আদৰ্শৰ অনুগামী বিশ্বাসৰ প্ৰতিহে সহানুভূতিশীল; 'ৰাজপথে ৰিঙিয়ায়'ৰ মোহনৰ আদৰ্শৰ অনুগামী তেওঁ নহয়। মাৰ্ক্সবাদৰ প্ৰতি লেখকৰ উদাসীনতা ১৯৬০

চনৰ এই উপন্যাসত এইদৰে ধৰা পৰিছে যদিও, লেখকৰ মনত এই আদৰ্শৰ কিন্তু এই সময়তো অৱলুপ্তি ঘটা নাই। লেখকৰ মনোজগতত এই সময়ত নতুনকৈ উদিত হোৱা গণতান্ত্রিক সমাজবাদৰ পোহৰত সি মাথোন কিছু স্তিমিতহে হৈছে। সেয়েহে ১৯৭০ চনতো লেখকৰ মনত মাৰ্ক্সবাদী আদৰ্শ উদ্ভাসিত হোৱা দেখা যায়, 'প্রতিপদ' উপন্যাসত—যদিও এই পোহৰত ১৯৫৫ চনৰ 'ৰাজপথে ৰিঙিয়ায়'ৰ সতেজতা আৰু নাই। 'প্রতিপদ'তো অৱশ্যে মাৰ্ক্সবাদ প্রশস্তৰূপত লেখকৰ সহানুভূতিৰেই উত্থাপিত হৈছে। কিন্তু এই উপন্যাসৰ বৃত্তান্তৰ মাৰ্ক্সবাদ-অসমৰ্থিত, আৰু বহু পৰিমাণে সমসাময়িক ইতিহাসৰো অসমৰ্থিত সামৰণিয়ে এই আদৰ্শ যে এতিয়া লেখকৰ ভাৱজগতত অধোগামী, তাৰ ইংগিত দিয়ে। শেষত ১৯৭৬ চনত 'ৰঙা মেঘ'ত লেখকৰ মনত এই আদৰ্শৰ অধোগামী গতি নিম্নতম পৰ্যায়লৈ নামি যোৱা ধৰা পৰে, যদিও সি নিম্নতম বিন্দু পাইছেগৈ বুলি কব নোৱাৰি।

ইপিনে ১৯৬০ খৃষ্টাব্দত 'ইয়াৰুইংগম'ত লেখকৰ গণতান্ত্রিক সমাজবাদ তথা ভাৰতীয় ৰাষ্ট্ৰীয়তাবাদৰ আ'দৰ্শ ধৰা পৰাৰ পিছত, এই আদৰ্শ ১৯৭০ চনতো লেখকৰ মনত অব্যাহত আছে। সেয়েহে 'মৃত্যুঞ্জয়' উপন্যাসত ভাৰতীয় জাতীয়তাবাদী আন্দোলনৰ এটি বিশেষ স্তৰ অংকিত হৈছে। দেশৰ স্বাধীনতাৰ বাবে আমাৰ কাম্য গান্ধীবাদী অহিংস আন্দোলন নে হিংসাত্মক আন্দোলন—এই প্রশ্নক লৈ 'ইয়াৰুইংগম'ত যি বহিঃসংঘাতৰ চিত্র অংকিত হৈছে, সেই একেই প্রশ্নৰে অন্তঃ-সংঘাতৰ চিত্রন হ'ল 'মৃত্যুঞ্জয়'। ভাৰতীয় জাতীয়তাবাদী আন্দোলনৰ অহিংসাবাদী নেতাই ইয়াত হিংসাৰ পথ লৈ শেষত তুমুল মানসিক সংঘাতৰ সন্মুখীন হৈ মৃত্যুৰ ক্ষণ গণিছে। এই উপন্যাসৰ পিছত ১৯৭৯ খৃষ্টাব্দত 'মুনিচুনিৰ পোহৰ'ৰ যোগে লেখকে গণতান্ত্রিক সমাজ-বাদত পুনৰ আস্থা প্রকাশ কৰিছে। সেই আদৰ্শৰ সমাজ প্রতিষ্ঠাৰ বাবে অহিংস গান্ধীবাদী পন্থাইহে যে প্রকৃত পন্থা, তাকো একেখন উপন্যাসৰ যোগেই লেখকে প্রকাশ কৰিছে।

এই গ্ৰন্থত সম্বলিত লেখটিৰ (graph) যোগেদি লেখকৰ মনত এই বৈজ্ঞানিক সমাজবাদী বা মাৰ্ক্সবাদী ভাবধাৰাৰ পতন আৰু আনহাতে গণতান্ত্ৰিক সমাজবাদী তথা ৰাষ্ট্ৰীয়তাবাদী ভাবধাৰাৰ উত্থানৰ কথা বুজাবলৈ চেষ্টা কৰা হৈছে। ১৯৫৫ চনত 'ৰাজপথে ৰিঙিয়ায়'ত ধৰা পৰা সতেজ মাৰ্ক্সবাদী ভাবধাৰাই ১৯৭০ চনত 'প্ৰতিপদ'ত অধোগামী গতি লোৱা ধৰা পৰে। অৱশেষত ১৯৭৬ খৃষ্টাব্দত 'ৰঙা মেঘ'ত লেখকৰ মনত এই আদৰ্শৰ পতন নিম্নতম পৰ্যায়ত আহি উপনীত হৈছে। ১৯৫৫ চনত যদি লেখকৰ মনত মাৰ্ক্সবাদী আদৰ্শ ৯০% আছিল, তেন্তে আমি কব পাৰোঁ, পোন্ধৰ বছৰ পিছত সি ১৯৭০ চনত ৭৫% লৈ নামিছে। কিয়নো এই বছৰত প্ৰকাশিত 'প্ৰতিপদ'ত মাৰ্ক্সবাদী ভাবধাৰা বেছ সহানুভূতিৰে উত্থাপিত হৈছে যদিও, ইয়াৰ সমৰণিৰ পিনে লেখকৰ মাৰ্ক্সবাদবিমুখিতা ধৰা পৰিছে। এইছোৱা কালত, পোন্ধৰ বছৰত লেখকৰ মনত এই আদৰ্শ মাত্ৰ পোন্ধৰ শতাংশহে নামিছে বাবে, এই ছোৱা কালৰ এই পতন বেছ মন্থৰ বুলি কব পাৰি। ইয়াৰ বিপৰীতে 'প্ৰতিপদ'ৰ ছবছৰ পিছত মাথোন প্ৰকাশিত 'ৰঙা মেঘ'ত মাৰ্ক্সবাদী আদৰ্শৰ প্ৰতি সমৰ্থন ২০% ভাগহে ধৰা পৰে বুলি কব পাৰি। এই ছবছৰ কালত এই পতন সেয়েহে অতি দ্ৰুত।

ইয়াৰ বিপৰীতে ১৯৬০ খৃষ্টাব্দত 'ইয়াৰুইংগম'ত ধৰা পৰা গণতান্ত্ৰিক সমাজবাদী তথা ৰাষ্টীয়তাবাদী ভাবধাৰা নিয়মিতভাবে উৰ্ধগামী হোৱা ধৰা পৰে। "ইয়াৰুইংগম'ত যদি এই ভাবধাৰা ২৫% ভাগ ধৰা পৰে, দহ বছৰ পিছত 'মৃত্যুঞ্জয়'ত এই ভাবধাৰা ৫ % ভাগলৈ উঠিছে বুলি কব পাৰি। আনহাতে ইয়াৰ পিছত এই আদৰ্শ লেখকৰ মনত আৰু কিছু দ্ৰুত গতিত উৰ্ধগামী হৈ ১৯৭৯ চনত 'মুনিচুনিৰ পোহৰ'ত সি ৮৫% ভাগলৈ উত্তীৰ্ণ হৈছে বুলি প্ৰতীয়মান হয়। কোৱা বাহুল্য, আমাৰ এই লেখ ( graph ) এটি গুণগত ( qualitative ) লেখহে মাথোন।

মাৰ্ক্সবাদী আদৰ্শকেই তুলি ধৰক বা গণতান্ত্ৰিক সমাজবাদতেই

আস্থা প্ৰকাশ কৰক বা গান্ধীবাদৰ প্ৰতিয়েই সমৰ্থন আগবঢ়াওক, এটা কথা মন কৰিবলগীয়া এই যে, বীৰেন ভট্টাচাৰ্যই কেতিয়াও কোনো এটা নিৰ্দিষ্ট ৰাজনৈতিক দলৰ দলীয় আদৰ্শ প্ৰচাৰ নকৰে। তেওঁৰ ৰাজনৈতিক উপন্যাসৰ কেন্দ্ৰীয় চৰিত্ৰসমূহ সেয়েহে ৰাজনৈতিক দৰ্শন বিশেষৰ অনুগামী হৈয়ে কোনোটো নিৰ্দিষ্ট ৰাজনৈতিক দলৰ অনুগামী নহয়। আনকি নিৰ্বাচনত থিয় হোৱা তেওঁৰ আদৰ্শ ৰাজনৈতিক চৰিত্ৰবেৰকো লেখকে কোনো পাৰ্টি নিৰ্দিষ্ট কৰি নিদিয়ে; সমাজবাদী সমাজকৰ্মী হিচাপেহে তেওঁলোকে নিৰ্বাচনত উঠিবলৈ থিৰ কৰে। ('ৰঙা মেঘ'ৰ আনন্দ ইয়াৰ উদাহৰণ। 'মুনিচুনিৰ পোহৰ'ত মীনধৰৰ পত্নী অলকাই এটি নিৰ্দিষ্ট পাৰ্টিৰ প্ৰাৰ্থী হিচাপে নিৰ্বাচনত উঠিবলৈ লৈছে; কিন্তু তেওঁ ঘৃণাৰ পাত্ৰ। মীনধৰহে তাত আদৰ্শ চৰিত্ৰ।) বীৰেন ভট্টাচাৰ্য যে গণতান্ত্ৰিক সমাজবাদী আদৰ্শৰ ঔপন্যাসিক হৈয়ো কোনোটো এই দৰ্শনৰ অনুগামী ৰাজনৈতিক দলৰ প্ৰচাৰক নহয়, ই ইয়াকেই সূচায়।

ৰাজনৈতিক উপন্যাস গোটাদিয়েকৰ বিভিন্ন দিশত এওঁ পাশ্চাত্যৰ উপন্যাস বা ঔপন্যাসিকবিশেষৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাৰ চিন ধৰা পৰে। সকলো কথাতেই এই প্ৰভাৱ সমানে সুখকৰ নহ'লেও, ভালে কেইটা দিশত, এই প্ৰভাৱৰ সুখকৰ ফলত, এওঁ আমাৰ নিজস্ব সমাজ, আমাৰ সামাজিক পৰম্পৰা, আমাৰ মনোভংগী তথা ৰাজনৈতিক দৃষ্টিভংগী অতি সুন্দৰ ৰূপত ফুটাই তুলিছে।

তেওঁৰ মানৱীয় ভাব-অনুভূতি প্ৰধান উপন্যাসমূহত মানুহৰ জৈৱিক ধৰ্মকেই বিশেষকৈ প্ৰাধান্য দিয়া দেখা যায়। আনকি তেওঁৰ ৰাজনৈতিক উপন্যসসমূহৰ শ্ৰেষ্ঠ উপন্যাস তিনিখনেও সামৰণিত এই জৈৱিক ধৰ্ম, সাংসাৰিক মোহ, মানৱীয় মৰম-স্নেহ— এইবোৰকেই শেষ সাৰ হিচাপে দেখুৱায়। নাৰীৰ মহত্ত্ব আৰু মহিমা যদিও এওঁৰ বহু কেইখন উপন্যাসত প্ৰকাশিত হৈছে (আই, চাৰেংলা, কলীবাই, মিচেচ ফ্লেমিং, অৰ্পণা, পদুমী ইত্যাদি চৰিত্ৰৰ মাজেদি), তথাপি নাৰী চৰিত্ৰৰ প্ৰাধান্য ভট্টাচাৰ্যৰ উপন্যাসত কম। আনকি নাৰীৰ ব্যক্তিত্ব

আৰু পুৰুষৰ জীৱনত নাৰীৰ স্থানকেই বিষয়বস্তু হিচাপে লৈ লিখা উপন্যাসতো ('চিনাকি সুঁতি') এওঁ নাৰীক পুৰুষৰ দৃষ্টিকোণৰ পৰাহে চাব পাৰে। অসামান্যা নাৰী এওঁৰ মতে সংসাৰ কৰিবৰ বাবে নহয়; দাম্পত্য জীৱনৰ সুখ-সম্ভোগৰ বাবে নহয়।

বীৰেন ভট্টাচাৰ্যই দেখুওৱা মতে গণতান্ত্রিক সমাজবাদৰ আজি আমাৰ বেছি প্রয়োজন, নে দৰাচলতে আমাৰ প্রয়োজন বৈজ্ঞানিক সমাজবাদৰ; বীৰেন ভট্টাচাৰ্যই দেখুওৱা মতে নাৰীৰ আদর্শ ৰূপ সঁচাকৈয়ে পুৰুষৰ বাবে উৎসৰ্গিত ৰূপেই নেকি, অসামান্যাসকল সঁচাকৈয়ে সংসাৰৰ বাবে বা দাম্পত্য জীৱনৰ সুখ-সম্ভোগৰ বাবে নহয় নেকি— এনে প্রশ্নবোৰৰ আলোচনা সমাজতাত্ত্বিক, ৰাজনীতি-বৈজ্ঞানিক, নাৰী-মুক্তি আন্দোলনৰ হোত্রী তথা সমাজৰ মংগল সম্পৰ্কে চিন্তা-চর্চা কৰা লোকসকলৰ বাবে এৰিলোঁ। উপন্যাস-সমালোচনাৰ এই গ্রন্থৰ সামৰণিত আমি মাথোন ইয়াকেই কব পাৰোঁ যে তেওঁৰ উপন্যাসসমূহে এনেবোৰ বিতৰ্কৰ সূচনা কৰে যদিও, তেওঁৰ 'ইয়াৰুইংগম' (১৯৬০), 'প্রতিপদ' (১৯৭০), 'মৃত্যুঞ্জয়' (১৯৭০), 'নষ্টচন্দ্ৰ' (১৯৬৮) আৰু 'চিনাকি সুঁতি' (১৯৭১) অকল এই লেখকৰে শ্রেষ্ঠ উপন্যাস নহয়, অসমীয়া সাহিত্যৰো উচ্চতম পর্যায়ৰ উপন্যাসসমূহৰ শাৰীত সেইবোৰৰ স্থান। তথাপি কিন্তু ইয়াৰ লগতে এই কথাও কব লাগিব যে, চিৰন্তন মূল্যৰ অমৰ সাহিত্যই যিদৰে পাঠকৰ অন্তৰ আন্দোলিত কৰি, অনুভূতি-জগত আলোড়িত কৰি, চেতনাৰ জগত জাগ্রত কৰি জীৱন আৰু জগতক পাঠকৰ চকুৰ আগত নতুন ৰূপত থিয় কৰাব পাৰে, বীৰেন ভট্টাচাৰ্যৰ উপন্যাসত সেই গুণ এতিয়াও ধৰা পৰিবলৈ বাকী। সুখৰ বিষয় যে ভট্টাচাৰ্য এই বিষয়ে নিজেও সচেতন। আত্ম-সমালোচনা ধৰা পৰা তেওঁৰ একাধিক প্ৰবন্ধত এই কথা তেওঁ নিজেই উল্লেখ কৰিছে। 'মোৰ উপন্যাস'[৩৫] নামে এটি প্ৰবন্ধত তেওঁ লিখিছে:

> আত্মসমালোচনা কৰিলে কেতিয়াবা নিজৰ লেখাসমূহৰ মাজত ভালেমান দুৰ্বলতা দেখা পাওঁ। এই দুৰ্বলতা সম্ভৱতঃ

আদৰ্শবাদ আৰু কলাৰ। কেতিয়াবা অনুভৱ কৰোঁ মোৰ লেখা একালৰ মাথোন সকলো কালৰ নহয়। তাৰ বাবে এক গভীৰ বাস্তৱতাবোধৰ প্ৰয়োজন।

'সমাজবাদ' শীৰ্ষক অন্য এটি প্ৰবন্ধত তেওঁ পুনৰ লিখিছে, "লেখক হিচাবে মোৰ বিফলতা অনেক।" [৩৬]

এই পৰ্যন্ত তেওঁৰ উপন্যাসত ধৰা পৰা প্ৰতিভা আৰু এনে আত্ম-সমালোচনাত ধৰা পৰা সজাগতাৰ পৰাই আমি আশা কৰিব পাৰোঁ, 'মৃত্যুঞ্জয়' আৰু 'প্ৰতিপদ'তকৈয়ো ওপৰৰ পৰ্যায়ৰ, সৰ্বকালৰ, চিৰায়ত মূল্যৰ উপন্যাস এই ঔপন্যাসিকৰ পৰা আমি পাম।

# পাদটীকা

১। Arthur Koestler, *Darkness at Noon* ( Eng. tr. Daphne Hardy), Penguin Books, Harmondsworth, 1966 Reprint, p. 14.

২। Irving Howe, *Politics and the Novel*, Horizon Press, New York, 1957, p. 17

৩। Morris Edmund Speare, *The Political Novel*, Russel & Russel, New York, 1966 p. ix.

৪। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, ৰাজপথে ৰিঙিয়ায়, এ.চি. ভট্টাচাৰ্য, গুৱাহাটী, ১৯৫৫।

৫। ——————— প্ৰতিপদ, সাহিত্য প্ৰকাশ, গুৱাহাটী, ১৯৭০।

৬। ——————— (অনুবাদক), দেৱ-দুন্দুভি বাজে কাৰ বাবে, (হেমিংওৱেৰ 'ফৰ্ হুম্ দা বেল্ ট'ল্চ্', ১৯৪০, উপন্যাসৰ অনুবাদ), শ্ৰীভূমি পাব্লিছিং কো., কলিকতা, প্ৰকাশ কালৰ উল্লেখ নাই, (১৯৬৮ ?)।

"ফৰ্ হুম্ দা বেল্ ট'ল্চ"ৰ অসমীয়া ৰূপান্তৰ "দেৱ-দুন্দুভি বাজে কাৰ বাবে" যথোপযুক্ত নহয়। "বেল্ টল্" কৰা বা ঘন্টা পৰা কথাটোৱে ইংৰাজীত মৃত্যুৰ ক্ষণ অহা বুজায়; দেৱ-দুন্দুভিয়ে আনহাতে মাংগলিক ক্ষণহে ইংগিত দিয়ে।

৭। ভবেন বৰুৱা ( সম্পাদিত ), সংলাপ, তৃতীয় সংখ্যা, সংলাপ কাৰ্যালয়, গুৱাহাটী, ১৯৭৩, পৃ. ৩৪৫।

৮। Richard Ellman, Charles Feidelson ( ed. ), *The Modern Tradition*, Oxford University Press, New York, 1965, Preface, p. vi.

৯। Keshab Narayan Dutt, *Landmarks of the Freedom Movement in Assam*, (1958), Lawyer's Book Stall, Gauhati, 2nd. edn. 1969, pp. 92-93.

১০। কেশৱ নাৰায়ণ দত্ত, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ৮৯,৯০,৯১।

১১। Amalendu Guha, *Planter Raj to Swaraj*, Indian Council of Historical Research, New Delhi, 1977, p. 238.

১২। অমলেন্দু গুহ, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ২৩৯।

১৩। Philip Young, 'Ernest Hemingway' in *Seven American Novelists*, ed. William Van O'Connor, Popuplar Prakashan, Bombay, 1968 edn.. p. 158

১৪। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, বঙা মেঘ, শ্ৰীভূমি পাব্লিছিং কো., কলিকতা, ১৯৭৬।

১৫। ———————, ইয়াৰুইংগম, লয়াৰ্ছ্ বুক্ ষ্টল্, গুৱাহাটী, ১৯৬০।

১৬। ———————, একে গ্ৰন্থ, লয়াৰ্ছ্ বুক্ ষ্টল্. গুৱাহাটী, ২য় সংস্কৰণ, ১৯৬২, পৃ. ১০৬।

১৭। ———————, মৃত্যুঞ্জয়, অসম বুক্ ডিপো, কলিকতা, ১৯৭০।

১৮। দৰাচলতে অসমীয়া সমাজ আৰু অসমত স্বাধীনতা আন্দোলনৰ এটি ৰূপ ইয়াত ইমান সুন্দৰকৈ ফুটি উঠিছে আৰু কাহিনী-কথন ৰীতি ইয়াত এনে পৰম্পৰাগত যে, শ্ৰীমতী আৰাধনা গোস্বামীয়ে এই উপন্যাসত ঔপন্যাসিকে হেমিংওৱেৰ পৰা লোৱা কেইটামান ঋণৰ প্ৰতি এই লেখকক সজাগ নকৰা হ'লে, ইয়াত পৰা হেমিংওৱেৰ প্ৰভাৱৰ একাধিক দিশ এই লেখকে সতকাই ধৰিব নোৱাৰিলেহেঁতেন।

১৯। পশুপতি ভৰদ্বাজ, বঙা বঙা তেজ, অসম বুক্ ডিপো, গুৱাহাটী, ১৯৬৮।

২০। প্ৰফুল্ল কটকী, স্বৰাজোত্তৰ অসমীয়া উপন্যাস সমীক্ষা, বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৭৯, পৃ. ৫৮।

২১। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, মুনিচুনিৰ পোহৰ, ভবানী পাব্লিছিং কন্‌চাৰ্ন, কলিকতা, ১৯৭৯।

২২। ———————, কালৰ হুমুনিয়া, অসম লেখক সমবায়, গুৱাহাটী, ১৯৮২।

২৩। Arun Bhuyan, Sibopada De (ed.), *Political History of Assam*, Vol II, Govt. of Assam, Gauhati, 1978, p: 42.

২৪। Mulk Raj Anand, *Two Leaves and a Bud* (1937), Kutub-Popular, Bombay, 1966 Reprint, p. 200.

২৫। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, আই, লয়াৰ্ছ্ বুক্ ষ্টল্, গুৱাহাটী, ১৯৬০।

২৬। প্ৰফুল্ল কটকী, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ৪২।

২৭। সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া উপন্যাসৰ গতিধাৰা, বাণী প্ৰকাশ, গুৱাহাটী, ১৯৭৬, পৃ. ৭৬।

২৮। একে গ্ৰন্থ, পৃ. ৭৮

২৯। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, বল্লৰী, লয়াৰ্ছ্ বুক্ ষ্টল্, গুৱাহাটী, ১৯৭৩।

৩০। ——————, শতঘ্নী, মিত্ৰ এজেঞ্চি, তিনিচুকীয়া, ১৯৬৫।

৩১। ——————, কবৰ আৰু ফুল, বাণী প্ৰকাশ, গুৱাহাটী, ১৯৭২।

৩২। ——————, নষ্টচন্দ্ৰ, শ্ৰীভূমি পাব্লিছিং কো., কলিকতা, ১৯৬৮।

৩৩। ——————, চিনাকি সুঁতি, শ্ৰীভূমি পাব্লিছিং কো., কলিকতা, ১৯৭১।

৩৪। ——————, ডাইনী, শ্ৰীভূমি পাব্লিছিং কো., কলিকতা, ১৯৭৬

৩৫। ——————, 'মোৰ উপন্যাস : নেপথ্যৰ কথা', ভবেন বৰুৱা সম্পাদিত সংলাপত প্ৰকাশিত, ২য় সংখ্যা, সংলাপ কাৰ্যালয়, গুৱাহাটী, প্ৰকাশ কালৰ উল্লেখ নাই, পৃ. ২৮৮-২৮৯।

৩৬। ——————, 'সমাজবাদ', বসন্তকুমাৰ গোস্বামী সম্পাদিত সাম্প্ৰতিক অসমীয়া সাহিত্য গ্ৰন্থত সংকলিত, দেৱীচৰণ বৰুৱা মহাবিদ্যালয়, যোৰহাট, ১৯৮২, পৃ.ঠ।

৩৭। Malcolm Bradbury, Possibilities, Essays on the State of the Novel, Oxford University Press, London, 1973, 1st. Chapter.

# নির্ঘণ্ট